# তেজৰ মৃত্যু নাই আৰু...

(অৰুণ গোস্বামীৰ প্ৰথম উপন্যাসখনৰ লগতে কেইখনমান
নিৰ্বাচিত উপন্যাসৰ সংকলন)

অৰুণ গোস্বামী



নতুন অসম
ভাষা সাহিত্য সংস্কৃতিৰ বিশিষ্ট প্ৰকাশক
উদ্যোগ পাম ঃ বামুণীমৈদাম
গুৱাহাটী-২১

**Tezar Mrityu Nai Aru : A few best selected collection of Novels written by Sri Arun Goswami Dergaon Assam, written in Assamese language and published by Jyotipada Dev Choudhury Natun Asam Industrial Estate [By Lane No 4] Bamunimaidam Guwahati-21** ***Price Rs 250.00***

---

প্ৰকাশক : শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী
নতুন অসম
উদ্যোগ পাম, (বাইলেন নং ৪)
বামুণীমৈদাম, গুৱাহাটী-২১

প্ৰথম প্ৰকাশ : ডিচেম্বৰ/২০০৭
(নৰ্থ- ইষ্ট গুৱাহাটী গ্ৰন্থমেলা)

বেটু পাত : বেণু মিশ্ৰ

বেচ : ১০০ ০০ টকা (জনপ্ৰিয় সংস্কৰণ)
২৫০ ০০ টকা (শোভন সংস্কৰণ)

ছপা : বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগপাম ,বামুণীমৈদাম
গুৱাহাটী -২১

# উছৰ্গা

আৰ্ত্তজনৰ দুখ-যন্ত্ৰণাৰ প্ৰতি থকা সহমৰ্মিতা যাৰ সাৰ্থক সাহিত্য সৃষ্টিৰ মূল উপজীব্য সেই গৰাকী অগ্ৰজ মামণি ৰয়চম গোস্বামীক নিবেদন কৰিলো এই উপন্যাস সংকলন।

অৰুণ গোস্বামী

## এই সংকলনত আছে



ঔপন্যাসিক হিচাপে আত্মপ্ৰকাশ  কৰাৰ সময়ত (১৯৭৩) অৰুণ গোস্বামী

# তেজৰ মৃত্যু নাই

শ এটাৰ ওপৰত চাৰিওফালে বেৰি থকা কাউৰী এজাকৰ দৰে চোতালত জুম বান্ধি থকা মানুহজাকৰ কোনোবা এজনে আলিৰ ফালে ঘূৰি চোৱাৰ পিচত সকলোৱে ঘূৰি চাই দেখিলে যে শুধ বগা সাজ পিন্ধা পিঠিত এপিঠি মেলা চুলিৰে হাতত দুটা সৰু টোপোলা লৈ ছোৱালী এজনী আলিয়েদি জুমটোৰ ফালে আগবাঢ়ি আহি আছে। ছোৱালীজনী আহি আছে। প্ৰায় সকলো মানুহেই এই চৌব্বিশ-পঁচিশ বছৰীয়া গাভৰু ছোৱালীজনী এই যোৱা চাৰি দিন দেখি আহিছে যদিও কাৰো লগত তাইৰ ভাল পৰিচয় নাই বা কোনেও তাইৰ লগত যি কাৰণতেই নহওক ভালকৈ কথা পতা নাই। এই মানুহবোৰে ছোৱালীজনীক আটাইকেউদিন কৌতূহলেৰে লক্ষ্য কৰিছে, তাইৰ কাম-কাজ, কাণ্ড কাৰখানাবোৰ বুজিবলৈ চেষ্টা কৰিছে আৰু ছোৱালীজনীৰ সঠিক পৰিচয় জানিবলৈয়ো হেঁপাহ কৰিছে যদিও আজি এই মুহূৰ্তলৈকে অৰ্থাৎ সেয়া এখোজ দুখোজকৈ এই ফাললৈকে আহি থকা মুহূৰ্তটোলৈকে কোনেও তাইক বুজিব পৰা নাই। তাই হাতত দুটা সৰু টোপোলা লৈ তললৈ মূৰ কৰি সেয়া আহি আছে- আহি আছে। যিমানেই তাই ওচৰলৈ আহি আছে সিমানেই মানুহবোৰৰ মনৰ ভিতৰতো কৌতূহল দ্বিগুণে বৃদ্ধি পাইছে। উকা পাটৰ মেখেলাৰে গাত বগা ব্লাউজ আৰু বগা চাদৰখন লৈ হাতত সৰু টোপোলা দুটাৰে ছোৱালীজনী মানুহবোৰৰ এয়া প্ৰায় ওচৰেই পালেহি। কঁকাললৈকে পৰা চুলিবোৰ পিঠিত এপিঠি হৈ মেল খাই আছে। তাই আহি আহি মানুহবোৰৰ কাষ পালেহি আৰু আপোনা-আপুনি মানুহবোৰে অলপ বাট এৰি দিলে— ছোৱালীজনী সেইফালেদি সোমাই গৈ অনিমেষৰ ওচৰত থিয় হৈ ৰ'ল। তাই কি কৰিব এতিয়া— এই ভাবটোৱে গোটেইখোৱা মানুহবোৰৰ মনৰ মাজত আতংকৰ মেলা এখনৰ সৃষ্টি কৰিলে। কোনেও মুখেৰে 'টু' শব্দ এটাও উচ্চাৰণ কৰিব নোৱাৰিলে যদিও প্ৰায় আঠেকুৰি মানুহৰ পাঁচকুৰি মেলা চকুৱে ছোৱালীজনীক সৰ্বাংগত হেৰুৱা বস্তু বিচৰাদি পিত পিতাই কিবা বিচাৰি ফুৰিবলৈ ধৰিলে। ছোৱালীজনীয়ে কালেকো চোৱা নাছিল, অথচ তাই অনিমেষৰ পিতানৰ

ফালে আঁঠুত মূৰ গুজি থকা মহিলা গৰাকীৰ ফালে এবাৰ চাই কুমজেলেকুৰা গতিৰে ভৰি পিচলাই পিচলাই আগবাঢ়ি গ'ল। ঠিক–

ঠিক সেই একেই খোজেৰে আজিৰ পৰা চাৰিবছৰৰ আগতে সেই একেজনী ছোৱালীয়েই মেডিকেল ফ'ৰৰ আইচ'লেটেড ওৱাৰ্ডৰ সৰু কোঠাটোলৈ মাজৰাতি অৰ্থাৎ ৰাতি বাৰ বজাত হাতত সৰু গিলাচ এটা লৈ সোমাই আহি নিঃশব্দে এখন বিচনাৰ মূৰত এক মুহূৰ্ত তভক মাৰি ৰৈছিলহি। ফটা আঁঠুৱাখনেদি তাই দেখিলে ল'ৰাটোৰে পকা অমৰাৰ দৰে খোলা চকুহাল মেলি ওপৰলৈ একেথৰে চাই কঁপি কঁপি পৰি আছে। তাৰ দুচকুৰেদি ধাৰাসাৰে পানী বাগৰি আছে আৰু অলপ হাউলি চাই দেখিলে যে গাৰুটো তাৰ বমিৰে লেটি পেটি হৈ আছে। ওৱাৰ্ডটোৰ সাতজন ৰোগী নিজ নিজ বিছনাত বহি আছিল আৰু ছোৱালীজনীৰ ফালে চাই ক'লে, বাইদেউ , তেওঁ খুব চিঞৰি আছিল। আঁঠুৱাখন আঁজুৰি ফালি পেলালে আৰু বিছনাতে বমি কৰিলে আপুনি অহাৰ অলপ আগৰপৰাহে তেওঁ তেনেকৈ পৰি আছে। মুখেৰে কিবাকিবি জোৰেৰে বকি আছিল। তাইৰ ল'ৰাটো দেখিযেই ডেকা ল'ৰাৰ প্ৰতি থকা তাইৰ সহজাত বিৰক্তি আৰু খংটো জ্বলি উঠিল। অমনোযোগেৰে তাই ল'ৰাটোৰ কপালত হাত দি উচপ খাই উঠিল– মূৰটো এই মুহূৰ্ততে অঙঠাৰ পৰা উলিয়াই অনা পোৰা আলুগুটিটোৰ দৰে তপত। তাই পুনৰ অহা দুৱাৰেদি দৌৰ মাৰি ওলাই গ'ল আৰু পিচ মুহূৰ্ততে থাৰ্মমিটাৰ ডাল আনি ল'ৰাটোৰ কাষলতিৰ তলত সুমাই দি সোঁহাতৰ আঙুলিৰে তাৰ নাড়ীস্পন্দন গণনা কৰিবলৈ ধৰিলে অথচ ল'ৰাটোৰ কোনো প্ৰতিক্ৰিয়া নাই, মাত্ৰ সি জীযা মাগুৰ মাছ এটা মাটিত ঠেকেচা মাৰি দিলে যেনেকৈ কিছু সময কঁপি থাকে তেনেকৈ কঁপি আছিল। থাৰ্মমিটাৰডাল উলিয়াই আনি তাই চাই শিযৰি উঠিল- - ১০৪ ডিগ্ৰী জ্বৰ আছে। লৰালৰিকৈ তাই তাৰ মূৰটো দাঙি মুখখন চামুছ এখনেৰে মেলি পানীকণ বাকী দি 'ক্লৰ'মাইচিটিন' কেপচুলটো ডিঙিত পেলাই দি প্ৰথম বাৰৰ কাৰণে ক'লে, গিলি দিযক। ল'ৰাটোৱে ঘোটোককৈ পানীখিনি গিলি দিলে আৰু গাৰুত মূৰটো নৌ পৰোতেই হক্ হক্কৈ তাইৰ গাতে বমি কৰি দিলে। ডিঙিলৈকে ঠিক কৰি দি তাই দৌৰ মৰাদি গৈ Doctor's call Book খনত কিবা লিখি বাৰাণ্ডাত শুই থকা ওৱাৰ্ডবয়টোক জগাই পঠাই দিলে।

নাইট ডিউটি শেষ কৰি পুৱা সাত বজাত যাওঁ নাযাওঁকৈ তাই এবাৰ কোঠাটোৰ আঠ নম্বৰ বিচনাখনৰ কাষলৈ আহি চাই দেখিলে যে হয়তো সি শুইছে। ক্লান্ত খোজেৰে তাই হোষ্টেলৰ ফালে যাবলৈ ধৰিলে। ' পেৰাটাইফযেড,'

'মাম্পছ' আৰু 'অৰ্কাইটিছ'। শব্দ তিনিটাই যেন তাইৰ মনত লুকা-ভাকু খেলিবলৈহে আৰম্ভ কৰি দিছে।

ৰাতি আঠ বজাত থাৰ্মমিটাৰডাল লৈ তাই ল'ৰাটোৰ ওচৰত থিয় হ'লহি। তাইক দেখিযেই সি চিঞৰিবলৈ আৰম্ভ কৰি দিলে, মাতকচোন মাতক- তেওঁক মাতি দিযক, তেওঁক মাতি দিযক, মাতকচোন মাতক- তেওঁক মোৰ ওচৰলৈ মাতি দিযক, মাক মাতি দিযক, মাক মাতক, তেওঁক মাতক - তেওঁক । তাৰ কথালৈ মনোনিবেশ নকৰি ছোৱালীজনীযে তাৰ কাষলতিৰ তলত থাৰ্মমিটাৰ ডাল ভৰাই দি সোঁহাতেৰে নাডীস্পন্দন গণনা কৰিবলৈ ধৰিলে । তাই লক্ষ্য কৰিলে ল'ৰাটোৱে যেন বাহিৰৰ ফালে চাই আকুলভাৱে কাৰোবাক মাতিছে। সি চোৱাৰ ফালে চাই তাই দেখিলে যে বাৰান্দাত কোনো নাই। হযতো সি মাকক আশা কৰিছে, হযতোবা সি কাৰোবাক - বা তাৰ প্ৰেমিকাক ওচৰত আশা কৰিছে। এই প্ৰেমিকা শব্দটো তাইৰ মনত পৰিলত মনটো বিৰক্ত হৈ গ'ল আৰু মাত্ৰ দুই মিনিট সমযতে তাৰ ওচৰত থিয হৈ থাকি তাইৰ দুদিন যেন লগা হ'ল। ১০৩ ৬ ডিগ্ৰী জ্বৰ। তাৰ মূৰত জ্বৰ উঠিছে। থাৰ্মমিটাৰ ডাল সামৰি তাই যাব খুজিলত সি তাইৰ হাতত ধৰি চিঞৰিবলৈ ধৰিলে, আপুনি মাতকচোন মাতক, মই ৰিকোৱেষ্ট কৰিছো, আপুনি তেওঁক মাতি দিযকচোন - মাতি দিয়ক। তাই তাৰ হাতৰপৰা জোৰকৈ এৰাই গ'ল। কোঠাটোৰ অন্যবোৰ পেচেণ্টে ক'লে, ছিষ্টাৰ, দিনৰপৰাই মানুহ দেখিলে তেওঁ তেনেকৈ কাৰোবাক মাতিবলৈ কয। ভীষণ বিৰক্তিত তাই ওলাই গ'ল।

ৰাতি বাৰ বজাত তাই সোমাই আহিল আৰু আঁঠুৱাখনৰ তলেদি হাতটো সুমাই তাৰ মূৰটোত মৃদুভাৱে টোকৰ মাৰি জগাই দিলে। হয়তো তাৰ টোপনি অহাৰ নিচিনা হৈছিল। সি সাৰ পাই সেই আগৰদৰেই চিঞৰিবলৈ ধৰিলে, মাতকচোন মাতক — তেওঁক মাতি দিয়ক, তেওঁক মাতি দিয়ক, তেওঁক কিয় বাৰু এবাৰ মাতি নিদিয়ে। যন্ত্ৰবৎ তাই তাৰ মূৰটো অলপ দাঙি মুখখন মেলি পানীকণ মুখত বাকি দিলে আৰু কেপচুলটো মুখত পেলাই দি গিলিবলৈ ক'লে। টেম্পেৰেচাৰ কিছু কমিছিল। নিচিলাইটিজ আৰু 'মাম্‌প্‌ছ'ৰ কাৰণে মুখ আৰু ডিঙি তাৰ ফুলি আছিল। মাফলাৰৰ নিচিনা গৰম কাপোৰখন তাই তাৰ মুখে ডিঙিয়ে মেৰাই দিলে। তাৰ কোনো কথালৈ কাণ নিদি অহা বাটেৰে গুচি গ'ল।

চতুৰ্থ দিনা ৰাতি আঠ বজাত তাই আহি দেখিলে যে কেবাজনো ডাক্তৰে

ল'ৰাটো বেৰি কিবা আলোচনা কৰিছে। তাই বেগেৰে গৈ তাৰ কাষ চাপিলগৈ। তাক চেলাইন দিয়া হৈছে আৰু গাত কেবাখনো গৰম কাপোৰ জাপি দিয়া আছে। তাইক দেখি সহকাৰী অধ্যাপক পাঠকে ক'লে, ছিষ্টাৰ, এভ্ৰি হাফ এন আৱাৰতটেম্পেৰেচাৰ চাব লাগিব। ডাক্তৰসকল আঁতৰি যোৱাত তাই মুৰ শিতানত তভক মাৰি তাঁলৈ চালে, যেন অৱশ হৈ সি পৰি আছে। মুখত কোনো মাত নাই, চকু দুটা অলসভাবে শুদা তাই অলপ আগবাঢ়ি গৈ কাপোৰ ঠিক কৰি দি অভ্যাসবশতঃ কাপোৰৰ তলেদি হাতখন ভৰাই ভৰি দুটাৰ উত্তাপ চালে। সি চকু মেলিলে আৰু একেবাৰে মুখেৰে একো শব্দ নকৰাকৈ তাইৰ ফালে একেথৰে চাই থাকিল। তাৰ এই চাই থকা কথাটোৱে তাইক তীব্ৰভাৱে বিৰক্ত কৰিলে আৰু একো নোকোৱাকৈ তাই অন্য এজন ৰোগীৰ ফালে গুচি গ'ল।

—ছিষ্টাৰ, এতিয়া ৰাতি কিমান বাজিল?

— বাৰ বাজিছে।

— ৰাতি বাৰ বাজিল নহয়।

— হয়।

— আপোনাৰ নাম কি ছিষ্টাৰ ।

তাই থাৰ্মমিটাৰ ডাল পৰীক্ষা কৰিবলৈ ধৰিলে আৰু তাৰ কথাৰ কোনো উত্তৰ নিদিলে।

— আপোনাৰ নাম কি? তাই কোনো উত্তৰ নিদি তাৰ ওচৰৰ পৰা যাবলৈ ধৰিলে আৰু দুৱাৰ মুখৰ পৰা উভতি চালে। সি শেঁতা চকুহালেৰে তাইলৈ চাই থাকিল। মুখখন ঘূৰাই তাই ক'লে, মোৰ নাম ছিষ্টাৰ। যদিও তেনেকৈ কৈয়েই তাই ওলাই গ'ল অথচ তাই যাওঁতে ভাবিলে যেন এই ল'ৰাটোৰ ওপৰত তাইৰ ভীষণ খং উঠিছে। কিন্তু এনে হ'বতো নালাগিছিল। কাৰণ এই ল'ৰাটোক তাই এইবাৰেই প্ৰথম দেখিছে আৰু আগতে কোনোদিনে চিনাকিও নাই। তাতে ল'ৰাটোৰ ভীষণ অসুখ। কিন্তু তেনেক্ষেত্ৰতো তাইৰ সহানুভূতি হোৱাৰ বাহিৰে বাৰু কিয় বিৰক্তি হৈছে? সিটো তাইৰ পূৰ্ব-পৰিচিত নহয়। তাৰ বিষয়ে তাই ইমানকে জানে যে কোনোবা এখন বাগানৰপৰা আনি তাক ইয়াত ভৰ্তি কৰোৱা হৈছে। পাঁচদিন ধৰি বাগানৰ হস্পিটেলত সি আছিল আৰু তাৰ জ্বৰ কমা নাছিল। বয়স চৌবিশ বছৰ। চাকৰি নকৰে। ইমানকেহে তাই তাৰ বিষয়ে জানে, তাকো চিকবাৰ্ডৰ ৰেকৰ্ডৰ পৰাহে। তেনেহ'লে তাইৰ এই অহেতুক খঙটো তাৰ প্ৰতি কিয় হ'ল?

## ।। দুই ।।

এই অহৈতুক খংটো কিন্তু তাইৰ বেছিদিন নাথাকিল। ক্ৰমান্বয়ে তাইৰ এই অহৈতুক খংটো তাৰ প্ৰতি অহৈতুক প্ৰীতিলৈ পৰিবৰ্ত্তিত হ'ল আৰু ১৭ দিন সি হস্পিটেলত থকাৰ কালত এই অহৈতুক প্ৰীতিটো ক্ৰমাগত গভীৰৰপৰা গভীৰতৰ হ'বলৈ ধৰিলে।

— আজি কোন আহিছিল দিনত? গাৰুৰ তলৰ পৰা কিতাপ দুখন উলিয়াই লিৰিকি বিদাৰি তাই সুধিলে।

— মা, দাদা আৰু ভাগিনটো আহিছিল। ছিষ্টাৰ, মই বৰ খীণাই গ'লো নেকি বাৰু? মায়ে দেখোন মোক দেখি কান্দিলে আৰু দাদাইতে প্ৰথমতে দেখোন মোক চিনিবই নোৱাৰিলে।

— ক'ব নোৱাৰো। মই আপোনাক আগতে দেখা নাই। এইবোৰ কিতাপ কোনে পঢ়ে । চে'গুৱেভাৰাৰ ডায়েৰী আৰু গৰ্কীৰ 'মাই চাইল্ডহুড' কিতাপ দুখন মেলি তাই সুধিলে।

— কিয় এইবোৰ কিতাপ পঢ়িব নাপায় নেকি? তাই একো নামাতিলে কিছুপৰ। চে'গুৱেভাৰা কোন?

— আপুনি যেনেকৈ প্ৰশ্ন কৰিছে মোৰ এ পি এছ চি-ৰ ইন্টাৰভিউ ৰুমটোত আছো যেন লাগি গৈছে।

— আপুনি আজি দিনৰ ছিষ্টাৰৰ লগত কিয় তৰ্ক কৰিছিল।

— কোনে কৈছে, মই কাৰো লগতে তৰ্ক কৰা নাই।

— কিয় তৰ্ক কৰা নাই— আপোনাৰ ওপৰত ৰিপোৰ্ট পৰিছে। ছিষ্টাৰ বা ডাক্তৰৰ লগত অযথা তৰ্ক কৰিবলৈ যোৱাটো বেয়া কথা।

— নাই নাই মই কোনো তৰ্ক-বিৰ্তক কৰা নাই।

— ছিষ্টাৰ ইনচাৰ্জ জাবেৰীয়া ছিনিয়ৰ ষ্টাফ নাৰ্চ। তেওঁৰ আপোনালৈ অসম্ভৱ মৰম।

— ঠিকেই ঠিকেই, তেওঁ মোক দিনটোত বহুতবাৰ খবৰ কৰে আৰু নিজ হাতেৰে তেওঁ মোক ফলমূল কাটি হৰলিক্স গাখীৰ খুৱাই যায়। তেওঁক মই মাম্মী বুলি মাতো।

— তেওঁ আপোনাৰ ওপৰত স্পেচিয়েল কেয়াৰ লয় আৰু তেওঁৰ নিৰ্দেশক্ৰমেই ডে ডিউটিৰ ছিষ্টাৰে আপোনালৈ ভাত আনিছিল। আপুনি আপত্তি

কৰিব নালাগিছিল নহয়। ইয়াত যি ছাগ্লাই তাকেহে আপোনাক দিব পাৰে অথচ অন্যতকৈ আপোনাক ভাল আহাৰ দিয়া হৈছে।

- অ' নহয়, নহয়, নেভাৰ, নেভাৰ ভুল হৈছে ভুল হৈছে। মই কেতিয়াও সেইদৰে আপত্তি কৰা নাছিলো মই কৈছিলো যে মোক যে ভাতৰ লগত মাছ-মাংস দুয়োটাই দিয়া হৈছে কিন্তু কোঠাটোৰ বাকী সাতজন ৰোগীক কেৱল দাইল ভাত আৰু ৰঙালাও আলুৰ ভাজি কিয় দিয়া হৈছে? ৰোগীৰ ক্ষেত্ৰতো যদি এই বৈষম্য তেনেহ'লে ইয়াতকৈ চূড়ান্ত অপৰাধ আৰু কি হ'ব পাৰে?

— আপুনি জানো তাকে লৈ আপত্তি কৰিছিল।

— অ' মোৰ আপত্তিৰ কাৰণ সেইটোহে আছিল আৰু কেৱল সেইবাবেই মই ভাত নাখাওঁ বুলি আপত্তি কৰিছিলো। তেতিয়া ছিষ্টাৰ গৰাকীয়ে মোক ভোৰ ভোৰাই ইংৰাজীতে ককৰ্থনা কৰিলে।

— কিন্তু কথাটো তেনেকৈ ওলোৱা নাই।

— অ' সেয়েইতো, আমাৰ দেশত সেইটোৱেই হৈছে — যিটো সঁচা সি বিকৃত ৰূপত প্ৰচাৰ হয়। আপুনি কথাটো বুজাই দিব? ইস্ ইস্ মই কথাটো শুনি বৰ দুখ পাইছো। আপুনি যদি মোক বিশ্বাস কৰা নাই অন্যবোৰ পেচেণ্টক সোধক। তেওঁলোকে মোৰ আপত্তি শুনি খাবলৈ বুজাইছিল। আপুনি সোধক।

— মই মেজিষ্ট্ৰেট হৈ এনকুৱাৰী কৰিবলৈ অহা নাই।

— আপুনি ইমান কাঢা হেডমাষ্টৰণীৰ দৰে কথা কৈছে কিয়?

ছোৱালীজনীযে একো নামাতিলে আৰু তাই কোঠাটোৰ পৰা ওলাই গ'ল।

## ।। তিনি ।।

— আপোনাৰ টোপনি অহা নাই নেকি?

— ওঁ— অ' — হয, নাই অহা। অথনি কথাটো শুনাৰে পৰা মোৰ মনটো ভাল লগা নাই।

— সেইটো কথাকে ভাবি থাকিব লাগেনে?

— নহয় মোৰ মনত কিবা এটা ভাব সোমালে বেগেতে উলিয়াই পঠাব নোৱাৰো। আপুনি আহিলে ভালেই হ'ল, মোৰ আপোনাৰ লগত অলপ কথা পাতিব লগা আছে।

— নাই — নাই ৰাতি বাৰ বজাত কোনো মানুহেই কথা পাতি বহি নাথাকে। আৰু আপোনাৰ টোপনি নাহিল বুলিয়েই অন্যবোৰ ৰোগীৰ টোপনি নহা নহয় নহয়। দৰব খাওক।

— কথাটো অৱশ্যে হয়, টেবলেট্‌টো তাইৰ হাতৰপৰা লৈ সি ক'লে। দিনত আপোনাৰ ডিউটি নাথাকে, এবাৰ আহিবচোন— আমি কথা পাতিম।

— দিনত শুব লাগে আৰু ক্লাছ্‌ থাকে। কাৰো ওচৰলৈ যাবলৈ আমাৰ সময় নাই।

কিঞ্চিতমানো অনুকম্পা নসনাকৈ আগৰাতি তাই কথাটো ক'লে, যদিও পিছদিনা সাৰে থকা সময়কণ তাইক কথাটোৱে আমনি কৰিলে। ল'ৰাটোৰ ওচৰত ইমান কঠোৰ হোৱা তাইৰ উচিত হৈছে জানো? অন্য নহ'লেও সি এটা পেচেণ্ট।। এই প্ৰফেচনৰ প্ৰথম পাঠেই হ'ল দেখোন পেচেণ্টৰ কাৰণে সদায় সদয় হ'বা। তেনেহ'লে । শেষত তাই পাটৰ মেখেলাখন আৰু বগা চাদৰখন লৈ আইচ'লেটেড ওবাৰ্ডটোৰ ফালে যাবলৈ ধৰিলে।

— আও চিনিব নোৱাৰা হৈ আহিছে দেখোন। কেনি যায়।

— এইফালে ঘ ওচৰৰ পেচেণ্ট এজন আছে, খবৰ কৰি আহিলো। কথাটোৰ কৃত্ৰিমতা ঢ াকিবলৈ তাই চেষ্টা কৰিলে।

— আপোনাৰ ঘ ৰনো ক'ত?

— মেডিকেল কলেজত কাম কৰা মানুহক ঘৰ ক'ত সুধিব নাপায়।

— তাৰ মানে মই ইয়াকেই বুজা দৰকাৰ যে টেষ্টটিউবত তেওঁলোকক কৃত্ৰিমভাৱে সৃষ্টি কৰি লোৱা হয় । সি হাঁহিলে, ছোৱালীজনীয়ে নাহাঁহিলে।

—কওক কি ক'বলগা আছে?

— কিন্তু আপোনাৰ এই কঢা হেডমাষ্টৰণীৰ নিচিনা মূড দেখি কথা ক'বলৈকে ভয় লাগিছে।

— কমিউনিষ্ট মানুহেো ভয় কৰেণে।

— কমিউনিষ্ট বুলি কোনে ক'লে?

— আপোনাৰ এই কিতাপবোৰ পঢ়া হ'ল যদি মোক দিবনেকি পঢ়িবলৈ?

— দিম দিম। মোৰ পঢ়া হ'ল। কিন্তু আপোনালোকে বিশেষকৈ ছোৱালীয়ে এনেধৰণৰ কিতাপবোৰ পঢ়িব জানো?

— যদি দিব নোৱাৰে নিদিওঁ বুলি কওক।

— নাই নাই, এই লৈয়েই যাওক। বুলি সি চে'গুৱেভাৰাৰ ডায়েৰী, গৰ্কীৰ

আত্মজীৱনীমূলক উপন্যাস তিনিখন আৰু ভি আই লেনিনৰ বঙালীতে ওলোৱা ৰচনা সংকলন দুটা তাইলৈ আগবঢাই দিলে।

— এতিয়া নিনিওঁ, পুৱা ডিউটিৰপৰা যাওঁতে লৈ যাম।

— ঠিক আছে।

— আপুনি যিখন বাগানৰপৰা আহিছে তাতেই আপোনাৰ ঘৰ নেকি?

— ঘৰ! কমিউনিষ্ট মানুহৰ কি ঘৰ-দুৱাৰ আছে। আৰু মই যে বাগানৰ পৰা আহিলো আপুনি কেনেকৈ জানিলে?

তাই একো নামাতিলে।

অ— বুজিছো, এই ৰেকৰ্ডৰ পৰা জানিলে, বুলি সি তুলিৰ তলত থকা ৰেকৰ্ড-ফাইলটোলৈ আঙুলিয়াই দিলে।

— আপুনি ক'ৰবাত কাম কৰে নেকি?

—কাম! আপোনালোকৰ চৰকাৰে মোক ক'তো কাম এটা আজি চাৰিবছৰ দিন ধৰি দিব পৰা নাই। সি নিজেই অলপ হাঁহিলে। ছোৱালীজনীৰ মাজত কোনো ভাবাবেগৰ চিন নাই।

— আপুনি বাগান কেনেকৈ পালেগৈ?

— কেনেকৈ পালোগৈ বা কিয় গৈছিলো শুনিব নেকি?

— ক'লে শুনিব পাৰো।

— শুনক তেন্তে। সি ঢাকি থোৱা পানীগিলাচ খাই ল'লে। আপুনি টুলখনতে অকণমান বহিব নেকি?

— ঠিক আছে, মই থিয় হৈ থাকিয়েই ভাল পাওঁ?

—বাগানলৈ গৈছিলো মানে তাত মোৰ বাইদেউহঁত থাকে। চাকৰি বাকৰি ক'তো নাপাই এবাৰ বাগানলৈ গ'লো। তাত কেইদিনমান এনেয়ে থকাৰ পিছত আমনি লাগিল। তাৰ পিছত মজদুৰ লাইনলৈ সোমালো। সেই বাগানৰ প্ৰায় দুহেজাৰ মজদুৰে তেতিয়া আকৌ মালিকৰ বিৰুদ্ধে এটা আন্দোলন কৰাত ব্যস্ত। ভাল ঘৰ নাই, ৰ'নাচ দিয়া নাই আৰু মালিক বা মেনেজাৰৰ ইচ্ছামতে যাকে তাকে কামৰ পৰা খেদোৱা আদি লৈ মজদুৰবোৰ আন্দোলন কৰাত ব্যস্ত হৈ আছে। তাৰ মাজতে সোমাই থাকি বৰ ভাল লাগিছিল। এসময়ত মই নিজকে এনেধৰণেৰে আবিষ্কাৰ কৰিলো যেন কামৰপৰা খেদাই দিয়া মজদুৰবোৰৰ ভিতৰত ময়ো এটা। আৰু ময়ো সেই মজদুৰ আন্দোলনত প্ৰত্যক্ষভাৱে সহযোগ কৰিলো। সহযোগ কৰিলোহে হয়, পিছে সকলো সময়তে মোৰ কথা তেওঁলোকৰ মাজত

নৰজিছিল। তাৰ কাৰণ প্ৰধানতঃ দুটা আছিল। এক— তেওঁলোকে মোক বাবুজাতীয় লোক বুলি বৰ বিশ্বাস কৰিবপৰা নাছিল। দুই— তেওঁলোকৰ মাজত এনে এটা তৃতীয়পক্ষই গোপনে ছলেৰে কাম কৰি আছিল যে যাৰ সহযোগ পোনে পোনে চালে মজদুৰবোৰৰ পক্ষে আছিল বুলি ক'ব পাৰি আৰু দ'কৈ চালে তেওঁলোকে মালিক পক্ষৰ কাৰণেহে কাম কৰি আছিল। তেনেকুৱাতে এদিন এটা ঘটনা ঘটিল। অফিচতে মজদুৰবোৰে মেনেজাৰ তিনিটাক ঘেৰাও কৰিলে আৰু বহুত তৰ্ক বিতৰ্কৰ পিছত সেই চাহাব জাতীয় তিনিওটা মানুহকে মজদুৰবোৰে কোবাই কোবাই বগৰাই দিলে। মই বোলো এইদৰে নহয়, এই পন্থাৰে স্থায়ী সমাধান নহয। মই তাতে হকা বধা কৰিছিলো। প্ৰায় ৰাতি এঘাৰ বজালৈকে অফিচ ঘৰটো মজদুৰবোৰে ঘেৰাও কৰি ৰাখিছিল। সেই ৰাতিৰেপৰা মোৰ জ্বৰ হ'ল, টনচিলাইডিজ পেইন বেছি হ'ল আৰু মোৰ জ্বৰ মূৰত উঠিল। চাৰিদিন বাগানৰ ডাক্তৰে চিকিৎসা কৰি একো কৰিব নোৱাৰি এই মেডিকেল কলেজলৈ লৈ আহিল। ইয়ালৈ মই কেতিয়া আহিলো, কোনে আনিলে, কিয অনিলে, সেইবোৰ ভালদৰে মনত নাই। আজিহে দুপৰীয়া ভাগিনটোৱে ক'লে যে মই হেনো ইয়ালৈ অহাৰ ১৯দিন হ'ল। কথা সিমানেই।

—মজদুৰবোৰৰ কি হ'ল? ছোৱালীজনীযে সুধিলে

— বৰ ভালকৈ গম নাপাওঁ নহয। মাত্ৰ এই কেইদিনত সংগ্ৰহ কৰা খবৰৰপৰা মই ইমানকে জানো যে ৰাতিযেই হেনো পুলিচ মিলিটেৰী গৈ বাগানৰ কেবাটাও মজদুৰৰ লাইন ঘেৰাও কৰি প্ৰায তিনিশ মান মানুহক গ্ৰেপ্তাৰ কৰিলে।

— মই এতিয়া যাওঁ।

— যায়েইনে?

— সাত বজাৰ পৰা মোৰ নাইট ডিউটি আৰম্ভ হয়। এতিয়া ছাৰে পাঁচ বাজিল, কাম আছে।

ভাল বাৰু।

ছোৱালীজনী গ'লগৈ। সি চোতাললৈকে আগবঢাই দিলে।

— পোনা, ছোৱালীজনী তোমাৰ ঘৰৰ ওচৰৰ নেকি? এজন বয়সীয়া পেচেণ্টে সুধিলে।

— নহয় নহয়, ঘৰৰ ওচৰৰ নহয়।

—তোমাৰ আগৰেপৰা চিনাকি হ'বলা?

— চিনাকিও নহয়। ইয়াতেহে দেখিছো।

— হয়নে , পিছে সেইকেইদিন ৰাতি ৰাতি তোমাৰ কাৰণে তাই বৰ কৰিলে আকৌ দেই। ঘৰৰ মানুহেও তেনেকৈ নকৰিব কিজানি।

— হয়নে?

— এৰাতো। তুমি দুদিন তেওঁৰ গাতে বমি কৰিছা। তোমাক দৰব খুৱাই দিয়ে— তুমি হক হককৈ গাতে বমি কৰি দিয়া। খুব গহীন-গম্ভীৰ বৰ ঠাণ্ডা, ছোৱালী।

— আমি আকৌ তোমাৰ কিবা আপোন হয় বুলিহে ভাবিছিলো।

— আপোনাৰ ঘৰ ক'ত?

— মোৰ ঘৰ চিলাপথাৰত।

— ইয়াত কিমান দিন হ'ল?

— মোৰনে? এইবাৰৰ সৈতে চাৰিবাৰত তিনিমাহৰ ওপৰ হ'ল।

— আপোনাৰ অসুখ কি?

— পেটৰ - পেটৰ ।

এইটো ওৱাৰ্ডত পেটৰ অসুখৰ মানুহো ৰাখে নেকি?

— তোমাৰ বাহিৰে সকলোবোৰ তেনেধৰণৰ বেমাৰীযেই। তোমাৰ বিছনাখন পিছতহে ইয়ালৈ আনি দিযা।

— এইখন ধনী মানুহৰ কাৰণেহে বুজিছা, দুখীযা মানুহৰ ইযাত বেমাৰ বেছিহে হয। আন এজন পেচেণ্টে মাজতে মাত লগালে।

— কেলেই আপোনাৰ নো কি হ'ল?

— মোৰ, মোৰ কথা কৈছা বোপাই। সৌ তেখেতৰ দৰে মোৰো ইয়ালৈ চাৰিবাৰ অহা হ'ল ইয়াৰে প্ৰফেছাৰ এজনক দেখুৱালো, ১৫ টকা দিলো। তাৰ পিছত বোলে আপোনাক ছিট দিব লাগিব। মই বোলো ছিট দিলে দিয়ক। তেতিয়া তেখেতে ক'লে বোলে টকা ৫০ টা লাগিব ছিটৰ কাৰণে আৰু ৪৫ টকা লাগিব কিবা পেটৰ ফটো তোলোতে । হে হৰি, জামুগুৰিৰ পৰা— উত্তৰ লক্ষীমপুৰৰ জামুগুৰিৰপৰা ইয়ালৈ অহা যোৱা কৰোতেই শেষ হ'লো, আকৌ যি তাতে এশ টকা ক'ত পাওঁ। ডাঙৰ ল'ৰাটোৰ মাত্ৰ ১৮ বছৰ বয়স। আকৌ ঘৰলৈ গ'লোগৈ। বেমাৰ বেছি হ'ল। আকৌ আহিবলগা হ'ল। নৈয়ে পোৱা মাটি যাচি দিলেও নলয়, অথচ মাৰোৱাৰী মহাজনক হাতে ভৰিয়ে ধৰি, এহালিছা মাটিত সৰিয়হ আছিল, সেই সৰিয়হে মাটিয়ে টকা তিনিশত বন্ধক থৈ ৫০ টকা ঘৰত দি আকৌ এইখিনি পালোহি। তাৰ পিছত অন্য এজন প্ৰফেছাৰক দেখুৱালে।

মিছা ক'ব নাপায়, তেখেতে সেই টকা পোন্ধৰটাহে যি ফিজ ল'লে— মোক ইয়াতে ছিট দিলে। আজি ডেৰমাহ দিন আছো আৰু। মাটি পিছে আৰু দুবিঘা গ'ল। তিনিবিঘা মাটি এতিয়া আছে।

— ইয়াত ছিট পোৱাৰ পিছত ইমান মাটি আকৌ কিয় বেচিবলগা হ'ল?

— বাৰু কথা কৈছা বোপাই, ইযাত বিছনাখনহে পালো, ঔষধ পাতি, বেজি, পেটৰ বুকুৰ ফটো তোলা, গাখীৰ চাখীৰ অকণমান খোৱা সেইবোৰ পইচা ক'ত পাম? ইযাত ছিট্‌টোহে পালো। বোলে— অমুকটো দৰব কিনিব লাগিব হস্পিতালত নাই, তমুককেটা বেজি আনিব লাগিব, ফটো তোলাৰ 'পেলেট' নাই বাহিৰত কৰিব লাগিব, ' চেলিন' কেটা কিনি আনিব লাগিব— এস্ মুঠতে নক'বা আৰু। টকাৰ বজাৰ বুইছা, টকাৰ বজাৰ। টকা নহ'লে ইযালৈ অহাতকৈ ঘৰত মৰাই ভাল। তাকে এখেতক তাহানি কৈছো, বোলো এইবাৰ ইয়াৰপৰা ওলাই যোৱাৰ পিছত আৰু মৰিলেও ইযালৈ নাহো— ঘৰতে মৰিম।

— আমাৰ কাৰণে আৰু এটা কি অসুবিধা জানানে বোপাই, চাৰিবাৰ অহাজনে ক'লে, অকৰা মানুহ, একোটো ভালদৰে নাজানো, ইজনে আহি গালি দিবহি, সিজনে দাবী দিবহি, সিজনীযে বকিবহি - এস্ পেটৰ পোৱালিৰ বয়সৰ ডাক্তৰ সেইবোৰে দুটা কথা জানিলেই বুলি গালি গালাজ কৰিব লাগেনে? এ--সিমানবোৰ যদি আমিয়েই জানিলোহেঁতেন ইযালৈনো তোমালোকৰ গালি গালাজ খাবলৈ আহো নে?

—চালা কুকুৰৰ পোৱালি— প্ৰেম কৰিবলৈ আহিছইঁত। এইখন কলেজ হোৱা একুৰি পাঁচ বছৰ হ'ল নহয়, কেইটা ডাক্তৰে কেইজনী নাৰ্চ বিয়া কৰালিহঁত হোঁ। কেইটা কম্পাউণ্ডৰে বা কেইটা ডাক্তৰে কেইজনী মেটোৰৰ ছোৱালী বিয়া কৰালিহঁত। — অঁ মনে মনে আন্ধৰে আন্ধাৰে প্ৰেম কৰিবলৈ লাগে। সেইজনী চামেলী নে ফামেলী— মই তাইক ক'লো বোলো তোৰ ৰূপটো আছে বুলিয়েই আন্ধাৰে আন্ধাৰে তোক সাৱট মাৰি ধৰিছে সেই ডেকা বাবুটোৱে তোক বিয়া নকৰায় — নাই, তাই মোকহে গালি পাৰে। লোকৰ ময়লা চাফা কৰোঁতে কৰোঁতে নিজৰ কাণৰ ময়লা জমা হ'ল ইহঁতবোৰৰ। বাবুবোৰে চাফা হ'বৰ কাৰণে মলত্যাগ কৰে, ইহঁতে চাফা কৰিবৰ কাৰণে মল পেলায়। কচোন কইঁত, গছজোপাৰ তলতে যে কাণিমুনি নৌহওঁতেই তই সেই ছোৱালীজনীক সাৱট মাৰি ধৰিলি, বিয়া কৰাবিনে? কেইটা ডাক্তৰে কেইজনী নাৰ্চ বিয়া কৰাইছে? কিন্তু কেইটা ডাক্তৰ নাৰ্চৰ লগত প্ৰেম নকৰাকৈ আছে,

— মইনা, মন কৰিছানে? এই পগলাটোৰ জঁক উঠিল।

— পগলা নেকি?

— অ' পগলা পগলা।

— ক'ৰ মানুহ?

— ক'ব নোৱাৰো। হস্পিতালত বোলে সাত বছৰ আছে। বয়স বেছি হোৱা নাই আঢ়ৈকুৰিমানহে হ'ব। কিবা বেমাৰ দেখুৱাবলৈ আহি বোলে প্ৰথমতেই চাৰিদিন চাৰি ৰাতি বাৰাণ্ডাতে পৰি থাকিল।

— আপুনি কেনেকৈ জানিলে?

— অইন দেখা মানুহে কৈছে।

— সকলো মনে মনে থাকিল। ডাঃ ৰজত বৰঠাকুৰ ওৱাৰ্ডটোলৈ সোমাই আহিল।

— বুইছা প্ৰোনা, এই ডেকা ডাক্তৰটিয়ে কৈছে— মানুহলৈ বৰ মৰম। বিশেষকৈ দুখীয়া মানুহলৈ বৰ মৰম। ধনী মানুহৰ কাষেই নাচাপে।

— এই প্ৰফুল্ল, তোক পৰহিয়েই পঠোৱা হ'ল। তই যোৱা নাই কিয়? প্ৰায় তেৰ বছৰীয়া ৬নং ওৱাৰ্ডৰ পেচেণ্টটোলৈ চাই ডাক্তৰ বৰঠাকুৰে সুধিলে।

— নাই নাই ছাৰ, মই ইমান সোনকালে নাযাওঁ।

— কিয়? লোকে ঘৰলৈ যাবলৈ চিঞৰি থাকে, ই আকৌ ঘৰলৈ পঠালেও নাযায়। কি হ'ল?

—ছাৰ, মই আৰু এসপ্তাহমান ইয়াতে থাকিম।

— কি অকৰা ল'ৰা অ' এইটো? ঘৰলৈ মনত পৰা নাই জানো।

—ছাৰ ঘৰলৈ মনত পৰিলেও মোৰ যাবলৈ মন যোৱা নাই। ইয়াত ছাৰ দুপৰীয়া আৰু ৰাতি দুবাৰ ভাত খাবলৈ পাইছো। ঘৰত ছাৰ কেবাদিনৰ মূৰতহে ভাত খাবলৈ পাওঁ।

কথাষাৰ শুনি ডাঃ বৰঠাকুৰে একো মাতিব নোৱাৰিলে। ঠিক ল'ৰাটোৰ শেষ কথাষাৰ শুনিবলৈ পাইছিলহি অন্য এজন ডাক্তৰে। তেওঁ ল'ৰাটোক ধমক দি ক'লে, আও, এওঁক আমি এতিয়া ইয়াত ভাত খুৱাই খুৱাই বহুৱাই ৰাখিম। এইখন ঘৰত ভাত খাবলৈ নোপোৱাবোৰৰ কাৰণে হোটেল কৰিলেহে হ'ব। ছিষ্টাৰ, ই যদি কাইলৈ ৰাতিপুৱা নাযায়গৈ দুপৰীয়াৰপৰা ইয়াক ভাত নিদিব। চাৰি আঙুলমান দীঘল আৰু দু আঙুলমান বহল জুলফি ৰখা ডেকা ডাক্তৰটোৱে কৈ কৈ বাৰাণ্ডাইদি সিফালে পাৰ হৈ গ'ল ৰজত বৰঠাকুৰ অলপ ক্ষুণ্ণ হ'ল।

বুঢ়া মানুহ তিনিজনৰ ওচৰত অনিমেষ বৈ আছিল— সেই ডাক্তৰটোৰ প্ৰতি ঘৃণাত তাৰ মুখত থুই জমা হ'ল। ডাক্তৰটো দেখিলেই তাৰ চকুৱে-মুখে অহঙ্কাৰ আৰু নিৰ্দয়তাবোৰ মৌবাহ ওলোমাদি ওলমি থকা যেন লাগে। ডাক্তৰটো যোৱাৰ ফালে চাই অনিমেষে থু পেলাই দিলে।

— কি হ'ল ভূএগ্ৰা থুৱাই দিলে যে? ডাক্তৰ ৰজত বৰঠাকুৰে অনিমেষক সুধিলে।

— নুথুৱাম মানে, নিয়মমতে তাৰ মুখত থুৱাব লাগিছিল। স্বাধীন দেশ এখনত ১২বছৰীয়া এটা ল'ৰাই ঘৰত ভাত খাবলৈ নাপাই হস্পিতেলত দুসাঁজ মাৰ ভাত খাবলৈ পাই যাবলৈ পঠালেও নাযাও' বুলি কোৱা কথাটোৱেই কিমান মৰ্মন্তুদ তেনে ক্ষেত্ৰত তাৰ ব্যৱহাৰটো চোৱাঁ।

— কি কৰিম আৰু স্বাধীন দেশ। পিছে তেৰোঁ খেতিয়কৰে ল'ৰা। অৱশ্যে চাহ খেতিয়কৰ ল'ৰা আকৌ দেই।

— কিন্তু চাহ খেতিয়কৰ ল'ৰা কেইটাই নাজানে যে সি এম বি বিএছ ডিগ্ৰী লৈ এই বাহাদুৰী খটাবলৈ পাইছে কাৰপৰা? এটা এটা ডাক্তৰ কৰোতে আমাৰ দেশত ৭৫,০০০টকা খৰচ হয়। অৰ্থাৎ এই পয়সত্তৰ হাজাৰ টকাত সেই ঘৰত ভাত খাবলৈ নাপাই হস্পিতেলৰ পৰা নাযাওঁ বুলি কোৱা প্ৰফুল্লৰ ককাক, দেউতাকৰ বুকুৰ তেজো আছে।

— সিমানখিনি ভবা হ'লে দেখোন সি চাহখেতিয়ক বাপেকৰ ঘৰতে ভাত খাবলৈ ঘিণ কৰিলেহেঁতেন।

— আপুনি কথা এটা মন কৰকচোন, ডাক্তৰবোৰেই আটাইতকৈ বেছি মিঠামুখীয়া আৰু দৰদী হ'ব লাগে। তাৰ প্ৰধান যুক্তি দুটা। প্ৰথম ঃ মানুহে জীৱনৰ আটাইতকৈ চূড়ান্ত বিপদৰ লগত সমুখা সমুখি হৈহে পৰিত্ৰাণৰ কাৰণে ডাক্তৰৰ ওচৰত নিজক সঁপি দিয়েহি, দ্বিতীয়তে ঃ সেই বিপদাপন্ন মানুহবোৰৰ টকাৰেই সিহঁত ডাক্তৰ হ'ব পাৰিছে। এই দুটা প্ৰধান কাৰণতেই ডাক্তৰবোৰ দৰদী আৰু মিঠামুখীয়া হ'ব লাগে। কাৰণ প্ৰত্যেকজন ৰোগীৰ ওচৰতে তেওঁলোক ধৰুৱা। দৰ্মহা কোনে দিছে।

— আপোনাৰ নিচিনা মানুহ ডাক্তৰ হোৱা হ'লে বৰ ভাল আছিল। ৰজতে ক'লে।

— ঠিকেই কৈছে বৰঠাকুৰ। কিন্তু এইবোৰ কথা আপোনাৰ বাহিৰে অন্য এজনে কোৱা হ'লে মই সহ্য নকৰিলোহেঁতেন। মই জানো যে আপুনি ব্যংগ কৰা নাই।

— নাই নাই। ব্যংগ কৰা নাই, ভূঞা, আপুনিতো এতিয়া ফুৰিব পৰা হ'ল?

— অ' পাৰো।

বলক অলপ হস্পিতেলখন ফুৰি আহিব। আপুনি নিজ চকুৰে অলপ দেখা দৰকাৰ। আপোনালোকৰ নিচিনা মানুহে নিজ চকুৰে দেখাত লাভ আছে।

দুয়োটা ওলাই গ'ল। তেওঁলোক নাৰ্চ হোষ্টেলৰ মুখেদি পাৰ হৈ আকৌ ৱাৰ্ডবোৰৰ ফালে যাবলৈ ধৰিলে।

।। চাৰি ।।

— বৰঠাকুৰ, সেই মানুহজনীয়ে কিয় কান্দিছে।

— সেই মানুহজনী' তাইৰ গিৰিয়েক ঢুকাল ঘৰ নামৰূপত। ল'ৰা-ছোৱালী নটা কালি মানুহটো হস্পিতেলত ভৰ্তি কৰিছিলহি। শৌচ পেচাব কেইদিনমান বন্ধ হৈ আছিল। আজি পুৱা ঢুকাল। মানুহজনী কিন্তু এতিয়াহে আহিছে।

—শৌচ পেচাব বন্ধ হৈ আজিকালিও মানুহ ইয়াত মৰেনে?

— নহয় নহয়। আচলতে কালি ৰাতিয়েই যদি অপাৰেচন কৰিব পৰা হ'লহেঁতেন তেনেহ'লে মানুহটো নমৰিলহেঁতেন। পিছে সহকাৰী অধ্যাপকজনে আজিয়েই মৰিব বুলি ভবা নাছিল। তেওঁ আজি ১১ বজাত অপাৰেচন কৰিম বুলি ভাবিছিল।

— অত্যধিক পৰিশ্ৰম আৰু খাদ্যৰ অভাব। আচলতে কি জানে বৰঠাকুৰ?

—কওকচোন।

—মানুহ এটা মৰাটো একো ডাঙৰ কথা নহয কিন্তু ডাঙৰ কথা হ'ল যে আমাৰ দেশত ঘৰৰ মূল মানুহটো মৰি যোৱা মানে গোটেই পৰিয়ালটো লাহে লাহে মৰি যোৱা। জীয়াই থাকোতেই আমাৰ দেশত চৰকাৰ বা সমাজে মানুহৰ দায়িত্ব নলয, মৰিলে আৰু ক'ত ল'ব। সকলোৰে দাযিত্ব যদি সেইটো ললেহেঁতেন — মানুহ এটা মৰি যোৱাটো কোনো ভাবিবলগীয়া কথা নহ'লহেঁতেন।

— ৰ'বচোন ৰ'ব। মানুহজনীয়ে তেওঁলোকক আগচি ধৰি হাতৰ ঘড়ীটোলৈ চালে। অনিমেষে লক্ষ্য কৰিলে মানুহজনীৰ হাতৰ ঘড়ীটোত তেতিয়াও বাৰটাহে বাজি আছে। ৰ'বচোন অকণমান। মই সাত বজাত আহি পালোহি। তেতিয়া তাক

কাপোৰ দি শুৱাই থোৱা আছে। মই নজগালো। সি দেখোন শুয়েই আছে। কাগজখনত লিখা দৰবৰোৰ আনিবপৰা হ'লে তাক সাৰ পোৱাই দিবনে।

সিহঁত দুটাই একো নামাতিলে।

— তেনেহ'লে অলপ টকা দিয়ক, মই দৰবৰোৰ লৈ আহো। সি অনবৰতে শুয়েই থাকিব নেকি? মানুহজনীয়ে কৈ কৈ হুক-হুকাই কান্দিবলৈ ধৰিলে আৰু অনিমেষহঁতৰ ফালে থু পেলাই মানুহজনী গ'লগৈ। মানুহজনীয়ে লৰ মাৰিলে।

— মানুহজনী বলিয়া। কেবাবছৰো আছে ইয়াতে। গোটেই হস্পিতেলখনত বাৰটামান বলিয়া আছে। সেই বলিয়াবোৰ ক'ৰপৰা আহি কিয় গোট খাইছে ভালদৰে জনা নাযায়। মেডিকেল ওৱানৰ ফিমেল ওৱাৰ্ডত এজনী আছে তাই আকৌ নিজকে ইন্দিৰা গান্ধী বুলি কয। অকল কৈয়েই নেৰে, মানুহৰ ফালে চাই বক্তৃতা দিবলৈ আৰম্ভ কৰে। তাই ফেৰচিয়াছ। কেতিয়াবা ডাক্তৰ প্ৰফেছৰক আগভেটি ধৰি তাই আঙুলি জোকাৰি জোকাৰি কয়, তোমালোকে ঠিকমতে কাম কৰা নাই। ঠিকমতে কাম কৰা নাই কাৰণে মানুহবোৰ মৰিছে। মই তোমালোকৰ সকলোৰে চাকৰি খাম-- সকলোৰে চাকৰি খাম কিন্তু কৈ দিলো ।

— মোৰ এটা ধাৰণা হৈছে বৰঠাকুৰ, বাৰাণ্ডাত শুই থকা বেমাৰী কেইটাৰ ফালে চাই অনিমেষে ক'লে, ইয়াত থকা কুকুৰবোৰৰ দৰে ইয়াত এনে কিছুমান পেচেন্ট আছে যাৰ প্ৰতি কাৰো কোনো মনোযোগ নাই।

— ঠিকেই কৈছে, ঠিকেই কৈছে, প্ৰয়োজনীয় সা-সুবিধা আৰু দৰব পাতিৰ যোগানেই নাই। অবশ্যে মই ক'ব খোজা নাই যে দুৰ্নীতি নাই বুলি, কিন্তু চৰকাৰী যোগানো মুঠেই নাই বুলিলেই হয়। দুখীয়াৰ কাৰণে এইখন নৰককুণ্ড আমাৰ বৰুৱা প্ৰফেছাৰেতো অনবৰতে তাকেই কৈ থাকে।

— মোৰো ডাক্তৰ হোৱাৰ ইচ্ছা আছিল। কিন্তু মই হ'ব নোৱাৰিলো। সেইকাৰণে মোৰ ডাক্তৰবোৰৰ প্ৰতি ঈৰ্ষা বুলিলে ভুল হ'ব, খং বা বিৰক্তি বুলি ক'ব পাৰি। নীচাত্মিকাবোধ কিন্তু নহয়। কাৰণ ইচ্ছা থকা সত্ত্বেও মই ডাক্তৰ হ'ব নোৱাৰিলো-- কিন্তু তোমালোক হ'লা তাৰমানে তোমালোকে মোতকৈ বেছি সুবিধা আদায় কৰি লব পাৰিলা।

— ঠিকেই ঠিকেই আপুনি ঠিকেই কৈছে। ৰ'ব ৰ'ব আপোনাক মই আচলতে সেই পেচেন্টটোৰ ওচৰলৈ লৈ আহিছো। বুলি ডাঃ বৰঠাকুৰ দুৱাৰেদি বিছনা

এখনলৈ আঙুলিয়াই দিলে। দেখিছেনে?

— ওঁ দেখিছোঁ।

— সেই পেচেন্টটো পোৱা গ'ল কালি ৰাতি আঁহত গছজোপাৰ তলত।

— আঁহত গছজোপাৰ তলত।

— হয়। সি মাটিত পৰি আছিল। তাৰ জেপত এখন চিঠি পোৱা গ'ল। চিঠিখনত লিখা আছিল। এইখিনি কথা ঃ 'আমি এই ল'ৰাটো বাৰ বছৰ খুৱাই বুৱাই ৰাখিলো। এই কলেজলৈ দুবাৰ আনিলো ডাক্তৰসকলে ক'লে যে ইয়াক অসমৰ বাহিৰলৈ নিব লাগিব। কিন্তু মাত্ৰ পাঁচ হালিছা মাটি থকা এঘাৰটা মানুহৰ পৰিয়াল এটাৰপৰা তাক বাহিৰলৈ কেনেকৈ পঠাওঁ। গতিকে আপোনালোকক গটালো । আমাৰ দেশৰ স্বাধীন চৰকাৰে এই ল'ৰাটো যাদুঘৰত ৰাখি থৈ স্বাধীন দেশৰ মেৰুদণ্ড বুলি বিদেশী মানুহক দেখুৱাব পাৰে।'

— আচ্ছা—। ল'ৰাটোৰ অসুখ কি?

— ল'ৰাটোৰ অসুখ মানে সি মুখেৰে মাতিব নোৱাৰে। মূৰটো প্ৰয়োজনতকৈ ডাঙৰ ল'ৰাটো চাই মূৰটো দুগুণ ডাঙৰ ৰঙালাওটোৰ সমান। খোজো কাটিব নোৱাৰে। ভেলোৰৰ নিচিনা ঠাইলৈ নিবপৰা হ'লে অপাৰেছন কৰি তাক ঠিক কৰিবপৰা হ'লহেঁতেন।

— চিঠিখন কিন্তু অলপ ভাবি চিন্তি লিখা হৈছে।

ভাবি চিন্তি মানে মূৰ খটুৱাই লিখিছে আকৌ।

— ঠিকেই, স্বাধীন দেশৰ 'প্ৰগতিৰ বুনিয়াদ' বুলি ল'ৰাটোৰ ফটো মাৰি প্ৰচাৰ কৰিব পাৰি আৰু প্ৰচাৰ বিভাগে তাৰ ওপৰত ডকুমেণ্টৰী কৰি চিনেমা হলবোৰত দেখুৱাব পাৰে।

— সেই পেচেণ্টজন চাওক। বয়স আঢ়ৈকুৰি হোৱা নাই। ৰোগ 'কেনচাৰ'। ঘৰখনৰ তেওঁৰেই একমাত্ৰ উপাৰ্জনৰ থল। উপাৰ্জনৰ থল মানে দিন হাজিৰা কৰি খায়। আজি সাতদিন হ'ল মানুহটোৱে সামান্য টকা কেইটামান খৰচ কৰি 'পেইন কিলাৰ ইনজেকচন' কেইটামান আনি দিবপৰা নাই।

ইস্ ইস্ কিমান টকা লাগে বাৰু?

কিমান টকা মানে? আপুনি কিমানক কিমান টকা দি সহায় কৰিব পাৰিব? এই হস্পিতেলত এনেকুৱা কেনচাৰ পেচেণ্ট বহুত আছে। সিবোৰে সামান্য ঔষধ কেইটামানো কিনি দিব নোৱাৰি বিছনাত পৰি মৃত্যুক্ষণৰ বাবে অপেক্ষা কৰি আছে। কমেও তিনিশ মান পেচেণ্ট আছে যি ইয়াৰ পৰা যি ঔষধ পাতি

দিয়ে তাকে মহৌষধি বুলি ঈশ্বৰক সঁপি দি পৰি থাকে। গতিকে আপুনি কেইজনক কিমান সহায় কৰিব পাৰিব?

— মূঠতে সমাজ ব্যৱস্থাৰ পৰিবৰ্তন কৰিব লাগিব।

— কিন্তু কোনে কৰিব? আপুনি, মই। আমি কেতিয়াও নকৰোঁ। কৰিম একেবাৰে শেষ মুহূৰ্তত যেতিয়া জানিম যে জয় সুনিশ্চিত। কাৰণ আমাৰ অলপ কিছু আছে। সেইখিনি হেৰাব বুলি ভয়ত আমি নিস্তব্ধ।

— আৰু আচলতে যিখিনিয়ে কৰিব লাগিছিল অৰ্থাৎ যাৰ একো নাই তেওঁলোকে কৰিব লাগিছিল। কিন্তু তেওঁলোক থিয়ৰিষ্ট, থিয়ৰিষ্ট, সকলো থিয়ৰিষ্ট। থিয়ৰিয়ে কি কয় তাত মূৰ ঘমাই থাকে— বাস্তৱতাই যি কয় তাৰ ফালে চকু কাণ নিদিযে। আচ্ছা- আপুনি ওৱাৰ্ডলৈ যাওকগৈ ময়ো মোৰ ওৱাৰ্ডলৈ যাওঁ। পিছত দেখা হ'ম।

—ঠিক আছে।

— আপুনি অকলে যাব পাৰিব নহয়?

— পাৰিম পাৰিম

— ডাঃ বৰঠাকুৰ গুচি গ'ল।

## ।। পাঁচ।।

পোনা, সেই তোমাৰ লগত যোৱা ডাক্তৰজন বৰ দেৱতাৰ নিচিনা। তেনেকুৱা ডাক্তৰে গাত হাত দিলেও ভাল লাগি যায়। বয়সীয়া মানুহজনে ক'লে। অনিমেষে একো নক'লে। সি গৈ নিজৰ বিচনাত উঠি ওপৰলৈ মুখ কৰি শুই পৰিল। চলি থকা ফেনখনলৈ চাই চাই নীৰদ চি চৌধুৰীৰ প্ৰিয় লাইনটো সি মনত পেলালে, This would seem to be an absurd question, for none of us commit suicide, though, to be honest, I would confess that I have come to feel that a large majority of the persons I know should do so, because I cannot see any point in their remaining alive That should suggest that when I speak of living I have something special in mind'

— ৰূপশ্ৰী ৰবা আহিছিল। টেবলেটটো আগবঢ়াই দি প্ৰশিক্ষাৰ্থী নাৰ্চ গৰাকীয়ে অনিমেষক ক'লে।

— ৰূপশ্ৰী! কোন ৰূপশ্ৰী? টেবলেটটো গিলি অনিমেষে ক'লে।

— ইস্ এতিয়া চিনিয়েই নোপোৱা হ'ল। আমাক লুকাব নালাগে। দিযক আমি সব জানো।

— আপুনি কি কৈছে মই একোকে বুজিব পৰা নাই। কাৰ নামনো ৰূপশ্ৰী মই তাকো ধৰিব পৰা নাই। —

— ইস তেওঁ নিজেই হোষ্টেলত কৈছে পুৰণা বন্ধু বুলি এতিযা তেখেতে চিনিয়েই নোপোৱা হ'ল। আমি বেয়া পোৱা নাই দিয়কচোন ৰূপশ্ৰী বাইদেউৱে অনবৰতে মন মাৰি গহীন হৈ থাকে, আপোনাক লগ পোৱাত আমি ভালেই পাইছোঁ।

— কিন্তু মই যে একোকে ধৰিব পৰা নাই।

— ইস্ অলপ আগতে যে আহিছিল— এতিয়া আকৌ আহিবৰ সময হ'লেই। এঘণ্টামান কথা পাতি গৈছে। এতিযা ভাও ধৰিবলৈ নাহিব দেই।

— অ', নাইট ডিউটিৰ ছিষ্টাৰ গৰাকী। তেখেতৰ নাম, মানে মই ক'ব খুজিছো তেওঁৰ নাম ৰূপশ্ৰী নেকি?

- নালাগে ভাও ধৰিব যাওক

— আহিছিল আহিছিল। কি হ'ল?

— একো হোৱা নাই, সুধিছোহে। প্ৰশিক্ষাৰ্থী গৰাকী ওলাই গ'লগৈ।

হয়, ছোৱালীজনীৰ বিষযে অনিমেষেও নভবা নহয। ছোৱালীজনী ইমান গহীন। কিমান বযস হৈছে— বিশ-একৈশ। বিশ একৈশ বয়সতে এই ৰূপ কিয? কিন্তু তাইৰ এটা বস্তুৱেই তাৰ ভাল লাগে, সেইটো হ'ল ব্যক্তিত্ব। ছোৱালীজনী যেন ভীষণ ব্যক্তিত্ব এটাৰ অধিকাৰী। হোষ্টেলতনো তাই সি পুৰণা বন্ধু বুলি কিয় ক'লে। আচলতে তাৰ লগত ইতিমধ্যে তাই বুন্ধত্ব এটা নগঢা নহয। কিন্তু পুৰণা বন্ধু বুলি ক'ব লগাকৈ জানো আচলতে বন্ধুত্ব হ'ল।

— যোৱাবাৰ আমাৰ তাৰ মানুহ এজনৰ ইয়াত কি হ'ল ক'ব পাৰা পোনা? চাৰি নম্বৰ বেডৰ বয়সীয়া মানুহজনে ক'লে।

— নাই ক'ব নোৱাৰো কি হ'ল?

দুখীয়া মানুহ আছিল। পিছে আকলটো বৰ আছিল হ'লে দেই। তাহানি গোপী বৰদলৈহঁতৰ লগত একেলগে স্বৰাজ কৰা মানুহ।

— কি হ'ল তেখেতৰ?

— পেটৰ অসুখ হ'ল। পহিলাতে চৰকাৰী ডাক্তৰক দেখুৱালে, কিবা কিবি

দৰব পাতি দিলে, ভাল নহ'ল। অ' তোমাক যে ডাক্তৰ এটাৰ কথা ক'ম বুলি কৈছিলো।

— সেই চৰকাৰী ডাক্তৰটোকে আমাৰ গাঁৱৰ ল'ৰাইঁতে মৰিয়ালে।

ডাক্তৰটো আগতে বোপাই ভাল আছিল কোনোবা নগৰৰ উকীলৰ পুতেক। পিছে বিয়া কৰোৱাৰ পিছৰপৰা সি ইমান অহংকাৰী হ'ল ডাঙৰ সৰু একো নামানি দাবী ধমকি দি থাকে। সেই আমাৰ স্বৰাজ কৰা মনেশ্বৰকে এদিন সি হস্পিতেলৰ পৰা গতিযাই উলিয়াই দিলে। ছমাহমান ঔষধ খোৱাৰ পিছত মনেশ্বৰে হেনো ডাক্তৰক কৈছিল ছাৰ, আপুনি এইবোৰ কি দৰব দিছে, অকণো ভাল পোৱা নাই মোৰ বেমাৰ বেছিহে হৈছে। ক'বলেহে পালে, ডাক্তৰটোৱে গালি পাৰি পাৰি স্বৰাজ কৰা মনেশ্বৰকে গতিযাই বাৰাণ্ডাৰপৰা চোতাললৈ নমাই দিলে। তাৰ এসপ্তাহ মান পিছত 'বুদ্ধি' এটা কৰি গাঁৱৰ ডেকা ল'ৰা কেইটামানে ডাক্তৰক মাতি নি খুব কোবালে আৰু মুখত গোবৰ সানি দি তাৰ চৰকাৰী ঘৰত ঘৈণীয়েকৰ আগত পেলাই দিলেহি। কেছ হ'ল, এতিযাও চলি আছে। তাৰপৰা যি ছুটী ল'লে আৰু ডাক্তৰ নাহিল।

মনেশ্বৰৰ কি হ'ল

—স্বৰাজ কৰা মনেশ্বৰৰ বেমাৰ বেছি হ'ল, একো খাব নোৱাৰে, হক হককৈ বমি কৰি দিব লাগে। মানুহটো খেৰ শুকুওৱা দিলে। ইয়ালৈ আহিবলৈ সকলোৱে ক'লে, পিছে আহে কেনেকৈ কিবা এটা বুদ্ধি কৰি এবাৰ ইয়ালৈ আহিল আৰু ঘূৰি নগ'ল। কোৱাহে শুনিছো ইযাৰ বাৰাণ্ডা এখনত হেনো চাৰিদিন পৰি থাকি এদিন মৰি থাকিল। শটো নিবলৈযো কোনো আহিব নোৱাৰিলে।

-তেওঁৰ হাতত কি বাৰু দৰবৰ কাগজ আৰু বটল কেইটামান আছিল নেকি?

— আছিল হ'ব পায, আছিল।

- অ' বাতৰিটো খবৰ কাগজত দিছিল।

— তুমি ঠিকেই কৈছা— খবৰ কাকতবোৰে বাতৰিটো দিছিল, পিছে বোপাই স্বৰাজ কৰা মনেশ্বৰৰ নামটো বাতৰিটোত তুলি নিদিলে।

পিছে এটা কথা নহয় দেউতা, অলপ হঁহাৰ নিচিনা কৰি অনিমেষে ক'লে, ডাক্তৰে স্বৰাজ কৰা মনেশ্বৰক গঁতা মাৰি দিওঁতে গাঁৱৰ ডেকা ল'ৰাবোৰৰ খং উঠিল আৰু ডাক্তৰক মৰিয়াই মুখত গোবৰ সানি দিলে, কিন্তু সেই স্বৰাজ কৰা

মনেশ্বৰ যে ফপৰা কুকুৰ মৰাদি হস্পিতেলৰ বাৰাণ্ডাত কেউঁ কেউঁকে মৰিল তাৰ পিছত ডেকা ল'ৰামখাই কি কৰিলে?

কি কৰিব আৰু বোপাই?

— কেলেই, গোটেইজাক আহি এইখনত জুই লগাই নিদিলে কিয়?

- আও, তুমিনো কি ধেমালিখন কৰিছাহে বাপু ছয়নম্বৰ বেডৰজনে ক'লে।

— ঠিকেই কৈছো, ডেৰশ দুশ ডাক্তৰ, তিনিশ চাৰিশ নাৰ্চ, আঠ-নশ ডাক্তৰী পঢ়া ডেকা ল'ৰাৰ সম্মুখত স্বৰাজ কৰা মনেশ্বৰ গচকত মৰা কেচুঁৰ দৰে মৰিল, তেতিয়াহে বেছি খং উঠিব লাগিছিল। কাৰ দোষত মনেশ্বৰ মৰিল তাক ডেকা ল'ৰামখাই ভাবিচিন্তি এবাৰ চাব লাগিছিল।

—তুমি কথাৰ গুৰিটো বুজাই নাই। ডাক্তৰক কেই থাপৰ মান মাৰোতেই বন্দুকধাৰী পুলিচ গৈ গাঁৱত পিনা পিন দিলে, ইয়াত আৰু জুই লগাবলৈ আহিলে আটাইবোৰ চৰাই মৰাদি মাৰিব। বয়সীয়া মানুহজনে ক'লে।

— দেউতাই কথাটো ভাবি চাওকচোন এতিযাওতো হস্পিতেলৰ বাৰাণ্ডাত মৰি আছে।

মৰিবই মৰিবই দুখীয়া মানুহ ধন খৰচ কৰিব নোৱাৰে তাতে খাদ্যনলীত কেনচাৰ হৈছে আৰু ক'ত বাচি থাকিব? তেনেকৈ মৰিবলৈ ভাগ্যত সাধিয়েই আহিছে। বয়সীয়া মানুহজনে বুজোৱাৰ ধৰণেৰে অনিমেষক ক'লে।

— দেউতা, মানুহে যদি সকলো কথা তেনেকৈ ভাগ্যত সাধিয়েই আহে তেনেহ'লে দেখোন এইবোৰ যত্ন কৰা মিছা।

মিছা মিছা, নিজ কৰ্মফল কোনে খণ্ডাব পাৰে। কাম হ্ৰাস কৰিব পাৰে খণ্ডাব নোৱাৰে।

মূঠতে সব মিছা, আচল কথা কি জানিছা পোনা ধন ধন। টকা নহ'লে সকলো মিছা।

— ডেকাকালত তুমি ভবাৰ দৰে আমিও ভাবিছিলো বোপাই, স্বৰাজ কৰা মনেশ্বৰেও ভাবিছিল বোলে স্বৰাজ আহিলে কাৰো আলৈ আথানি নহয়; কিন্তু হ'লনে?

— সেইবোৰ দেখি শুনি বিৰক্তি আহিলে পোনা, আমি ভাবো— বোলো মহাৰাণীৰ দিনেই ভাল আছিল নেকি? অনিমেষে একো নক'লে।

।। ছয় ।।

টোপনি আহিল নেকি?

— নাই অহা, মনটো ভাল নহয। এতিয়া কিমান বাজিল জানো।

- ন বাজিল। ছোৱালীজনীযে ক'লে।

— কিবা দৰব খাবলৈ থাকিল নেকি?

—দৰব খাবলৈ নাই। আপোনাক কাইলৈ ডিছ্চাৰ্জ, দিছে।

— হয় নেকি? কাইলৈকে ডিছ্চাৰ্জ কৰিছে নেকি?

—বৰ ভাল লাগিছে নহয। ছোৱালীজনীযে সুধিলে।

— ভাল মানে, এৰা।

ইয়াৰপৰা কেনি যাবগৈ।

— ভাবিছো কেনি যাম? মাৰ ওচৰত দুদিনমান থাকিব লাগিব।

—দুদিনমানহে থাকিব লাগিব। তাৰ পিছতনো কেনি যাব?

— কেনি যাবলগীয়া হয়।

— ছোৱালীজনীয়ে একো নক'লে।

— আপুনি নক'লেও আপোনাৰ নামটো মই জানিলো। ছোৱালীজনীয়ে তেতিয়াও একো নামাতিলে।

— ৰূপশ্ৰী বৰাৰ ঘৰ ক'ত মাত্ৰ তাকেহে নাজানিলো। অনিমেষে ক'লে। কেতিয়াবা আহি হোষ্টেলত লগ কৰিবপৰা হ'বনে বাৰু?

কেলেই লগ কৰিব লাগে?

এনেয়েই, কেতিযাবা মন যাব পাৰে নহয়। শুনিছো আপুনি বোলে প্ৰথম কেইদিন মোৰ কাৰণে অসম্ভৱ কৰিলে।

—সকলোৰেই কাৰণে আমি যি পাৰো কৰাটো কৰ্তব্য ৰূপশ্ৰীয়ে ক'লে। ইয়াৰপৰা যোৱা প্ৰায়বোৰ পেচেণ্টে বিশেষতঃ ডেকা পেচেণ্টবোৰে নাৰ্চবোৰক তেনেকৈয়ে কয়, আপুনি মোৰ কাৰণে যথেষ্ট কৰিলে, আমি আকৌ লগ পাম। তাৰে কিছুমান হোষ্টেললৈ লগ কৰিবলৈ আহে, দ্বিতীয় দিনা লগ পাই চিনেমা চাবলৈ লগ ধৰে। তাৰ পিছত আৰম্ভ হয় তেওঁলোকৰ মণ্ডহৰ প্ৰেম। কেইমাহমান বা দুই-এবছৰ যোৱাৰ পিছত সেয়া শেষ হয় আৰু তেওঁলোকে নাৰ্চবোৰৰ বিষয়ে বহুত কল্পনাৰ গল্প সৃষ্টি কৰি অন্যৰ আগত কৈ ফুৰে।

অনিমেষে একো নক'লে।

— আপোনাৰ কিতাপ কেইখন মই লৈ যাম। পিছত লগ পালে দিম আৰু লগ নাপালেও যত্ন কৰি ৰাখি থ'ম।

—তাৰ মানে আপুনি মই লগ নকৰাটোকে আশা কৰিলে।

ৰূপশ্ৰী নিৰুত্তৰ।

— ঠিক আছে, আপুনি বেয়া নোপোৱাটোকে মই পাৰ্য্যমানে নকৰাৰ চেষ্টা কৰিম বাৰু।

ৰূপশ্ৰীয়ে এইবাৰো একো নকলে।

## ।। সাত ।।

ন'কইনাৰ খোজেৰে তাই আহি আহি মৃত মৌন হৈ থকা মানুহৰ জুমটোৰ মাজেদি আহি ল'ৰাটোৰ ওচৰত থিয় হ'লহি। তাইৰ মুখত মাত নাই। চকুৰ গুৰি ক'লা পৰিছে, পিঠিত চুলিবোৰ মেল খাই পৰি আছে। জুমটোৰ মানুহবোৰৰ বেছি ভাগেই তাইক দেখি চিনিব পাৰিছে যদিও, ক'ৰ ছোৱালী, কি নাম, কিয় তাই এই মুহূৰ্ত্তত তেনেকৈ আহিছে কোনেও একো ক'ব নোৱাৰিলে অথবা অনুমানো কৰিব নোৱাৰিলে। ৰূপশ্ৰীয়ে হাতৰ সৰু টোপোলা দুটা ল'ৰাটোৰ শিতানৰ ফালে থৈ এবাৰ ল'ৰাটোৰ মূৰৰপৰা ভৰিলৈ দৃষ্টি পিছলাই আঁঠু দুটাৰ মাজত মূৰ সুমাই ডাঙৰ শিল এটাৰ দৰে বহি থকা মানুহজনীৰ ফালে চালে। যাদুখেল চোৱা শিশুৰ দৰে মানুহবোৰে ভেবা লাগি ৰূপশ্ৰী বোলা প্ৰায় চৌবিশ-পঁচিশ বছৰীয়া শুধবগা সাজ পিন্ধা ছোৱালীজনীলৈ চাই থৰ লাগি ৰ'ল।

থৰ লাগি বৈছিল ৰূপশ্ৰী। ওৱেটিং ৰুমত সোমাই আহি বহি থকা মানুহবোৰৰ সকলোৰে ওপৰত চকু ফুৰাই কাকো চিনিব নোৱাৰি ভুলতেই চকীদাৰটোৱে তাইক কোনোবাই বিচাৰিছে বুলি খবৰ দিলে নেকি ভাবি বাহিৰলৈ চাওঁতেই হাঁহি হাঁহি অনিমেষে ক'লে, ভয় খাব নালাগে, ময়েই বিচাৰিছিলো আপোনাক। তাই এবাৰ অনিমেষৰ হাঁহি থকা মুখখনলৈ চাই আগবাঢ়ি আহি চকী এখন তাৰ ওচৰলৈ টান মাৰি আনি বহি ল'লে।

—ছমাহতে চিনি নোপোৱা হ'লেইনে? তাৰ কাৰণ মই ভবাত দুটা — হয় মই চিনিব নোৱাৰাকৈ শকত হৈছো নহয় মই চিনিব নোৱাৰাকৈ খীণাই

গৈছো। কোনটো হয় বাৰু? ৰগৰ কৰি অনিমেষে ক'লে।

—ফকিৰৰ দৰে মুখত দাড়ি এসোপা ৰাখিলে কোনে চিনি পাব?

—এ মই পাহৰিয়েই গৈছিলো যে মোৰ মুখত দাড়ি এসোপা আছে। আজি ভালেদিন আইনাৰ মুখা-মুখি হোৱাই নাই। আচ্ছা—এতিয়া আপোনাৰ খা-খবৰ কওক।

—আমাৰ খা-খবৰ কি আছে আৰু একেই। নাৰ্চবোৰ হ'ল, 'এ কাইণ্ড অব পেচেণ্ট।'

—এ মই আকৌ মই নিজকেহে তেনেকুৱা বুলি ভাবো। অনিমেষে ক'লে।

—ক'ৰ পৰা আহিলে এতিয়া? ৰূপশ্ৰীয়ে সুধিলে।

—বকুলপুৰৰপৰা আহিলো। তাৰৈ অহা আজি পোন্ধৰ দিনমানৰ ওপৰ হ'ল।

—বকুলপুৰ। তাত কিয়?

—তাত যে মৰাপাটৰ কল আছে।

—পিছে কি হ'ল?

—তাৰ বনুৱা ৰে প্ৰতিবাদ কৰিছে।

—বনুৱাবোৰে প্ৰতিবাদ কৰিছে, তাত আকৌ আপোনাৰ কি হ'ল।

—অ' সিমানে যদি সিহঁত আগবঢ়া হ'লহেঁতেন তেনেহ'লে দেখোন সিহঁতে প্ৰতিবাদ বা বিদ্ৰোহ কৰাৰে দৰকাৰ নহ'লহেঁতেন।

—লেনিন, মাৰ্ক্স, চেগুৱেভাৰাৰ কথা কৈছে নেকি? সিহঁতৰ আগত? অলপ হাঁহাৰ নিচিনা কৰি ৰূপশ্ৰীয়ে ক'লে।

—আপুনি যেন ব্যঙ্গ কৰিছে।

—ব্যঙ্গ কৰা নাই—সঁচাইহে সুধিছো। এটা বয়সত এনেকুৱা নায়ক-চায়ক হৈ ডেকা ল'ৰা একশ্ৰেণীয়ে ভাল পায়।

—আপুনি মোকো সেই তথাকথিত শ্ৰেণীৰ ভিতৰতে কিয় ধৰিলে?

—ঠিক আছে নাই ধৰা, নাই ধৰা বাৰু, মোৰ চিঠি পালে? অনিমেষে একো নক'লে। সি গালতে হাতেৰে ভেজা দি তললৈ চাই থাকিল।

—সুধিছো বোলো চিঠি পালে নে নাই।

—চিঠি, কাৰ চিঠি?

—উত্তৰ নিদিয়াৰ কাৰণে কৈফিয়ৎ নিবিচাৰো—মাত্ৰ পালে নে নাই সুধিছো।

—ওঁহো, নাই পোৱা। আপুনি ঠিকনা ক'ত পালে? নিজৰ কথাত অলপ সাৱধান হৈ ক'লে, চিঠিত আপোনাৰপৰা লোৱা কিতাপকেইখন কেনেকৈ দিব পৰা হ'ব তাকেহে সুধিছিলো।

—নাই পোৱা, নাই পোৱা। অৱশ্যে ইয়াৰ ভিতৰতে এমাহমান মই মিকিৰ পাহাৰত আছিলোগৈ।

—ইমান ব্যস্ততাৰ মাজতো যে মোক লগ কৰিবলৈ মন গ'ল আৰু সময় ওলাল তাৰ কাৰণে ধন্যবাদ।

এই যে সিহঁতে লগ কৰিলে তাৰপিচত সিহঁতৰ মাজত সঘনে লগ হ'বলৈ ধৰিলে। মুখেৰে বা চিঠিৰে সিহঁতৰ মাজত কথা-বতৰা আলাপ-আলোচনা হ'বলৈ ধৰিলে আৰু ক্ৰমে ক্ৰমে সিহঁতৰ প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠিল।

অনিমেষৰ কাৰণেতো এযা গভীৰ বন্ধুত্ব—কাৰণ অনিমেষে কয়, ল'ৰা বা ছোৱালী যাৰ চিন্তাদৰ্শ বা ধ্যান-ধাৰণাৰ লগত মোৰ মিল পাওঁ তেওঁৰ লগত মই সদায় আত্মিক সম্পৰ্ক এটা গঢ়ি তোলো আৰু তেওঁ ল'ৰাই হওক বা ছোৱালীয়েই হওক মোৰপৰা একে ব্যৱহাৰ একে হলি-গ'লি পাব। ল'ৰা বা ছোৱালী বুলি মোৰ কোনো পৃথক ব্যৱহাৰ নাই বা কোনো কৃত্ৰিমতা বা সাৱধানতা গ্ৰহণ নকৰো। কিন্তু ৰূপশ্ৰীয়ে এই সম্পৰ্কটো অলপ বেলেগ ৰূপত স্থাপন কৰিছিল নেকি—অন্ততঃ পিচলৈ অনিমেষে তেনেকৈ ভাবিবলৈ মন কৰিছিল, অৰ্থাৎ তেনেদৰে ভাবিব লগা হৈছিল। কাৰণ—

কাৰণ তেওঁলোকে দুয়ো দুযোকে নিজৰ কথা ক'লে। ৰূপশ্ৰীয়ে কৈছিল তাইৰ নিজৰ বিষয়ে অনিমেষক —

নাৰ্চ হোষ্টেলৰ ওৱেটিং ৰুমত বহি, ৰাষ্টাই ৰাষ্টাই ফুৰি, নদীৰ পাৰত বহি অথবা ক'ৰবাৰ নিৰ্জন পথাৰত বহি।

ঘৰ জয়পুৰত। বছৰটো চাউল নিকিনাকৈ খাব পৰা বাপেক এজন খেতিয়ক। ককায়েক এটা, ভায়েক এটা আৰু তাই। সৰুৰেপৰা ইচ্ছা আছিল ডাক্তৰ হোৱাৰ। এই চিন্তাটো তাইৰ ক্লাছ ছিক্স মানতে মূৰত সোমায়। দ্বিতীয় বিভাগত পাছ কৰিলে। ঘৰৰ অসামৰ্থতাৰ হেতু বাধাৰ সত্বেও মেডিকেল কলেজৰ চিটৰ কাৰণে ইন্টাৰভিউ দিলে যদিও চিট পালে। শেষত যিহেতু

মেডিকেল পঢ়াৰ চিন্তা মূৰত সোমাল, সেয়েহে কাৰো হকাবাধা নামানি নাৰ্চ হ'বলৈ আহিল। অন্ততঃ লাইনটো একেই থাকিব। অৱশ্যে ইয়াৰ ভিতৰতে আৰু এটা ঘটনা ঘটিছিল যিটো ঘটনাৰ কথা তাই অনিমেষক নোকোৱাকৈ নাথাকিল। ক্লাছ ছিক্স মানৰ পৰাই তাইতকৈ চাৰিবছৰ মান ডাঙৰ ওচৰৰে ল'ৰা এটাৰ লগত বুজা-বুজি হৈছিল আৰু কোৱাৰ দৰকাৰ নাই যে ডাঙৰ হ'লত সেয়া প্ৰেম হ'ল। তাই প্ৰি ইউনিভাৰ্ছিটি দিয়ালৈকে সেই প্ৰেম তাইৰ মতে গভীৰ হৈয়েই আছিল। এদিন তাই প্ৰমাণ সহ গম পালে যে তাইৰ প্ৰেমিক প্ৰদীপ শৰ্মা সহপাঠিনী এগৰাকীৰ প্ৰেমত আপ্লুত আৰু সোনকালেই দুয়োৰে বিয়া হ'ব।

—কি কৰে প্ৰদীপ শৰ্মাই?

—ডাক্তৰ।

—ইয়াতে থাকে নেকি?

—বৰ্তমান নাই।

—তুমি কি কৰিলা?

—এদিন তাৰ চিঠি আৰু ফটোবোৰ ভালকৈ পেকেট এটা কৰি নি অকলে অকলে গৈ হোষ্টেল পালোগৈ আৰু তাৰ গালৈ দলি মাৰি দিলো।

—সি কি কৰিলে তেতিয়া?

—তোমালোকৰ গল্প উপন্যাসৰ নায়কৰ দৰে ক'লে, "ক্ষমা কৰিবা ৰূপশ্ৰী, তোমাক মই সদায়েই ভাল পাই থাকিম, কিন্তু সমাজখনৰ, বিশেষকৈ ঘৰখনৰ অমতত মই থিয় হ'ব নোৱাৰো।" তাৰ কথাষাৰ শুনাৰ লগে লগে তাৰ মুখত থুৱাই দিম যেন লাগিছিল , কিন্তু নামাৰিলা যদিও তাৰ কাৰণে মুখত যিবোৰ 'থু' মোৰ জমা হ'ল সেয়া উলিয়াই পেলাব পৰা নাই। সেয়েহে বহুতবোৰ ডেকা-ল'ৰাৰ কাণ্ড দেখিলে জমা হৈ থকা থু'বোৰ মুখৰ পৰা ওলাওঁ ওলাওঁ কৰে।

—কেতিয়াবা আকৌ মোৰ মুখলৈ মাৰিবা নেকি? অনিমেষে ৰগৰ কৰিলে।

ৰূপশ্ৰীয়ে একো নক'লে।

—সিহঁতৰ বিয়া হ'লনে নাই?

—হ'ল।

—তোমাক বিয়া নকৰোৱাৰ কাৰণ?

—কিয়, লেনিন, মাও, মাৰ্ক্স, পঢ়ি দেখোন শেষ কৰিলা—নুবুজিলানে? সি বামুণ, মই আহোম।

— তোমাক কিতাপকেইখন দিয়াই ভুল হ'ল , আজিকালি দেখোন কথাই কথাই মাৰ্ক্স, লেনিনৰ কথা কোৱা। বামুণিয়া বুধিবোৰ বেছ শিকি ল'লা দেখিছো ।

## ।। আঠ।।

দেখিছো তোমাৰে মোৰে জীৱনৰ কিছু মিল আছে। অনিমেষে কৈছিল তাৰ কথা। সৰুতে মোৰো ডাক্তৰী পঢ়াৰে ইচ্ছা আছিল। ধনী হোৱাৰ মতলবেৰে নহয়, এটা সৰু ঘটনাক কেন্দ্ৰ কৰি। মোৰ দেউতা শিক্ষক আছিল। এসময়ত দেশখন স্বাধীন কৰাৰ কাৰণে লাগিছিল আৰু সৰ্বশেষত দেশখনৰ পৰা বগা বান্দৰ এজাক খেদাই মুখা-বান্দৰ এজাকৰ হাতত দেশ অৰ্পণ কৰিলে। দেউতাই চাকৰি হেৰুৱালে আৰু চাৰিবাৰ জেইলত সোমাই শেষৰবাৰ পলাই আহিছিল বুকুত কফ আৰু পেটত পিত্ত লৈ। ১৯৫২/৫৩ চন মানৰ কথা। মই সৰু, প্ৰাইমেৰী স্কুলত আছিলো। দেউতাৰ এদিন অসুখ বেছি হৈছিল আৰু উপায় নাপাই যেতিয়া গাঁৱৰ কবিৰাজৰ দৰৱে কাম নকৰিলে তেতিয়া চৰকাৰী ডাক্তৰটো মাতি আনিলে। তেওঁ আহি চাই-চিতি ঔষধ লেখি দিলে আৰু ফিজটো বিচাৰিলে। মা-দেউতা দাদাহঁতে ক'লে যে ফিজটো কেইদিনমান পিছত হস্পিতেলতে দি আহিবগৈ। ডাক্তৰটোৱে ভোৰভোৰালে আৰু এবাৰ দেউতাৰ শিতানত পৰি থকা কাগজখন অৰ্থাৎ প্ৰেছক্ৰিপছনখন ফালি পেলাই ক'লে যে ফিজ দিবলৈ যাওঁতেই তেওঁ প্ৰেছক্ৰিপছন লেখি দিব। সেইদিনাই মই ডাক্তৰ হ'ম বুলি ভাবিছিলো। আৰু এটা কথা মই এতিয়াও ভাবি থাকো যে ডেকা দাদা দুটাই তেতিয়া ডাক্তৰটোক কিয় একো নকৰিলে? ১৯৫৬ চনত সেইবোৰ বেমাৰতে ফুটপাথতে মৰি থকা চেৰেলা কুকুৰৰ দৰে নিজে 'স্বাধীন' কৰা দেশখনত দেউতা মৰিল। কিন্তু মই ডাক্তৰ হ'ব নোৱাৰিলো। কলেজত যে কেনেকৈ পঢ়িলো, সেয়াও বৰ্ণনা কৰা নাযায়। মই তৃতীয় শ্ৰেণীত থাকোতে আৰু এটা ঘটনা ঘটিছিল। আমাৰ ঘৰৰ ওচৰতে দোমাই কাইটি বুলি মানুহ এটা আছে। তেওঁ গাঁৱৰ বামুন, গোঁসাই, মহন্ত আৰু ধনী

মানুহবোৰৰ মাটিত সদায় হালবোৱা দেখো কিন্তু ব'হাগৰ পিছৰে পৰা দোমাই কাইটিৰ ঘৰত সকলো লঘোণে থাকিব লগা হয়। ৰাধা শৰ্মা, যাৰ মাটিত দোমাই কাইটিয়ে খেতি কৰি দিয়ে, এদিন ভাদমহীয়া তেওঁৰ মাটিতে হাল বাই দোমাই কাইটিয়ে ধান এদোন বিচাৰিছিল। তেওঁৰ ভঁৰাল দুটা আছিল। হাতে হাতে টকা দিব নোৱাৰা কাৰণে দুটা ধানৰ ভঁৰাল থকা মাষ্টৰ ৰাধাই দোমাই কাইটিৰ হাতৰপৰা জোখা ধানদোন কাঢ়ি লৈছিল আৰু দোমাই কাইটিয়ে তাতে চকুপানী টোকা আৰম্ভ কৰি আমাৰ ঘৰত হুক হুকাই কান্দিছিল। ঘৰখনত হেনো তিনিদিন চৰুৰ তলত জুই জ্বলা নাই। মই তেতিয়াই ভাবিছিলো ইমানটো ডাঙৰ মানুহেনো এনেদৰে কান্দে নে?—হাতত থকা হালোৱা এচাৰি ডালেৰে দুটা ধানৰ ভঁৰাল থকা ৰাধাক কোবাই কোবাই কিয় ধানবোৰ কাঢ়ি নিনিলে? সেইদিনাই সন্ধিয়া মই কি ভাবি ক'ব নোৱাৰো দোমাই কাইটিৰ মোৰ বয়সীয়া ভায়েকটো লৈ গৈ ৰাধা মাষ্টৰৰ খেৰৰ মেজিটোত জুই লগাই দিলো। দপ্ দপ্‌কৈ জুই জ্বলি উঠিল। চুবুৰীযা মানুহে বহুত চেষ্টা কৰি ঘৰত নলগাকৈ জুই নুমালে। মোকে-তাকে ঘৰত উৰাই ঘুৰাই কোবালে আৰু মায়ে মোক যিমান মাৰিলে কলাফুলত, ভৰিত আজিও তাৰ দাগ আছে। কেইদিনমানৰ পিছত স্কুললৈ যাওঁতে তাতো মাষ্টৰে খুব কোবালে। সেই কোবাওঁতেই দোমাই কাইটিৰ মোৰ সমনীয়া ভায়েকটোৱে স্কুল এৰি দিলে। মোক তেতিয়া মাষ্টৰ আৰু ল'ৰাবোৰে 'অনল' 'অনল' বুলি জোকাই মাতে। পিছতহে তাৰ অৰ্থটো বুজিলো—অনল মানে জুই। তাৰ পিছত বি এ পাছ কৰিলো। কেবাবছৰো ধৰি চাকৰিৰ কাৰণে চেষ্টা কৰি চাকৰি নাপালো। মোতকৈ কম বিদ্যা বুদ্ধিৰ ল'ৰাই চাকৰি পায়, মইহে নাপাওঁ। সেই তৃতীয় শ্ৰেণীতে দুটা ভঁৰাল থকা ৰাধা শৰ্মাৰ খেৰৰ মেজিত জুই লগাই দিওঁতে গাত যিটো পিৰ্ পিৰণি উঠিছিল, এতিয়া সেই পিৰ্ পিৰণিটোৱেই মই।

তাৰ পিছতো আৰু বহুতদিন নিজৰ বিষয়ে অনিমেষে ৰূপশ্ৰীক আৰু বহুত কথাই ক'লে যদিও এটা কথা হ'লে ক'ম ক'ম বুলিও নক'লে বা ক'ব নোৱাৰিলে। আৰু সেই ক'ব নোৱাৰা কাৰণেই এদিন—

এদিন নাৰ্চ হোষ্টেলৰ ওৱেটিং ৰুমত বিয়লি পাঁচমান বজাত অনিমেষে সোমাই চকিদাৰক ক'লে, ৰূপশ্ৰী বৰাক মাতি দিয়া। অলপ পিছত গুলপীয়া চাদৰ-মেখেলা এযোৰ পিন্ধি ৰূপশ্ৰী সোমাই আহি তাৰ

ফালে তীক্ষ্ণভাৱে চাই ক'লে, ব'লা। আমি নদীৰ পাৰৰ ফালে যাওঁ দুয়োটা ওলাই গ'ল।

—আজি দেখোন গোলাপী হৈ আহিছা? আনকালেতো তোমাক দেখিলে ভকতনী ভকতনী যেন লাগে। অনিমেষে নিজে অলপ হাঁহিলে। কিন্তু ৰূপশ্ৰীৰ কোনো প্ৰতিক্ৰিয়া নাই।

ৰিক্সা এখনত দুয়োটা উঠিল। গোটেই আধা মাইল জোৰা বাটটোতে কোনেও এষাৰো কথা নক'লে।

—বহা। ৰূপশ্ৰীয়ে ক'লে।

ওচৰা ওচৰিকৈ থকা শিল দুটাত দুয়োটা বহিল। ৰূপশ্ৰীয়ে লক্ষ্য কৰিলে, সেই একেই দূৰত্ব। ইমান ওচৰতে থাকিও যেন দুয়োটাৰ দূৰত্ব বহুত। ইমান দিন ওচৰাওচৰিকৈ ফুৰিছে, ওচৰাওচৰিকৈ বহিছে একান্ত নিৰ্জনতাত ঘনিষ্ঠভাৱে পাইছে অথচ এটা ভীষণ ব্যৱধান দুয়োটাৰে মাজত স্পষ্ট হৈ আছে। আগতে এই কথাটো বৰকৈ ভবা নাছিল—অন্ততঃ যোৱা তিনিবছৰৰ ভিতৰত এই কথাটো ৰূপশ্ৰীয়ে ভাবি আমোদহে পাইছিল। আজি ছয় দিনমান এই কথাটোৱে ৰূপশ্ৰীক ভাবিবলৈ বাধ্য কৰাইছে। যি মুহূৰ্ত্তত গোটেই মানুহজনীকে ৰূপশ্ৰীযে দ্বিধাহীনভাৱে সঁপি দিবৰ কাৰণে প্ৰস্তুত হৈ আছে সেই মুহূৰ্ত্ততো আজিলৈকে ইমান নিবিড়ভাৱে পোৱাৰ সময়তো অনিমেষে তাইৰ আঙুলি এটাকে স্পৰ্শ কৰা নাই।

— কোৱা, খা-খবৰ কোৱা। নিস্তব্ধতা আঁতৰাই অনিমেষে ক'লে।

— চন্দ্ৰমা পূজাৰী কোন?

যেন ভমককৈ অতৰ্কিতে জুই একুৰা চকুৰ আগত জ্বলি উঠিল। কিছুপৰ ৰূপশ্ৰীলৈ তভক মাৰি চাই অনিমেষে ক'লে, তোমাৰ খং উঠিছে বুলি ভাবিবলৈকো মোৰ কোনো উপায় নাই কাৰণ যোৱা তিনি বছৰে মই তোমাৰ কথা সোধাৰ মূডকে দেখি আহিছো, কিন্তু আজি তোমাৰ কথা সোধাৰ ধৰণটো মই ভাল দেখা নাই। কথাটো কি কোৱাচোন।

— সেইবোৰ পাতনি বাদ দিয়া, মই যি সুধিছো তাক কোৱা।

— চন্দ্ৰমা —যোৰহাটৰ এজনী ছোৱালী, এতিয়া বোধ হয় এম-এ পঢ়ে। সি ক'লে।

— তোমাৰ লগত সম্পৰ্ক কি?

— মোৰ লগত তেনেকৈ ক'বপৰাকৈ সম্পৰ্ক নাই।

— তাইৰ লগত তোমাৰ প্ৰেম কিমান দিনৰ? ৰূপশ্ৰীয়ে সুধিলে

— তুমি যেনেকৈ সুধিছা, তুমি সকলো জনা যেনেই লাগিছে।

— তোমালোকৰ প্ৰেমে বৰ্তমান বাৰ বছৰত ভৰি দিছে। চন্দ্ৰমাৰ দেউতাক ডাঙৰ চৰকাৰী বিষয়া। আজি দুই-তিনি বছৰমান তোমালোকৰ মাজত মতবিৰোধ হৈছে। চন্দ্ৰমা বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ত আছে আৰু এইবাৰ এম এ ফাইনেল দিব। চন্দ্ৰমাৰ ঘৰৰ আপোন মানুহে তাইৰ তোমাৰ লগত বিয়া হোৱাটো আশা নকৰে।

— ইমানবোৰ কথা—

— তুমি নোকোৱাকৈ কেনেকৈ জানিলো, নহয়? সেইটোতে তুমি আচৰিত হৈছা।

— নহয় মানে—

— সকলোৰে মুখে মুখে। এদিন তুমিয়ে মেয়ে ফুৰি আহোতে ৰাণু যে ৰাণু মহন্তই কৈছিল—লিখক ল'ৰাবোৰৰ ছোৱালীৰ প্ৰতি দুৰ্বলতা থাকেই, সেই মহন্তৰে মাহীয়েকৰ লগত চন্দ্ৰমা একেলগে পঢে

— আৰু কিবা ক'বা নে?

— আৰু চন্দ্ৰমাই মোটা এখন চিঠি দিছে

— চিঠি দিছে—? চাওঁ।

— তোমাৰ চোৱাৰ দৰকাৰ নাই কাৰণেই মই লগত লৈ অহা নাই।

তালৈ দিয়া চন্দ্ৰমাৰ চিঠিখনৰ কথাও তাৰ মনত পৰিল, যিখনৰ সাৰাংশ আছিল—নাৰ্চৰ লগত প্ৰেম জমাই মজা লাগিছে নহয়? চিঠিখন পঢ়িয়েই অনিমেষৰ তাইলৈ ইমান খং উঠিছিল যে ওচৰত পোৱা হ'লে কিজানি চৰিয়াই দিলেহেঁতেন। কোনো সুস্থ ধ্যান ধাৰণা নথকা এজনী ছোৱালী—যাৰ মঙহবোৰৰ বাহিৰে একো নাই।

— কিছুসময় দুয়োটা নীৰৱে থাকিল।

— আজি তুমি ক'লৈ যাবাগৈ? ৰূপশ্ৰীয়ে সুধিলে।

— ভালুকমৰা বিজাৰ্ভলৈ।

— ময়ো এমাহমান ছুটী লৈ ঘৰলৈ যাম বুলি ভাবিছো।

— অ' ক'লৈ যাম বুলি ক'লা তুমি?

— ভালুকমৰা ৰিজার্ভ।

— কোন আছে তাত?

— নৈয়ে খেদোৱা মানুহ আছে, তাতে মোৰ মামাইঁতো আছে।

— কিমান দিন আছা তুমি তাত?

— দুমাহ দিন ধৰি আছো।

— যাবা কিহত, কিমানদূৰ ইয়াৰপৰা?

— বাৰটা ষ্টেচন, ৰেলেৰে যাম। ৰাতি দহমান বজাত পামগৈ।

॥ ন ॥

ঠিক দহ বজাতে নহয় দুঘণ্টা পিছুৱাই মাজৰাতি বাৰ বজাতেই সি ভালুকমৰা ৰিজার্ভলৈ যোৱা ষ্টেচন পালেগৈ। ষ্টেছনৰপৰা ৰিজার্ভলৈ ডেৰ মাইল দূৰ। অলপ অলপ জোনাক আছিল। অকণো একো নভবাকৈ সি নির্জন বাটটোৰেদি ভালুকমৰা ৰিজার্ভলৈ যাবলৈ ধৰিলে। বাটটোৰ দুয়োকাষে এতিয়ালৈকে মানুহ বহা নাই। যদিও দুই-এটা গৰখীয়া ল'ৰাৰ দিনত ওমলা সৰু সৰু ঘৰ আছে। য'ত ৰাতি হেনো চুলাই মদ আৰু বস্তিৰ ফালৰ গাভৰু ছোৱালী পোৱা যায়। আধা মাইলমান যোৱাৰ পিছত সি এটা শব্দ শুনি চমক খালে। এবাৰ ঘূৰি চাই দেখিলে, পাঁচটা মানুহ তাৰ পৰা ত্রিশহাতমান আঁতৰত আহি আছে। সি একো নাভাবি যাব খোজোতেই কোনোবা এটাই ক'লে, ৰ'বা। সি ৰ'ল। আধা মিনিটমানৰ পিছত মানুহ কেইটাই তাক বেটি ধৰিলে। সি আটাইকেউটাকে চিনি পালে— ৰিজার্ভৰ ল'ৰা ৰমেশ, মোধকান্ত নৰেন অনিল আৰু জয়ৰাম। এই আটাইকেউটা ল'ৰাই তাক আজি অলপ দিনৰপৰা সন্দেহৰ চকুৰে চাই আহিছে। অৱশ্যে ইয়াৰ কাৰণ অনিমেষে নজনা নহয়-- মূল কাৰণ হ'ল ব্যৱসায়ী গণেশ ৰাম শৰ্মা (অঞ্চলিক পঞ্চায়তৰো সভাপতি) আৰু এমএলএ কুল গগৈ।

— এই ৰাতিলৈকে কেনি গৈছিলাইঁত? অনিমেষে সুধিলে।

— এৰা, আমাৰ আৰু নগৰত ডাক্তৰনী নাই নহয় যে প্ৰেম কৰিবলৈ যাম। ৰমেশে কাট মাৰি ক'লে। মুখৰ পৰা ভৰিলৈকে অনিমেষৰ গাটো পিৰপিৰাই উঠিল।

— তুমি আৰু ইয়াত কিমান দিন থাকিবা? অসমীয়া চিনেমাৰ কেলেপাং গুণ্ডাটোৰ দৰে চেহেৰাৰ জয়ৰামে হিন্দী চিনেমাৰ গুণ্ডাৰ প'জ দি সুধিলে।

— কিয়, মই থকাত কিবা অপকাৰ হৈছে নেকি? অনিমেষে ক'লে।

— তুমি আমাক একো উদ্ধাৰ কৰিবহি নালাগে আমাৰ এম্ এল্ এ আছে। প্ৰেছিডেন্ট আছে। তেওঁলোকৰ দ্বাৰাই আমি আমাৰ অসুবিধাবোৰ ঠিক কৰি ল'ম। নৰেনে ক'লে।

— তুমি আমাৰ ল'ৰা ছোৱালীবোৰক 'কমিউনিষ্ট কৰিলা। মোধকান্তই ক'লে।

চাৰিদিনৰ ভিতৰত তই ইয়াৰ পৰা গুচি যা তোৰ অতপালি আৰু সহ্য নোহোৱা হৈছে। ৰমেশে আঙুলি জোকাৰি ক'লে।

— মই এতিয়ালৈকে কালৈকো ভয় কৰা নাই ৰমেশ। মোৰ কালৈকো ভয় নাই। নাযাওঁ মই, কি কৰিবাহঁত?

কি কৰিম মানে— তোৰ মূৰ ছিঙি দিম। ৰমেশে গৰ্জন কৰি কলে।

— কিন্তু তোমালোকৰ নিজৰ মূৰবোৰ যে সেই এম এল - এ প্ৰেছিডেন্টে কেতিয়াবাই ছিঙি নিলে খবৰ ৰাখিছা? অনিমেষে ক'লে।

— তোৰ ইয়াত ঘৰ নাই, দুৱাৰ নাই, তই ইয়াত মৰিবলৈ কিয় আহিছ? বৰ 'কমিনিষ্ট' দেখুৱাবলৈ আহিছ পুতি থম বাপেকে গম পোৱা নাই? মোধকান্তই ক'লে।

ঐ নৰেন, ইয়াক দেখোন আচল কথাটো কোৱাই নাই। ৰমেশে ক'লে।

— অঁ — ঐ 'কমিনিষ্ট' কুকুৰৰ পোৱালি, অৰুণিমাৰ লগত তোৰ কিহৰ ইমান কাৰবাৰ। নৰেনে তাৰ সমুখত বৈ প'জ দি সুধিলে।

— অৰুণিমা? কোন অৰুণিমা?

— বাঃ বাঃ ঠিক বাপু ঠিক। এতিয়া অৰুণিমাক চিনিয়েই নোপোৱা হ'ল? ৰাম মাষ্টৰৰ জীয়েক অৰুণিমাক চিনিয়েই নোপোৱা হ'লি? দিনৰ দিনটো দেখোন তাতে চুপতি মাৰি থাকগৈ।

— তোমালোক ইমান নীচ কেনেকৈ হ'ব পাৰিলা? খঙেৰে অনিমেষে ক'লে।

— খোঁচাত দাঁত দুইপাৰি যাব দেই— কথা অলপ চম্ভালি ক'বি। আচ্ছা অৰুণিমাই যদি তোমালোকৰ আগতে একো সম্পৰ্ক নাই বুলি

কয় তেতিয়া তোমালোকৰ দাঁতবোৰ কোনে সৰুৱাব বাৰু?

ঐ তই দেখোন বৰ বাটিছ চোলাৰ কলাৰত ধৰি টানি নি ৰমেশে ক'লে।

তোমালোকৰ খঙটো কিয় উঠিছে মই একো বুজিব পৰা নাই। তোমালোকেতো দিনত মাক ভালদৰেই সুধিব পাৰিলাহেঁতেন। মাজৰাতি এনেদৰে খাপ পিতি ধৰি সুধিব কিয় লাগে?

যা যা আজিলৈ তোক এৰি দিছো, চাৰি দিনৰ ভিতৰত ইয়াৰপৰা নগ'লে মোমায়েৰহঁতে ৰাখিব নোৱাৰে দেই। পুতি থ'ম কৈ দিলো।

— তোমালোকে মোক একো কৰিব নোৱাৰা, একো কৰিব নোৱাৰা একো কৰিব নোৱাৰা। উত্তেজিত হৈ অনিমেষে ক'লে। সিহঁত কেইটা মুহূৰ্ততে থৰ হৈ গ'ল। অলপ ভগ্নস্বৰেৰে অনিমেষে ক'বলৈ ধৰিলে, তোমালোকে আজি বুজা নাই, সেই এম এল্ এ প্ৰেছিডেণ্টে তোমালোকক উচটাই দিব পাৰে কিন্তু ৰক্ষা কৰিব নোৱাৰে। সেই দিন আহি আছে। যি দিনা তোমালোকে কান্দিব লাগিব।

— যা যা, বৰ বৰ লেকচাৰ নামাৰিবি ঘৰলৈ যা। কৈ কৈ সিহঁতকেইটা উভতি গ'ল।

অনিমেষৰ আচলতে কান্দোন আহিছিল। হতাশা, শিক্ষাহীনতা নীচাত্মিকাবোধ, আৰু উচটনিয়েই যে ডেকা ল'ৰা কেইটাৰ আজিৰ ব্যৱহাৰৰ মূল কাৰণ তাক নুবুজাকৈ নাথাকিল। সি অতি দুখিত হ'ল যে আৰু দুমাহৰ পিছত ভালুকমৰা বিজাৰ্ভত জুই জ্বলিব অথচ এই ডেকা ল'ৰাকিটাৰ অকণোকে খবৰেই নাই।

হয় জুই জ্বলিছিল। ভালুকমৰা বিজাৰ্ভৰ তাৰ দুমাহৰ পিছতেই জুই জ্বলিছিল।

১৯৫০ চনৰপৰা ১৯৬৮ চনলৈকে চিচিৰৰগাওঁ অঞ্চলৰ ৰাইজক বানপানীয়ে সৰ্বস্বান্ত কৰিছিল। এখন গাওঁ একেবাৰে শেষ কৰি দিয়ে ১৯৬৭ চনত। প্ৰতিবাৰৰ দৰে চৰকাৰী মানুহ আহে, পানী শুকালে মন্ত্ৰী আহে, এম্ এল্ এ আহে ৰাইজৰ মাজত বক্তৃতা দিয়ে, আশ্বাস দিয়ে, ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিবই বুলি কৈ গুচি যায়। আকৌ বানপানী আহে আৰু বছৰৰ সাতমাহ মান পানীৰ তলত গাওঁবোৰ থাকে— পানী শুকাই গ্ৰহণী হয়, বসন্ত হয়, কলেৰা হয় আৰু অনাটন হৈ মানুহ মৰে। চৰকাৰে কয়, খাবলৈ নাপাই

মানুহ মৰা নাই, বেমাৰ হৈছে মৰিছে। বহুত টকা-পইচা খৰচ কৰি সঁজাতি দল ছিলঙলৈ যায় আৰু চৰকাৰেও আপোনালোকক অলপতে উঠাই অনা হ'ব বুলি কৈ পঠাই দিয়ে।

চিচিবৰগাঁৱৰ ওচৰতে হ'ল ভালুকমৰা ৰিজাৰ্ভ কমিউনিষ্ট পাৰ্টিৰ লোক ভদ্ৰকৃষ্ণ বৰুৱা আৰু অনিমেষৰ পৰামৰ্শমতে মাকৰ ঘৰলৈ অহা জীয়ৰীৰ দৰে চিচিবৰগাঁৱৰপৰা এশটা পৰিয়াল আহি ভালুকমৰা ৰিজাৰ্ভৰ মুকলি মাটিত বহি ললেহি। চৰকাৰে এনকুৱাৰী কৰিলে, নোটিচ দিলে, অথচ ৰাইজ অলৰ অচৰ। ঠিক সেই অৱস্থাতে ভোট আহিলত কথাটো তল পৰিছিল। ভালুকমৰা ৰিজাৰ্ভৰ ৰাইজৰ চৰম দুৰ্ভাগ্য যে সেই অঞ্চলত সেইবাৰ কংগ্ৰেছ প্ৰাৰ্থীজন হাৰিলে আৰু আটাইতকৈ মাৰ খালে ভালুকমৰা অঞ্চলত। আঠশ ভোটাৰ থকা কেন্দ্ৰটোত কংগ্ৰেছ প্ৰাৰ্থীজনে ভোট পালে মাত্ৰ পাঁচটা তাৰ মূলতে হ'ল ভদ্ৰকৃষ্ণ বৰুৱা আৰু তেওঁৰ ভাগিনীয়েক অনিমেষ ভূঞা। ভালুকমৰা ৰিজাৰ্ভৰ বেদখল লৈ বিধান সভাত মাননীয় সদস্যবৃন্দই তোলপাৰ লগালে। অনতিপলমে তাৰপৰা বেদখলকাৰীক উচ্ছেদ কৰাৰ ব্যৱস্থা ল'ব লাগে। সমাজবাদ গঢ়িব খোজা চৰকাৰৰ কথামতে কাম। প্ৰথমতে নোটিচ দিয়া হ'ল, তাৰপিছত আদেশনামা জাৰি কৰা হ'ল আৰু সৰ্বশেষত বলপূৰ্বক উচ্ছেদ চলোৱা হ'ল। বছৰৰ বানপানীয়ে জলাঞ্জলি কৰা ভালুকমৰা ৰিজাৰ্ভৰ ছাল ডাঠ, এইবাবে তেওঁলোকক লৰাব নোৱাৰিলে। শেষত এইবুলি চৰকাৰী আদেশ জাৰি কৰা হ'ল যে এই আদেশ জাৰি কৰাৰপৰা কুৰি দিনৰ ভিতৰত যদি তাৰপৰা মানুহ উঠি নাযায়, তেনেহ'লে ঘৰবাৰী, খেতি পথাৰ ভাঙি ছিঙি জুই লগাই দিয়া হ'ব।

— দিয়ক , জুই লগাই দিয়ক। অকল খেতি পথাৰ ঘৰ দুৱাৰতে জুই লগাই দিলে নহ'ব এই গাঁৱৰ মানুহবোৰো সিহঁতে পুৰি মাৰিব লাগিব। অনিমেষে ৰাইজৰ আগতে ক'লে।

— এৰা, সিহঁতে ৰাইজখনকো মাৰি যাব লাগিব ৰাইজে চিঞৰিলে।

— মুঠতে ইয়াৰপৰা আমি উঠি নাযাওঁ বুলি জনাই দিব লাগিব আৰু এইবাৰ ছিলঙলৈ যাবলৈ নাই। ভদ্ৰকৃষ্ণ বৰুৱাই ক'লে।

— ছিলঙলৈ গ'লে কি লাভ? আমাৰ কাৰণে কোনে ভাবে? তাক আমি এইবাৰ জিকাই দিলো, সি গাদী পায়েই ইখন চুবাপাতনিৰপৰা সিখন

চুৰাপাতনিলৈ চুৰা চেলেকিবলৈ যোৱা শিয়ালৰ দৰে দল সলালে। এনেধৰণৰ কথা কৈ মানুহবোৰে দল সলোৱা এম এল এ এটাক পাৰ্য্যমানে গালি পাৰি পাৰি ৰিজাৰ্ভৰপৰা উঠি নোযোৱাৰ সিদ্ধান্ত কৰি ঘৰাঘৰি গ'ল।

গৈছিল। মাজতে এদিন ৰাইজৰ কামতে খাৰুন শোৰুন নোহোৱা অনিমেষ নগৰলৈ গৈছিল আৰু নাৰ্চ হোষ্টেললৈ। চকীদাৰক কৈ সি প্ৰায় আধাঘন্টাসময় ওৱেটিং ৰুমত বহি থাকিলে অথচ ৰূপশ্ৰী ওলাই নাহিল। চকীদাৰে প্ৰথমতে ৰূপশ্ৰীয়ে শিকাই দিয়া মতে তাই নাই বুলি কৈছিল যদিও পিছত কোঠাতে আছে বুলি সৈ কাঢ়িলে। অনিমেষে ভাবিলে যে হয়তো অলপ পিছত তাই আহিব। কিন্তু নাহিল। ওৰে বাটটো অনিমেষে ভাবিলে তাক এবাৰো তাই দেখা দিব নোৱাৰাকৈ সিনো কি অপৰাধ কৰিলে' আমন জিমনকৈ সি হোষ্টেলৰ পৰা ওলাই আহি এবাৰ পিছলৈ চাই কোঠাৰ খিড়িকীত ৰূপশ্ৰীক দেখাৰু নিচিনা কৰিছে কিন্তু মুহূৰ্ততে ছোৱালীজনী অদৃশ্য হৈগ'ল। ভুল যে কোনখিনিত হ'ল ? সি ভাবি চালে বহুত দিশৰপৰা কিন্তু উত্তৰ নাপালে।

চৰকাৰৰ ঘৰৰপৰা উত্তৰ পালে ৰাইজে নিৰ্দিষ্ট দিনত ৰাইজ উঠি যাবই লাগিব। নহ'লে চৰকাৰে বিহিত ব্যৱস্থা গ্ৰহণ কৰিবলৈ বাধ্য হ'ব। নিৰ্দিষ্ট দিন বিশ তাৰিখ।

।.দহ।।

সেই বিশ তাৰিখে সন্ধ্যা ছয় বজাত ৰূপশ্ৰীৰ কোঠাটোলৈ নাৰ্চৰ ইউনিফৰ্মেৰে ৰাণু সোমাই গ'ল। বিছনাত পৰি ৰূপশ্ৰীয়ে কিতাপ পঢ়ি আছিল।

ভালুকমৰা ৰিজাৰ্ভৰপৰা দহোটা মজুৰ আহিছে। তাৰ দুজনৰ অৱস্থা চিৰিয়াছ।

ৰূপশ্ৰীয়ে ৰাণুলৈ মূৰ দাঙি চালে আৰু একো নক'লে।

— তোক নক'লে বেয়া হ'ব বুলি ভাবিহে ক'ব খুজিছো ৰাণুৱে ক'লে, ছিৰিয়াছ পেচেণ্ট দুটাৰ এটা হ'ল অনিমেষ ৰূপশ্ৰী উচপ খাই উঠিল, তাই পৃষ্ঠা দুটাৰ মাজত আঙুলিটো সুমাই কিতাপখন জপাই ৰাণুলৈ চালে।

— পেটত গুলী সোমাইছে আৰু মূৰতো দুখ পাইছে তাৰ গ্ৰুপৰ তেজ পোৱা নাই। ব্লাড বেংকতটো নায়েই, এ-বি গ্ৰুপ তাৰ। তোৰ তেজতো এ বি গ্ৰুপৰ। ৰাণুৱে ক'লে আৰু ক্ৰমান্বয়ে শেঁতা পৰি যোৱা ৰূপশ্ৰীলৈ তাই থৰ লাগি চাই ৰ'ল। ৰাণু ওলাই যোৱালৈকে ৰূপশ্ৰীয়ে গাৰুটোত মুখ দি পৰি থাকিল আৰু এবাৰ খপকৈ উঠি পিন্ধা সাজেৰে তাই ওলাই গ'ল।

তিনিশ চিচি তেজ দি ৰূপশ্ৰীয়ে অপাৰেচন থিয়েটাৰৰ বাহিৰত গোটখাই থকা মানুহবোৰৰ মাজত কিছুপৰ বৈ থাকি লাহে লাহে হোষ্টেলৰ ফালে গুচি গ'ল, কাৰণ মূৰটো ইমান ঘূৰাইছিল যে হয়তো অলপ পিছত মানুহবোৰৰ মাজতে বাগৰি পৰিলেহেঁতেন।

প্ৰায় ছাৰে আঠ বজাত ৰূপশ্ৰী হোষ্টেলৰ পৰা আহি চাৰ্জিকেল ওৱাৰ্ডৰ ছয় নং বেডৰ ওচৰত ৰলহি। অলপ আগতে অপাৰেচন থিয়েটাৰৰ পৰা অনিমেষক অনাইছিল।। তাৰ ভৰি হাত বান্ধি ৰখা হৈছিল আৰু সোঁহাতৰ শিৰডালত 'ব্লাড ট্ৰেনফিউজন' কৰা হৈছিল। 'টিউব'ৰ নাকেদি ভৰোৱা পাইপ, 'কেথেটাৰ'ৰ নিচৰ পাইপ আৰু 'ব্লাড' ট্ৰেনফিউজন'ৰ তেজ ভৰোৱা তিনিডাল পাইপ অনিমেষৰ গাত সংযোগ কৰাছিল। অধ্যাপক ইমদাদ আলি প্ৰমুখ্যে প্ৰায় দহ- বাৰজন লোকে অনিমেষৰ বিচনাখন বেৰি আছিল। শিতানৰ ৰূপশ্ৰী বৈ বৈ' মুদি থকা অনিমেষৰ চকুহাললৈ চালে যেন সি শুইহে আছে। তাই গম পালে যে অনিমেষৰ গলত গুলী সোমাইছে আৰু 'স্কাল ফ্ৰেকচাৰ' হৈছে। নিজৰ নিজকে বৰ অসহায় যেন লাগিল অথচ ওৱাৰ্ডৰ ভিতৰত থকা মানুহবোৰ বাদ দিলেও ওৱাৰ্ডৰ বাৰাণ্ডাত টোলত তেতিয়াও ডেড়শ-দুশ মানুহ মৌন হৈ বৈ আছিল। এঘণ্টামানৰ পিছত প্ৰয়োজনীয় নিদেৰ্শাদি দি ইমদাদ আলি ওলাই আহি বাৰাণ্ডা পালেহি আৰু মানুহবোৰে তেওঁক বেৰি ধৰিলে। অধ্যাপক ইমদাদ আলিয়ে মানুহবোৰৰ অলেখ প্ৰশ্নৰ উত্তৰত মাত্ৰ এষাৰ ক'লে, আমাৰ হাত নাই, আমি যি পাইছো কৰিছোঁ। ওপৰতহে কথা। অধ্যাপক আলিৰ এই কথা আনৰ মনত কি প্ৰতিক্ৰিয়া কৰিলে কব নোৱাৰি। ৰূপশ্ৰীৰ বুকুখন কঁপি উঠিল, কাৰণ অধ্যাপক আলিয়ে অতি বেয়া অবস্থাতহে এইষাৰ কথা কয়। মানুহবোৰে এইটো গম পালে যে এনেধৰণৰ ছিৰিয়াছ পেচেণ্ট নকেনৰ ইতিমধ্যে বিপদ কাটি গৈছে। মানুহবোৰে নিজৰ মাজতে গুণ গুণাবলৈ ধৰিলে। লাহে লাহে ৰূপশ্ৰী সোমাই গ'ল একমুহূৰ্ত অনিমেষৰ ওচৰত বৈ

তাৰ ' ইনজুৰি'ৰ জুৰি লিখি থকা ডাক্তৰ জনৰ কাষত ব'লগৈ। কান্দি কান্দি ভদ্ৰকৃষ্ণ বৰুৱাই ডাক্তৰজনক গোটেই দিনটোৰ কথা বৰ্ণনা কৰিলে। ৰূপশ্ৰীয়ে শুনি গ'ল।

গোটেই দিনটোৰ ছবিখন বাহিৰত বৈ থকা ভালুক মৰা ৰিজাৰ্ভৰ মানুহবোৰৰ চকুৰ আগতো জিলিকি পৰিল। প্ৰায় দহ বজাতে ভাত পানী খাই মানুহবোৰ সাজু হ'ল। তেওঁলোক মতাই-মাইকীয়ে ল'ৰাই-ছোৱালীয়ে প্ৰায় সকলো গৈ প্ৰাথমিক স্কুলখনৰ সমুখৰ পথাৰখনত গোট খালেগৈ। বাৰমান বজাত কেইবাখনো গাড়ী গৈ স্কুলৰ সমুখত ৰ'লগৈ। তাৰ পৰা নামিল মেজিষ্ট্ৰেট আৰু বন্দুক লাঠিধাৰী পুলিচ চিপাহী। অলপ পিছত আহিল কেইটামান হাতী। তেওঁলোকে মানুহবোৰক যিমানেই যি নুবুজালে মানুহবোৰ কিন্তু অলৰ অচৰ অৰ্থাৎ তেওঁলোকে এই জেগাৰপৰা কদাপিও উঠি নাযায়। যুক্তিৰে থকাসৰকা কৰিলে অনিমেষে চৰকাৰৰ দুৰ্নীতি, অন্যায় অবিচাৰৰ কথা স্পষ্ট কণ্ঠেৰে চিঞৰি চিঞৰি ক'লে। মানুহবোৰে খঙতে দাঁত কামুৰিছিল। সি ক'লে যে, বন্দুক লাঠি কিয়, যদি চৰকাৰে এটম বোমা এটাও পঠাই দিয়ে, অথচ ঘৰ মাটি, খেতি পথাৰ এৰি ভালুকমৰা ৰিজাৰ্ভৰ বাইজ নাযায়, নাযায়- নাযায়। ইয়াৰ মাটিকে কামুৰি তেওঁলোক মৰিব অথচ এইবাৰ তেওঁলোক দৃঢ়প্ৰতিজ্ঞ। কাৰণ পানীয়ে ইমান কেইবছৰ মানুহ মাৰিলে, বহুত মানুহ খাবলৈ নাপাই নতুন নতুন বেমাৰত মৰিছে, ইয়াত যেনিবা পুলিচৰ গুলীৰ আগত মৰিব মৰক। অন্ততঃ প্ৰতিবাদ কৰি মৰিব যেতিয়া এই মৰাত শান্তি আছে। কিমান মৰিব? ভালুকমৰা ৰিজাৰ্ভৰ মানুহৰ যেনে অৱস্থা আজি গোটেই দেশৰ শতকৰা আশীভাগ মানুহৰ একেই অৱস্থা। গতিকে আজি ভালুকমৰা ৰিজাৰ্ভৰ এশঘৰ মানুহক মাৰিলেই নহ'ব, গোটেই দেশৰ বহুত কোটি মানুহক মাৰিব লাগিব। মাৰক। ৰাইজে হয়ভৰ দিলে। অনিমেষৰ কথাই ৰাইজৰ কথা। চৰকাৰী দলটো বেছ বিবুধিত পৰিল। ইতিমধ্যে উত্তেজিত মানুহবোৰে তেওঁলোকক নানা ধৰণেৰে গালি পাৰিবলৈ ধৰিলে। মেজিষ্ট্ৰেটৰ আদেশক্ৰমে চৰকাৰী দলটো হাতীকেটাৰে সৈতে ধাননি পথাৰৰ ফালে আগবাঢ়ি গ'ল। পহিলা আঘোণৰ পথাৰ, গোটেই পথাৰখন সোণগুটিময় হৈ আছিল। উত্তেজিত জনতাই চিঞৰিলে, তোমালোকে আমাক মাৰি পেলোৱা। তইঁতে হাতীৰে গচকাই গুলী চলাই আমাক মাৰইঁত আমাৰ লখিমীৰ গাত হাত নিদিবি।

আমাৰ লখিমীৰ গাত হাত দিলে তহঁতৰ মূৰো কিন্তু ডিঙিৰ ওপৰত নাথাকিব। খং আৰু বেজাৰত নানা কথা কৈ কৈ উত্তেজিত জনতাই পথাৰখন আগচি ধৰিলে গৈ। হাতীৰে সৈতে চৰকাৰী মানুহ আগবাঢ়ি গ'ল। মানুহে বাধা দিলে। প্ৰথমে লাঠি চালনা কৰা হ'ল– আৰু এবাৰ পথাৰখনত হাতী সুমাই দি একালৰপৰা মহটিয়াই নিয়া হ'ল। লাঠিৰ কোব খায়ো মানুহবোৰ আঁতৰি ন'গল যেন কেঁচাইখাইতীহে লম্ভিছে মানুহবোৰৰ গাত। মানুহবোৰে যেয়ে যেনেকৈ পাৰিলে চৰকাৰী মানুহক আক্ৰমণ কৰিবলৈ ধৰিলে আৰু এজাকে মেজিষ্ট্ৰেট বহি থকা গাড়ীখন ভাঙিবৰ কাৰণে দা-লাঠি লৈ আগবাঢ়ি গ'ল। কিছুমানে ইটা, শিল দলিয়াই কেবাটাও কনিষ্টবল চিপাহীক আহত কৰিলে। ঠিক তেনেতে গুলী চলাবলৈ নিৰ্দেশ দিয়া হ'ল। ভালুকমৰা বিজাৰ্ভত জুই জ্বলি উঠিল। দপ্ দপ্‌কৈ ধাননিপথাৰ জুয়ে আগুৰি ধৰিলে। কাৰো কথা নামানি যেয়ে যেনেকৈ পাৰিলে চৰকাৰী মানুহ আক্ৰমণ কৰিবলৈ ধৰিলে। মাইকী মানুহ আৰু ল'ৰা-ছোৱালী বিলাকৰ চিঞৰত ভালুকমৰা ৰিজাৰ্ভৰ আকাশখন যেন ভাগি চুড়মাৰ হৈ মাটিত টুকুৰা টুকুৰ হৈ পৰিল। ভালুকমৰা ৰিজাৰ্ভৰ বুকু কঁপাই দুই ৰাউণ্ড গুলী চলোৱা হ'ল। মুহূৰ্ততে মানুহবোৰ আঁতৰি পলাল যদিও দেখিলে যে কেইটামান মানুহ মাটিত ছটফটাই বাগৰি আছে। যেন এখন নাটক ভাগিল আৰু ভাওনাঘৰ এৰি ৰাইজ দিহা দিহি গ'ল ঠিক তেনেদৰে কিছু সময় ঠাইকণ নিস্তব্ধ হ'ল। ন'টামান মানুহ মাটিত ছট্‌ফটাই পৰি আছিল। পেটত গুলী লাগি ওচৰতে থকা কাঠডালৰ ওপৰত অনিমেষ পৰি গ'ল। কুৰি ছেকেণ্ডমান হাত দুটাৰে পেটটো খামোচ মাৰি ধৰি অনিমেষ স্তব্ধ হৈ গ'ল।

কাঠডালত মূৰঠেকেচা খাই পৰাৰ কাৰণেই স্কাল ফ্ৰেকচাৰ হ'ল। ডাঃ ৰজত ৰৰঠাকুৰে সাধু শুনি বৈ থকা শিশুৰ দৰে বৈ থকা ৰূপশ্ৰীৰ ফালে চাই ৰ'ল। ডাক্তৰ ৰজত ৰৰঠাকুৰ অনিমেষৰ প্ৰিয় বন্ধু, এই কথা ৰূপশ্ৰীয়ে জানে।

পুৱা কিছুমান মানুহ গ'লগৈ। অথচ ডেড়কুৰি মান মানুহ তেতিয়াও বাহিৰত বৈ আছিল। চাবিটা পেছেন্টৰ ছিট দিয়া হৈছে তাৰে ভিতৰত বাকী তিনিজনৰ বিপদ আঁতৰিল বুলি ডাক্তৰে ক'লে যদিও অনিমেষৰ বেলিকা ডাক্তৰে ঈশ্বৰৰ বাহিৰে অন্য উপায় নাই বুলি ক'লে। 'চাকছন' কৰি ডাক্তৰ

ৰজত বৰঠাকুৰে অনিমেষৰ মুখৰ ভিতৰৰ পৰা খেকাৰ আনি বেয়া বস্তুবোৰ উলিয়াই দিলে। 'ৰাইলচ টিউবেদি' ৰূপশ্ৰীয়ে নিজে হৰলিক্সৰ পানী অনিমেষৰ পেটলৈ চিৰিঞ্জেৰে পুছ কৰি সুমাই দিলে এটোপ এটোপকৈ তেজবোৰ তাৰ গাত সোমাই আছিল। বহুত মানুহেই নাজানে যে অনিমেষৰ গাত সোমাই থকা এই তেজবোৰ কোনে দিলে। ৰূপশ্ৰীয়ে এবাৰ অনিমেষৰ মুদা চকুহাললৈ চাই হোষ্টেলৰ ফালে আগবাটি গ'ল।

কেজুৱেল লিভৰ সাতদিনৰ কাৰণে দৰ্খাস্ত এখন দি অনুমতিলৈ বাট নাচাই ৰূপশ্ৰী গৈ নিজৰ বিছনাত পৰিলগৈ তাই যিমানে জোৰেৰে চকু মুদে সিমানেই সেইদিনা হোষ্টেলৰপৰা ক্লান্ত খোজেৰে ওলাই যোৱা অনিমেষ আৰু খিড়িকীৰে জুমি চাই থকা তাইৰ দৃশ্যটো মনত পৰিবলৈ ধৰিলে। এদিন নদীৰ পাৰত বহি থাকোতে কিবা এটা কথাত অভিমান কৰোতে অনিমেষে কৈছিল, তোমাৰ মুখত ডেকা ল'ৰাৰ কাৰণে ওলাই থকা থুইখনি মোৰ গাতে এতিয়া পেলাবা যেন পাইছোঁ। তাই একো কোৱা নাছিল। অনিমেষে কৈছিল, মই যাক ভাল পাওঁ যাৰ লগত মোৰ বন্ধুত্ব হয় সেয়া ল'ৰাই হওক বা ছোৱালীয়েই হওক একো পৃথকভাৱে নাৰাখি মই সমান ব্যৱহাৰকে কৰোঁ। বহুতে অৱশ্যে ভুল বুজে আকৌ দেই। কৈছিল, মই কিছুমান মঙহক ভাল নাপাওঁ, মই ভালপাওঁ ধ্যান-ধাৰণা, চিন্তা আদৰ্শক। তোমাৰ মাজত মই এনে কিছুমান বস্তু বিচাৰি পাইছো। সেয়েহে তোমাৰ লগত মোৰ এই বন্ধুত্ব। ৰাধা মহাজনৰ খেৰৰ মেজিত জুই লগাই দিয়াৰ কেইদিনমানৰ পিছত মাষ্টৰ আৰু ল'ৰাবোৰে মোক অনল অনল বুলি জোকাই মাতিছিল। পিছতহে গম পালো অনল মানে 'জুই'। — পিৰপিৰণিটো – সেই পিৰপিৰণিটোৱেই মই । কমিউনিষ্ট মানুহ ভাই, জাত-পাত ধৰ্ম-কৰ্ম, দেশ-বিদেশ মোৰ কাৰণে কি আছে? তোমাক এই কিতাপ কেইখন পঢ়িবলৈ দি ভুলেই কৰিলো। এতিয়া দেখিছোঁ। মুখে মুখে বামুণীয়া বুধিৰে মাত্ৰ , লেনিন, মাওৰ কথা। তোমাৰ লগত তোমালোকৰ কাষলৈ মই যাম দেই – অ' ইপিনে আকৌ ঘৰত ক'ৰ কমিউনিষ্ট সুমাইছহি বুলি বুঢ়াই নমৰিয়ালেই ৰক্ষা। আও, তুমি যেনেদৰে কথা কবলৈ আৰম্ভ কৰিছা তোমাৰ কথা কোৱাৰ মুডটোৰ লগত যদি মোৰ পৰিচয় নাথাকিলহেঁতেন তেতিয়াহ'লে খং উঠিছে বুলি ভাবি ল'ব পাৰিলোহেঁতেন. তুমি কেতিয়াবা বাৰু হাঁহি পাইছানে? তোমাৰ যদি কোনোবাই হাঁহি দেখিছে

বৰ ভাগ্যবান বুলি ক'ম দেই।    কমিউনিষ্টৰ নো ক'ত ঘৰ সোধে নে? ঘৰ থকা হলে দেখোন কোনো কমিউনিষ্টেই নহয় আমাৰ দেশত।    মন্ত্ৰী এম এল এৰ কথা নকবা। মন্ত্ৰী এম এল এ বুলিলেই মোৰ গাত চকলা চকল বান্ধে। তোমালোকৰ মেডিকেলৰ ভাষাতে 'এলাৰ্জিক'। আৰু মোৰ ইমানহে ঘিণ লাগে যে পায়খানা এটাত জোবোৰা মাৰি দিলেও কিজানি সিমান ঘিণ নালাগে। ..   চেৰেলা ফপৰা কুকুৰ এটা মৰাদি দেউতা 'স্বাধীন' দেশত কেউ কেউকৈ মৰিল, দেউতাৰপৰা প্ৰতিবাদী অদম্য বীজটোৰ বাহিৰে অন্য সম্পত্তি পুত্ৰ হিচাপে মই নাপালো। হাজাৰ হওক মাকৰ মন, এইবোৰ কৰিলে মায়ে বৰ ভাল নাপায়।

চাৰিমান বজাত ৰূপশ্ৰী বিছনাৰপৰা উঠিল আৰু চাৰ্জিকেল ওৱাৰ্ডৰ ফালে যাবলৈ ধৰিলে। গেটখনৰ ভিতৰত সোমায়েই ৰূপশ্ৰীয়ে কান্দোন শুনিলে। যেন কোনোবাই তাইৰ বুকুত ঢোলহে বজাইছে। ঠিক তেনেদৰে কান্দোন শুনাৰ পিছত তাইৰ বুকুখন ঢপ ঢপাবলৈ ধৰিলে। গৈ বাৰাণ্ডা পাই দেখে গোঁসানী গোঁসানী চেহেৰাৰ মহিলা এগৰাকীয়ে আউলি বাউলি হৈ কান্দিছে। মহিলা গৰাকীক ধৰিও ৰাখিবপৰা নাই। পোনে পোনে তাই ওৱাৰ্ডলৈ সোমাই গ'ল, মাকৰ গাখীৰ খাই টোপনি যোৱা শিশু এটাৰ দৰে অনিমেষ শুই আছে। তাৰ ন. ৎদি ঘোৰ ঘোৰণী শব্দ হৈছিল। হস্পিতেলত নথকা হেতু ইতিমধ্যে এটা  অক্সিজেন চিলিণ্ডাৰ' কিনি অনা হৈছে। ডাক্তৰ বৰুৱাই অধ্যাপক ইমদাদ অ  লৰ ফালে চাই ক'লে, 'প্ৰতি দহ মিনিটত বি-পি ( ব্লাড প্ৰেছাৰ) অসম্ভৱ ধৰণেৰে ফ্লাকচুৱেট কৰি আছে ছাৰ। অলপ পিছত' ট্ৰেকেচ্‌টমী' অৰ্থাৎ ফ্ৰি এয়াৰ পাবৰ কাৰণে ডিঙিয়েদি ফুটা কৰি দিয়া হ'ল। খুব আলফুলে ৰূপশ্ৰীয়ে অনিমেষৰ মূৰটোত হাত ফুৰাই দি মুদা চকুহাললৈ একেথৰে চাই থাকিল— যেন অলপ পিছতে সি চকু মেলি প্ৰথমবাৰৰ কাৰণে তাইকেই মাতিব। তাইৰ ওঁঠ দুখন কঁপি উঠিল,  চকু চলচলীয়া হৈ পৰিল। বাহিৰত অনিমেষৰ মাকে চিঞৰি চিঞৰি কান্দিছিল। তাই চাদৰৰ আগৰে চকুদুটা মোহাৰি বাৰাণ্ডালৈ ওলাই গ'ল।

মানুহজনীক ধৰি ৰাখিবপৰা নাই। মোৰ অমুক ঘূৰাই দিয়াহঁত ঐ, মই তাক লৈ যাওঁ। আজি আঠমাহ মই তাক দেখা নাই অ', তাক ঘূৰাই দিয়াহঁত। মই তোমালোকৰ ভৰিত ধৰিছোঁ। বাপেক মৰাৰ দিন ধৰি তাক বুকুত বান্ধি

বান্ধি ডাঙৰ কৰিলো। এতিয়া তাৰ সেয়া হ'ল ঐ– তাৰ সেয়া হ'ল–। ভালুকমৰা বিজার্ভত তইঁতে সিংহ মাৰিলিহঁত ঐ, শিয়াল হৈ সিংহ মাৰিলিহঁত অন্যায়কৈ তাৰ বাপেকে এই দেশ স্বাধীন কৰি তইঁত শিয়ালমখাক ৰজা পাতি থৈ গ'ল ঐ—মোৰ ' অমুক' ঘূৰাই দিয়াহঁত। মই তোমালোকৰ ভৰিত ধৰিছোঁ। তইঁতে মোকো গুলী কৰি মাৰহঁত ঐ পায়গুহঁত, মোকো গুলী কৰি মাৰ। ভালুকমৰা ৰিজার্ভত তইঁতে সিংহ মাৰিলিহঁত ঐ শিয়ালবোৰে সিংহ মাৰিলিহঁত ঐ শিয়ালবোৰে সিংহ মাৰিলিহঁত।

— আপুনি ইমানকৈ নিচিএৰিব মা, নাকান্দিবচোন কন্দনাসুৰত ডাক্তৰ ৰজত বৰঠাকুৰে ক'লে,

কেলেই নাকান্দিম, বোপাই কেলেই নাকান্দিম তুমি মোৰ পেটৰ পোৱালিৰ লগৰ পোৱালি। মই তোমাক ভৰিত ধৰিছোঁ, মোৰ অমুক ঘূৰাই দিয়া– মই লৈ গুচি যাওঁ। আজি আঠমাহ দিন মই তাক দেখা নাই। মই তাক কৈছিলো, অ' বোপাই, ফেটীসাপৰ মাজলৈ তই শুদা হাতেৰে গৈ কি কৰিবি? সি নুশুনিলে–

— তুমি অলপ মনে মনে থাকা বাইদেউ বায়েকক সাৱট মাৰি ধৰি ভদ্রকৃষ্ণ বৰুৱাই ক'লে।

— এৰা আপুনি অলপ ধৈৰ্য ধৰকচোন। ডাক্তৰ প্রফেছাৰ সকলে অশেষ চেষ্টা কৰি আছে—

মনে মনে থাকিম? ধৈৰ্য, ধৈৰ্য ধৰিম? মানুহজনীয়ে হুকহুকাই কান্দি দিলে। গাৰ চাদৰখন মাটিত খহি পৰিল। কাষত থকা মহিলাগৰাকীয়ে চাদৰখন পুনৰ গাত মেৰাই দিলে। মই কেনেকৈ মনে মনে থাকিম? কেনেকৈ মনে মনে থাকিম। সেই সৰুতে বাপেক মৰাৰ পৰা ডেউকাৰ আঁৰত ৰাখি ডাঙৰ কৰিলো,– শেষ অৱস্থাত আঠমাহ দিন মই তাৰ মুখখন দেখা নাপালো। কওকচোন বাৰু, তাৰ গাত অমুকটোৰেই দোষ আছিল বুলি কওকচোন কোনোবাই চাওঁ। দুখীয়া মানুহ বুলিলে সি ভাগৰ ভাত দি দিছিল ঐ অমুক তই মোৰ ওচৰলৈ গুচি আহ অ' বোপাই। অভিমন্যুক মৰাদি ঐ সিহঁতে তোক অভিমন্যুক মৰাদি মাৰিলে। মাত্র সাতাইশ বছৰ হৈছিল ঐ মোৰ বোপাই। ভালুকমৰা বিজার্ভত সিহঁত শিয়াল মখাই সিংহ মাৰিলে অন্যায়কৈ।

সিংহক জোকাই লৈ সিহঁতে বক্ষা পাম বুলি ভাবিছে হ'বলা? আহহঁতচোন আহহঁত এহেজাৰ বন্দুক লৈ মোৰ ওচৰলৈ আহহঁত—, মোৰ— মোৰ বুকুত গুলী মাৰ— মাৰ— মাৰ—। মানুহখিনিয়ে মানুহজনীক প্ৰায় দাঙি নিয়াদি লৈ গ'ল, বিকট চিএৰ মাৰি মানুহজনীয়ে ডেও পাৰিবলৈ ধৰিলে।" অন্তপৰ ৰূপশ্ৰী দুৱাৰত ভেজা দি থৰ হৈ আছিল। তাই যেন চকুৰে একো দেখা নাছিল। তাইৰ যেন টোপনি আহিছিল। সাৰ পোৱাদি পাই তাই ঘূৰি গৈ অনিমেষৰ ওচৰত ৰ'লগৈ। ট্ৰেকেচটমী কৰি দিয়াৰ কাৰণে উশাহ লওঁতে নাকৰ ঘোৰঘোৰণী শব্দ নাইকিয়া হ'ল, বি পি, হঠাৎ ডাউন হ'ল। ডাঃ দাসে ওৱাৰ্ড বয়টোৰ হাতত অধ্যাপক ইমদাদ আলিলৈ লিখি পঠালে।

ডাঃ বৰঠাকুৰ, ডাঃ শৰ্মা, ডাঃ ঘোষ আৰু ৰূপশ্ৰী অনিমেষৰ বিছনাৰ ওচৰত চেলাইন ষ্টেণ্ডালৰ দৰে থৰ হৈ ৰৈ আছিল। কোনেও মুখেৰে একো শব্দ কৰা নাছিল। ওৱাৰ্ডটোৰ বাকী ঊনৈশজন পেচেণ্টৰ আঠত্ৰিশটা চকুৰ দৃষ্টি ৬নং বেডৰ অনিমেষৰ ওপৰত নিবদ্ধ হৈ আছিল অপাৰেচন কৰাৰ আগতে মুখৰ দাড়িবোৰ খুৰাই দিয়া হৈছিল বাবে মুখখন ওলাই পৰিছিল। ৰূপশ্ৰী এনেদৰে তাৰ মুদা চকুহাললৈ একেথৰে চাই থাকিবলৈ ধৰিলে যেন অলপ পিছত সি চকু মেলিয়েই প্ৰথম তাইকে দেখি মিহি মাতেৰে মাতিব ৰূপা।

প্ৰায় পোন্ধৰ মিনিটমান বিভিন্ন ধৰণেৰে পৰীক্ষা কৰাৰ পিছত বাৰত ভাল চাৰ্জনবোৰৰ এজন বুলি নাম থকা অধ্যাপক ইমদাদ আলিয়ে ওঁঠ কোঁচাই দিলে। ওচৰত ৰৈ থকা দহ বাৰজন ডাক্তৰে আলিৰ মুখলৈ চাই তললৈ মুৰ কৰিলে। অধ্যাপক আলিৰ কোঁচখোৱা ওঁঠ দুখনে যেন ৰূপশ্ৰীৰ কলিজাটোত এখন ছুৰী কটাৰীৰ দৰে আঁকিয়াই দিলে। তাই বুকুৰ ভিতৰত যন্ত্ৰণাবোধ কৰিলে আৰু আগতে ৰৈ থকা ডাক্তৰ ৰজত বৰঠাকুৰৰ মুখলৈ চালে। পানীত জুবুৰিয়াই পেলাইহে যেন চকু দুটা তেনেদৰে তিতি আছিল। আপোনা আপুনি ৰূপশ্ৰীৰ সোঁহাতখন অনিমেষৰ মুৰ ওপৰলৈ গ'ল আৰু বাঁওহাতখনেৰে তাৰ সোঁহাতখনৰ আঙুলিবোৰ খামুচি ধৰিলে। হুমুনিয়াহ এটা কাঢ়ি ডাক্তৰ ৰজত বৰঠাকুৰ সেইখিনিৰ পৰা আঁতৰি গৈছিল। বাহিৰৰ বাৰাণ্ডাত আৰু চোতালত প্ৰায় দুশ আঢৈশমান মানুহ নৰীয়া পৰা দি থকাৰ দৰে পৰ দি বহি আছিল।

ৰাতি দহমান বজাত মানুহ পাতলিল। ডিউটিত থকা ডাক্তৰ নার্চৰ বাহিৰে ডাক্তৰ ৰজত বৰঠকুৰ আৰু ৰূপশ্ৰী অনিমেষৰ বিছনাৰ কাষত দুফালে দুখন টুলত বহি অনিমেষনেত্ৰে তাৰ মুদা চকুহাললৈ চাই আছিল। ডাক্তৰ বৰঠাকুৰে সঘনে ব্লাড প্ৰেছাৰ চাই আছিল। বাৰাণ্ডাত অৱশ্যে তেতিয়া দহজনমান মানুহ আছিল।

হাউছ চাৰ্জৰ ডাক্তৰ দাসে ছাৰে তিনিমান বজাত কাগজ এটুকুৰা ওৱাৰ্ড বয়টোৰ হাতত দি অধ্যাপক ইমদাদ আলিক মাতি পঠালে। প্ৰায় আধাঘণ্টা মানৰ পিছত অধ্যাপক আলি আহি ৰেকৰ্ডখিনিত এবাৰ চকু ফুৰাই অনিমেষৰ ওচৰত ৰ'লগৈ। অধ্যাপক আলিয়ে অনিমেষৰ মুদ খাই থকা চকুৰ পতা দুখনি বুঢ়া আঙুলিটোৰে টানি তুলি চাই টৰ্চটো মাৰি পৰীক্ষা কৰিলে। নাকৰ গুৰিৰ ফালে চকু দুটাৰ ভিতৰফালে আঙুলি দুটাৰে হেঁচি চাই এবাৰ অনিমেষৰ হাতখন নিজৰ মুঠিলৈ আনি লৈ হয়তো তেখেতে নাড়ী স্পন্দন গণনা কৰিছে। প্ৰায় এক মিনিটমান সময় অধ্যাপক আলিয়ে অনিমেষৰ হাতখন মুঠি মাৰি ধৰি ৰাখি এবাৰ কাষতে বৈ থকা ডাক্তৰ নাৰ্চক অনিমেষৰ গাৰপৰা পাইপবোৰৰ খুলি দিবলৈ ইঙ্গিত দিলে। কঁপা কঁপা হাতেৰে ডাক্তৰ দাস আৰু চিষ্টাৰ মঞ্জুৰী কলিতাই অনিমেষৰ হাত, নাক, ডিঙি আৰু পেনিচৰ পৰা পাইপবোৰ খুলি এৰুৱাই দিলে। ক'ব নোৱাৰাকৈয়ে ৰূপশ্ৰীয়ে অনিমেষৰ বাঁওহাতখন খামোচ মাৰি ধৰি নিজৰ বুকুৰ মাজত হেঁচি ধৰিছিল। অধ্যাপক ইমদাদ আলিযে কঁপি থকা ওঁঠ দুখন সামান্য মেলি এটা শব্দ উচ্চাৰণ কৰিলে ঃ ফিনিশ্ব। কৈ অধ্যাপক আলিয়ে নিজেই অনিমেষৰ গাৰ ওপৰত থকা বিছনা চাদৰখন কঁপা কঁপা হাতেৰে টানি আনি তাৰ মুখখন ঢাকি দিলে।

## ।। এঘাৰ ।।

সূৰ্য ওলাইছিল। উকা পাটৰ মেখেলাৰে, গাত বগা ব্লাউজ আৰু বগা চাদৰখন লৈ হাতত সৰু টোপোলা দুটাৰে ছোৱালীজনী মানুহৰ জুমটোৰ মাজেদি সোমাই গৈ অনিমেষৰ ওচৰত থিয় হৈ ৰ'ল। হাতৰ টোপোলা দুটা তাই লাহেকৈ মাটিতে থ'লে দেখিযেই বুজা গ'ল যে এটা টোপোলাত কেইখনমান কিতাপ আৰু এটা টোপোলাত হয়তো কাপোৰ আছিল। তাই কি কৰিব এতিয়া গোটখোৱা

মানুহবোৰে ভাবিলে। কোনেও মুখেৰে 'টু' শব্দ এটাও উচ্চাৰণ কৰিব নোৱাৰিলে যদিও প্ৰায় আঠেকুৰি মানুহৰ পাঁচকুৰি মেলা চকুৱে ছোৱালীজনীৰ সৰ্বাংগত হেৰোৱা বস্তু বিচৰাদি পিত্ পিতাই কিবা বিচাৰি ফুৰিবলৈ ধৰিলে। ছোৱালীজনীয়ে ক'লৈকো চোৱা নাছিল, অথচ তাই অনিমেষৰ শিতানৰ ফালে আঁঠুত মূৰ গুজি মহিলাগৰাকীৰ ফালে এবাৰ চাই অনিমেষৰ শিতানৰ ফালে কুমজেলেকুৱা গতিৰে ভৰি পিছলাই পিছলাই আগবাঢ়ি গ'ল।

গৈ তাই অনিমেষৰ মুখৰপৰা বগলি পাখি যেন বগা কাপোৰখন সামান্য আঁতৰাই মুখখন হাত দুটাৰে অলপ দাঙি তাই নিজৰ মুখখন হাওলাই তাৰ কপালত শব্দ নোহোৱাকৈ এটা চুমা খাই নিজৰ বুকুত তাৰ মূৰটো গুজি ধৰি ছোৱালীজনী কঁপিবলৈ ধৰিলে। কেই মুহূৰ্তমানৰ পিছত তাৰ মূৰটো আকৌ গৈ চাদৰখনেৰে মুখখন ঢাকি দিলে। দি তাই নিজৰ চাদৰেৰে নিজৰ চকু মুখ মোহাৰি পেলালে। তাৰপিছত এবাৰ চাৰিউফালে লাহে লাহে চাই এখোজ এখোজ কৈ আঁঠুত মূৰ গুজি শিল এচপৰাৰ দৰে থৰ হৈ থকা তিনিকুৰি বছৰীয়া মহিলাগৰাকী অৰ্থাৎ অনিমেষৰ মাকৰ ওচৰলৈ আগবাঢ়ি গৈ নিচেই কাষতে প্ৰায় এহাত ব্যৱধান ৰাখি থিয় হৈ ৰ'ল। চলি যোৱা গাড়ী এখনত থিয় হৈ থাকিলে ভৰিৰ পৰা মূৰলৈ যেনেদৰে কঁপে তেনেদৰে থিয় হৈ থাকোতে ৰূপশ্ৰী কঁপিবলৈ ধৰিলে কঁপি কঁপি তাই মাটিত বহি মানুহজনীৰ গাত ধৰি লাহেকৈ মাতিলে, 'মা'। মানুহজনীৰ কোনো প্ৰতিক্ৰিয়া নাই। তাই আৰু অলপ জোৰে মানুহজনীৰ গাত ধৰি সামান্য জোকাৰি মাতিলে, মা'। এইবাৰ মানুহজনীয়ে মূৰ দাঙিলে আৰু ঠিক মূৰ দঙাৰ মুহূৰ্ততে মানুহবোৰে মানুহজনীৰ চকুদুটালৈ চাই সাপ গচকা মানুহৰ দৰে ভয়াতুৰ হৈ পৰিল কাৰণ মানুহজনীৰ চকু দুটাৰ ঠাইত যেন দুটা উদয় হ'ব খোজা সূৰ্যহে লগাই থোৱা আছে। ৰঙা।

— মা। ৰূপশ্ৰীয়ে ক'লে, অনিমেষৰ লগত মোৰ তেজ মিলে। তাৰ গাত যে তেজ ভৰাই দিয়া হৈছিল সেয়া মোৰ গাৰে তেজ। তাৰ তেজৰ গ্ৰুপ আৰু মোৰ তেজৰ গ্ৰুপ একেই। কৈ কৈ তাই মানুহজনীৰ বুকুত মূৰটো গুজি দি উচুপিবলৈ ধৰিলে।। মই আপোনাৰ লগতে গুচি যাবলৈ আহিলো মা। ঠিক এই 'মা' শব্দটো উচ্চাৰণ কৰো নকৰোতেই চিঞৰ এটা মাৰি মানুহজনীয়ে ৰূপশ্ৰীক সাবটি ধৰি বুকুৰ মাজত জোৰে সুমাই ললে। অনিমেষৰ মাক আৰু ৰূপশ্ৰী কঁপিবলৈ ধৰিলে।

ক্ষন্তেক পিছতেই ৰূপশ্ৰীয়ে মানুহগৰাকীক থিয় কৰালে আৰু বাইজৰ

ফালে চাই ক'লে, ব'লক। এখোজ দোখোজকৈ ৰূপশ্ৰী অনিমেষৰ মাকৰ গাত ধৰি আলিত ৰৈ থকা গাড়ীৰ ফালে আগুৱাই গ'ল। অনিমেষৰ শটো মানুহবোৰৰ কেইজনমানে কান্ধলৈ তুলি লৈ ৰূপশ্ৰীহঁতৰ পিছে পিছে একেই খোজেৰে আগবাঢ়ি গ'ল— যেন ৰূপশ্ৰী আৰু অনিমেষৰ মাক দুকুৰা জোঁৰৰ জুইহে আৰু যেন তাৰ পোহৰতে মানুহবোৰ আগবাঢ়ি গৈছে।

চোতালত তেতিয়াও থৰ হৈ ৰৈ থকা ডাক্তৰ ৰজত বৰঠাকুৰে নিজেই নিজকে কোবাদি ক'লে— ইযাৰ পিছত ভালুকমৰা ৰিজাৰ্ভত থকা মানুহবোৰ একুৰা একুৰা জুই হৈ জ্বলিব।



---

( এই উপন্যাসখনে মোক পবিত্ৰ কুমাৰ ডেকা আৰু ধৰ্ম্ম দাসক মনত পেলাই থাকিব।)

# নাৰী...........

ৰাণ্ডাত বহি উলুপীয়ে উল গুঠি আছিল। যদিও মানুহগৰাকীয়ে দুয়োটা হাতেৰে শলাৰে উল গুঠি আছিল তথাচ ঘনে ঘনে দহ নলমান আঁতৰত থকা ৰঙা লোহাৰ গেটখনৰ ফালে চাই আছিল। বিযলি পাঁচ বজাৰ পাছৰে পৰাই আজিকালি উলুপীৰ সূকয কপালী হোৱা মানুহৰ দৰে মূৰটো টিংটিঙাই থাকে আৰু কিবা এটা নিনাও শঙ্কাই যেন তেওঁৰ হিয়াকডিটোৰ ওচৰত পকা মজিয়াত দলিযাই দিয়া ৰবৰৰ বল এটাৰ দৰে উঠা-নমা কৰি থাকে—বুকুৰ পৰা ডিঙিৰ ঘটিকাটোলৈ আৰু ঘটিকাটোৰ পৰা হিযাডিলৈ। মানুহজনীৰ উশাহ-নিশাহ ঘন হয়। হয, আগতেও অন্ততঃ দহ মাহমান আগলৈকে এই সময়ছোৱাত উলুপীৰ উশাহ-নিশাহ ঘন হয পৰম উৎসাহ আৰু আনন্দত। আবেগত। হেঁপাহত। কিন্তু এতিযাৰ কথা বেলেগ।

দুকুৰি পাঁচবছৰীযা উলুপীক দেখিলে পয়ত্রিশ বছৰীয়া যেনহে লাগে। ধুনীযা। তাৰ বাহিৰেও নিজক সুন্দৰকৈ ৰুচিগতভাৱে তেনেই সাধাৰণ সাজপাৰেৰেও সজাই তুলিব পাৰে। তেওঁৰ কোনো প্রসাধন নাই। সাধাৰণ ক্রীম অকণকেই মুখত সানে যদিও মানুহজনীৰ মাৰ্জ্জিত সাজপাৰ আৰু চেহেৰা দেখি বৰ সাংঘাতিক ষ্টাইল কৰাৰ নিচিনাহে লাগে। কিন্তু অকণমানপৰ মনদি সূক্ষ্মভাৱে চালেহে ওলাই পৰে যে মানুহজনীয়ে কোনো ধুন মৰা নাই। স্বাভাৱিকতেই ধুনীয়া মানুহজনীৰ গম্ভীৰ ব্যক্তিত্বই আৰু মৰ্যাদাপূৰ্ণ সৌন্দৰ্য্যৰ বৃদ্ধি কৰিছে। তেওঁ এখন কলেজৰ অধ্যাপিকা। কলেজতো কমনৰুমৰ কোনেও ভাল নাপালেও ছাত্র-ছাত্রীয়ে কিন্তু তেওঁলোকৰ ইংৰাজীৰ বাইদেউক বৰ ভাল পায়। উলুপীক কমনৰুমৰ সহকৰ্মীয়ে পছন্দ নকৰাৰো এটাই কাৰণ আছে। কাৰণটো হ'ল যে পৰচৰ্চা আৰু লঘু কথাত উলুপীয়ে কাহানিও সহযোগ নকৰে বা সঁহাৰিও নিদিয়ে। সেয়েহে তেওঁক বাকীসকলে এক অহংকাৰী মহিলা বুলিহে জানে। এই কমনৰুমটোৰ কাৰণেই উলুপীৰ নিজৰ প্ৰায় বিৰক্তি লাগে কিয়নো শিক্ষয়িত্রীৰ চাকৰি বাছি ল'লো বুলি। কলেজৰ অধ্যাপকৰ দৰে মানুহো যে ইমান তৰাং আৰু বৌদ্ধিক দেউলীয়া হ'ব পাৰে ইয়াৰ আগতে উলুপীয়ে জনা নাছিল। তাৰ বাহিৰেও

মানুহবোৰ ঈৰ্ষাপৰায়ণ। কলেজৰ এক বিশেষ অনুষ্ঠানত ছাত্ৰ-ছাত্ৰীৰ হেঁচাত উলুপীয়ে এবাৰ বেহেলা বজাইছিল। সেই বেহেলা বজোৱাৰ দিন ধৰি উলুপীক ভাল ব্যৱহাৰ নকৰে, কাৰণ কেৱল কেজুৱেল-লীভটোৰ বাবেই অন্য সহকৰ্মী অধ্যাপিকাৰ দৰে উলুপীয়ে লেন চেলাই বহি নাথাকে অথবা অধ্যক্ষই কোৱা সকলো কথাকে 'হয় ছাৰ' বুলি নকয়। অধ্যক্ষক অন্যৰ দৰে তেওঁ কাহানিও নতুন বছৰৰ শুভেচ্ছা বা উপহাৰ দিয়া নাই, কাৰণ এনে ললিত কলাৰ সূক্ষ্ম অনুভূতি এই জধলা, কথা ক'লে মুখ গোন্ধোৱা মানুহটোৰ নাই যেন লাগে। এইটো এটা কদাকাৰ পুংলিঙ্গ মাত্ৰ।

তথাপিও উলুপী সুখী আছিল। কাৰণ তেওঁৰ সুন্দৰ ৰুচি পুৰুষত্ব আৰু আকৰ্ষণীয় ব্যক্তিত্ব থকা পতি সুন্দৰ অনুৰৱে তেওঁক আবৰি ৰাখিছিল। মুখ খুলি নক'লেও উলুপীয়ে অনুৰৱৰ বুকুৰ মাজত সোমাই থাকোতে পৃথিৱীৰ আটাইতকৈ সুখী মহিলা গৰাকী বুলি ভাবিছিল। বয়সে হয়তো কিছুমান দৈহিক কথাত উলুপীক কিছু নিস্পৃহ কৰি পেলাইছিল, কিন্তু তেওঁতকৈ পাঁচবছৰৰ ডাঙৰ মানুহ অনুৰৱ যেন দিনে দিনে কথাই-কামে তজবজীয়াহে হৈ গৈছিল। যেতিয়াই-তেতিয়াই বিয়াৰ আগত প্ৰেমত পৰি থাকোতে লুকাই চুৰকৈ সাৱটি ধৰি উপৰ্যুপৰি চুমা খোৱাৰ দৰে এতিয়াও এই বয়সত অনুৰৱে উলুপীক সাৱটি ধৰে।

পাকঘৰত ভাত ৰান্ধি থাকোতেই হওক বা চোফাত বহি উল গুঠি থাকোতেই হওক সৰু ল'ৰাটোৰ অনুপস্থিতিৰ সুযোগ লৈ অনুৰৱে উলুপীক সাৱটি ধৰে, চুমা খায়। উলুপীয়ে কৃত্ৰিম অভিযোগ কৰি মনত পেলাই দিয়ে—এই কিমান বয়স হ'ল মনত আছেনে? বুঢ়া কালত এইবোৰ কি ধেমালি' কিমান বয়স হ'ল?— পঞ্চাশ হ'ল। পিছে কি হ'ল। তাহানি মোৰ চৌব্ৰিশ বছৰ বয়সত প্ৰথম যেতিয়া মই তোমাক লগ পাইছিলো আৰু আঠাইশ বছৰ বয়সত তোমাক লগ পাইছিলো আৰু আঠাইশ বছৰ বয়সত মই যেতিয়া প্ৰথম তোমাৰ লগত শুইছিলো এতিয়াও মই সেই একেটাই হৈ আছো। তুমিহে মনেৰে বুঢ়ী হৈ গ'লা। মইতো বুঢ়া হোৱা নাই। যদি আমি দুয়ো জীয়াই থাকো সত্তৰ বছৰ বয়সতো মই সেই একেটা আঠাইশ বছৰীয়াই হৈ থাকিম। তুমি কিন্তু দিকদাৰ কৰিলে নহ'ব; আমনি পালে নহ'ব বুলি অনুৰৱে উলুপীৰ মুখখন টানি আনি ওঁঠত চুমা খায়।

চাওঁ এৰি দিয়া মাম্পু আহিব। বৰ বদমাচ্ তুমি। নিজৰ বয়স পাহৰা মানুহ এইটোহে দেখিছো। এৰা এৰা দিকদাৰ নকৰিবা। যোৱা যোৱা বাহিৰত ক'ৰবাত যোগাৰ কৰি লোৱা হাঁহি হাঁহি কয়।

—নেৰো, নেৰো বুলি অনুৰৰে সেই প্ৰথম লগ পোৱাৰ দৰে উলুপীৰ সৰ্বশৰীৰত হাত বুলায়। ঠিক তেনেতে যদি মাম্পু নাহে উলুপীৰ অৱস্থা কাহিল হৈ যায়।

সেইবোৰ কাৰণতে আজিৰপৰা দহ মাহৰ আগলৈকে উলুপীয়ে বাৰাণ্ডাত বহি চাৰি বজামানৰ পৰা চাৰে পাঁচ বজা মানলৈকে মনে মনে পুলকিত হৈ থাকে, শিহঁৰিত হৈ থাকে। ক'লা চুলিবোৰ কপালৰ আগত আউল-বাউল কৰি হাতত ব্ৰীফ কেছটো লৈ গেটখন খুলি অনুৰৱ সোমাই আহিব। উলুপীক দেখাৰ লগে লগে দিনটোৰ সকলো ক্লান্তি পাহৰি দুষ্ট হাঁহি এটা মাৰি যদি মাম্পু ওচৰত নাথাকে উলুপীক জোকাই সুধিব, কাৰ কাৰণে বাট চাই বাৰাণ্ডাত বহি আছা?

— কি ক'ম?

— দেখিলানে নাই পিছে বাটচাই থকা মানুহজনক?

— নাই ক'ত দেখিম ভীলেইনকহে দেখা পালো এয়া।

— আজি মই নাথাকোতে কোন কোন পুৰুষে ফোন কৰিছিল?

— আও সেইটো কথাও ক'বলৈ মই ইমান আঁকৰীনে?

— তেনেহ'লে মোৰ কথা শুনা, আহোতে ইমান ধুনীয়া মানুহ এজনী মোৰ ওচৰত বহি আহিছিল যে বাহুৰ পৰা নানামিমেই যেন লাগিছিল। মোৰ পঞ্চাশ বছৰ হ'ল বুলি বিশ্বাসেই কৰা নাই বুলি হাতৰ বেগটো টেবুলত থৈ ভিতৰলৈ সোমাই যোৱা উলুপীক সাবটি ধৰে। যদিও উলুপীয়ে মনে প্ৰাণে সেই মুহূৰ্তটোলৈকে বাট চাই আছিল তথাচ বাহিৰত কৃত্ৰিম খং কৰে। অনুৰৱ উদ্‌ভ্ৰান্ত হৈ পৰে। তেওঁ উলুপীৰ কোনো কথাকে কাণ নিদিয়ে। বহুতদিনৰ মূৰতহে যেন প্ৰেমিকাক লগ পাইছে ঠিক তেনেকৈ তেওঁ যেন উলুপী বোলা এই মধ্যবয়সীয়া মহিলা গৰাকীক একালৰ পৰা চোবাই খাই পেলাব—সেই ব্যৱহাৰ কৰে।

— চাওঁ এৰি দিয়া। বাহৃত লগ পোৱা ধুনীয়া মহিলাজনীলৈ মনত পৰিছে নহয়। তোমাৰ ছোৱালীয়ে এম এছ চি পটি আছে পাহৰি গ'লা নহয়, চাওঁ এৰি দিয়া।

— এম এছ চি নালাগে ছোৱালীয়ে ডক্টৰেট কৰি থাকক তাত কি হ'ল?

— এৰি দিয়া মাম্পু আহিব।

জানে। উলুপীয়ে জানে। এইবোৰ যে সকলোবোৰ অনুৰৱৰ সাজি কোৱা কথা উলুপীয়ে জানে। প্ৰতিদিনেই অনুৰৱে নতুন নতুন মহিলাৰ কথা কয়। কোন কোন অফিচলৈ আহি কি কথা ক'লে— ক'ত ক'ত লগ কৰিবলৈ ক'লে এনেকুৱা

কাল্পনিক কথা কিছুমান অনুৰয়ে কয়। উলুপী আনন্দত অধীৰ হৈ পৰে। কেতিয়াবা এনেকুৱা কথা যদি নকয় উলুপীয়ে মনত পেলাই দিয়ে—কিয় আজি কাকো লগ নাপালানেকি?”

— লগহে নাপাম। কিমানে মন মাৰি পেলাব লগ নকৰিলে।

— বাদ দিয়া বাদ দিয়া— চবেই বুঢ়া বুলি জানিলে। নিজকে বুঢ়া বুলি নাভাবিলে কি হ'ব—তুমি বুঢ়া হ'লা।

— কিহত প্ৰমাণ? বাৰু ৰ'বা বুঢ়া হ'লোনে ডেকা হৈ আছোঁ চাওঁ বুলি শৰীৰৰ সৰ্বশক্তিৰে উলুপীক যেতিয়া সাবটি ধৰে উলুপীৰ সঁচাকৈয়ে উশাহ বন্ধ হৈ যোৱাৰ উপক্ৰম হয়।

— এৰি দিয়া এৰি দিয়া, নাই ভাই তুমি ডেকা হৈ আছা নেকি। মানি লৈছো তুমি ডেকা হৈ আছা। এৰি দিয়ানা ডেকা ল'ৰা—।

— নেৰো।—ডেকানে বুঢ়া কামেৰে প্ৰমাণ কৰি দিম বুলি ক'লেই উলুপীৰ সঁচাকৈয়েই ভয় লাগে। মাম্পুৱে দেখিব।

এই মুহূৰ্তবোৰ উলুপীৰ হৃদয়ৰ মূলধন। বাট চাই থাকে বিয়লি চাৰিবজাৰ পৰা। পুলকিত হৈ থাকে। যিহেতু এইকণ সময়ত মাম্পু স্কুলৰ ফিল্ডত খেলি থাকে, গতিকে উলুপীয়ে মনে মনে এইকণ সময়তেই অনুৰৱক অফিচৰ পৰা অহাটো বিচাৰে। গাড়ী ৰখাৰ শব্দ হ'লেই মূৰ দাঙি চায়। উলুপীৰ যিমান দুখ ভাগৰ থাকক, যিমান যন্ত্ৰণা থাকক হাঁহিমুখীয়া অনুৰৱক দেখা পালেই যেন নিমিষতে সকলো শেষ হৈ যায় গৰম চাহপানীত পেলাই দিয়া চেনি দুচামুচৰ দৰে। সেইটো ক'লে উলুপীৰ ওপৰত অসহ্য মৰমৰ অত্যাচাৰ চলে বুলিহে নকয়, সেই চৌৱিশ বছৰীয়া অনুৰৱটোকে উলুপীয়ে এই পঞ্চাশ বছৰতো দেখিয়েই আছে। আৰু চৌৱিশ বছৰীয়া অনুৰৱটোৰ ওচৰত উলুপীও তাহানিৰ উনৈশ বছৰীয়া হৈয়েই আছে, বি-এ পৰীক্ষা দি ঘৰত বহি থকা উনৈশ বছৰীয়া উলুপী।

কিন্তু এতিয়া আবেলি উলুপীৰ বুকুখন ভয়ত কোঁচমোচ খায়।

।। দুই ।।

উলুপীয়ে উল গুঠি আছে আৰু বাৰে বাৰে শলাৰ ঘৰবোৰ খোল খাইছে। বেৰৰ ঘড়ীটোলে চালে—পাঁচ বাজিল। পাঁচ বজাত আহিবনে অনুৰৱ? এখন এখনকৈ ঘৰৰ আগেদি অনুৰৱ আহিব পৰা গাড়ীবোৰ পাৰ হৈ গৈ আছে।

গাড়ীবোৰ ৰখোৱা যেন লাগিলেই উলুপীৰ বুকুৰ ভিতৰত চকীৰ কুচনত কুচি মুচি শোৱা মেকুৰী পোৱালী এটাৰ দৰে কিবা ভয় এটাই কুচি মুচি শুবলৈ জেগা বিচাৰে যেন। গাড়ীখন পাৰ হৈ গ'লেই যেন সকাহ পায়। দহমাহৰ আগৰ সেই ৰংমন অনুৰবটো ক'ত হেৰাল? বোলে অপহৰণ কৰিলে সেইটো অনুৰবক। এঘাৰ বছৰীয়া মাম্পুৰ চকুতো পৰিছে, ধৰা পৰিছে। ভয়ে ভযে সি উলুপীক প্ৰায়েই সোধে—'মা-পিতিৰ আজিকালি কি হৈছে?

— কি হৈছে? ঠিকেই আছে। পুতেকৰ পঢ়াত মন নাই বাবে মন মাৰি থাকে।

— নহয় মানে উলুপীয়ে জানে সি কি ক'ব খুজিছে। এঘাৰ বছৰ হ'ল যদিও বাপেকে তাক কেঁচুৱাৰ দৰে ব্যৱহাৰ কৰে। তাৰ মাত ফুটো নুফোটোতে বাপেকে তাৰ লগত যেনেকৈ কথা পাতিছিল এতিয়াও তেনেদৰেই কথা পাতে। সৰুতে ভাতক মাম্পুৱে 'তাতু' কৈছিল এতিযাও অনুৰবে তাক ভাত খাবলৈ মাতিলে 'তাতু' খাবলৈ আহক বুলিয়েই কয়। টোপনিক মাম্পুৱে টাপু কৈছিল। এতিয়াও অনুৰবে তাক টাপু নকৰানেকি বুলিহে কয়। একছৰীয়া মাম্পুৰ লগত ধেমালি কৰাদিহে অনুৰৱে এতিয়াও তাৰ লগত ধেমালি কৰে। কিন্তু সিও লক্ষ্য কৰিছে যে তাৰ পিতিয়ে তাৰ লগত আজিকালি ডাঙৰ মানুহৰ লগত খুব প্ৰয়োজনীয় কথা পতাদিহে দুই-চাৰিটা কথা পাতে। তাক এতিয়া অনুৰবে বোকোচাত তুলি নুফুৰে কিন্তু দহমাহমান আগলৈকে মাম্পুক যেনেদৰে কেঁচুৱা ল'ৰাৰ দৰে ব্যৱহাৰ কৰে, কেতিয়াবা সঁচা সঁচা খঙতেই উলুপীয়ে চিঞৰি উঠে,— ল'ৰাটোক কেঁচুৱা কৰি ৰাখিছা। সি যে কিমান বেয়া হৈ গৈছে সেইটো খবৰ আছেনে? পঢ়াৰ সময়ত যে অনবৰতেই বাহিৰা কিতাপ পঢ়ি থাকে কেতিয়াবা চাইছানে। মইতো একো ক'বই নোৱাৰো— কাৰণ তেওঁৰ ৰক্ষক পিতি আছে। পিতিৰ কাৰণে তেওঁ দুবছৰীয়াহে হৈ আছে।"

এতিয়া সেইটো মাম্পুৱেই অনুৰবৰ ওচৰত মুখলৈ চাই বহি থাকিলেও তাৰ লগত হাঁহি তামচা কৰাটো দূৰৰ কথা মাত এবাৰকে নিদিয়ে।

—"মা পিতি অহা নাই নেকি?" দৌৰি আহি মাম্পুৱে মাকক অকলে বহি থকা দেখি সুধিলে।

— দেখিছাই দেখোন বাপেৰ আহিলনে নাই—।

— আও আজিকালি মাইঁতক একোকেই সুধিব নোৱাৰি বুলি সি বাথৰুমত সোমাল।

সন্ধ্যা লাগি ভাগিল। মাম্পু পঢা কোঠাত সোমাল। আগতে পঢা কোঠাত সোমাই মাকক চিঞঁৰি থাকে। কি পঢিব পেঘেনিয়াই থাকে। মাকেও ঘনে ঘনে তাৰ ওচৰলৈ গৈ দিহা দি থাকে বা তাক ডাইনিং টেবুললৈ কিতাপপত্ৰ লৈ আহিবলৈ কয়, অন্ততঃ গেছৰ টেবুলখনৰ ওচৰৰ পৰা তাৰ পঢাৰ ওপৰত চকু ৰাখিব পাৰিব। এতিয়া উলুপীয়ে সেইটো কাম বৰকৈ নকৰে আৰু মাম্পুৱেও পেঘেনিয়াই নাথাকে। নীৰৱে হ'ম-ৱৰ্ক কৰে আৰু নিজৰ মাতেৰে পঢি যায়। মাজতে পূজাৰ বন্ধত ৰিব্‌ৰিব্ আহিছিল। আগতে এবৈশ-বাইছ বছৰীয়া জীয়েকৰ লগত অনুৰৱে বান্ধৱীৰ দৰে কথা পাতিছিল। অন্তৰঙ্গভাৱে দুয়োটাই কথা পাতি থাকিলে বাপেক-জীয়েইকেনে নাই সহপাঠী বন্ধু-বান্ধৱীহে অপৰিচিত মানুহে ধৰিবই নোৱাৰিছিল। তাইৰ লগ হৈ অনুৰৱে প্ৰায়েই উলুপীক জোকাই খং তুলিছিল। কেতিয়াবা উলুপী ওচৰত নাথাকিলে অনুৰৱে নিজৰ প্ৰেম কাহিনী জীযেকক কয়— কেনেকৈ ৰেডিঅ'ত নাটক শুনি শুনি নেদেখাকৈয়েই উলুপী অনুৰৱৰ প্ৰেমত পৰি আছিল, কেনেকৈ নাটক প্ৰতিযোগিতাখনলৈ বিচাৰক হৈ যাওঁতে উলুপীয়ে চিনাকী হৈছিল তাৰ পাছত কি হৈছিল এইবোৰ কথা বাৰাণ্ডাত বহি তেওঁ জীয়েকক কৈ থাকে। ৰিব্‌ৰিবেও বাপেকক বন্ধুৰ দৰে পেঘেনিযাই বাপেক-মাকৰ প্ৰেমৰ কাহিনী উলিয়াই থাকে, তেনেকুৱাতে যদি উলুপী অহাৰ উমান পায় দুয়োটাই কোনোবা কিতাপৰ কথালৈ সুৰ সলাই নিযে। উলুপীযে কে'বাদিনো খণ্ডত দাবীও দিছে। দাবী দিলে বাপেক-জীযেক তাপ মাৰে। ৰাতি কেতিযাবা উলুপীয়ে অনুৰৱক কয়— 'তুমি সেই ছোৱালীৰ লগত কি কথাবোৰ পাতিছা' তাই যে তোমাৰ নিজৰ জীয়েৰা পাহৰি যোৱা নহয়। তাই সৰু ছোৱালী হৈ থকা নাই নহয়।

— এস এটা বয়সত সকলো সমান। তাই লোকৰ মুখত ৰহণ লগা কথা গম পোৱাতকৈ আমাৰ মুখৰ পৰাই শুনক।

—হ'লেও নিজৰ ছোৱালীৰ লগত বাপেকে প্ৰেমৰ কথা পতাটো মানি ল'ব পৰাকৈ মই কিন্তু আধুনিকা বা তোমালোকৰ ভাষাত প্ৰগতিশীল হ'ব পৰা নাই। লাজ নালাগেনে তোমাৰ।

কিন্তু বাপেকৰ ঘনিষ্ঠা বান্ধৱী জীয়েক ৰিব্‌ৰিবো এইবাৰ দহদিন থকাকে আহি চাৰিদিনৰ পাছত গুচি গ'ল। তাই বাপেকৰ পৰাও একো কথা উলিয়াব নোৱাৰিলে, মাকৰ পৰাও। বাপেকে বহুত পৰৰ মূৰত কথা একো হোৱা নাই, তুমিনো কি দেখিছা বুলি ওচৰৰ পৰা নিকত্তাপ উত্তৰ দি পঠাই দিযে। মাকে বহুত

পৰৰ মূৰত পিতিক সোধ বুলি কয়। ৰিব্‌ৰিব্‌ৰ খং উঠে। তাইৰ চিন্তা লাগে। তাইতকৈ দহ বছৰৰ সৰু ভায়েকৰ লগতো সি বুজিব পৰা ধৰণেৰে কথা পাতে। তাইৰ বৰ দুখ লাগে। কাৰণ তাইৰ লগৰ ল'ৰা-ছোৱালীৰ আগত বাপেক-মাকৰ লগত তাইৰ বন্ধুত্বৰ কথা কৈ ঈৰ্ষা জগায। বাপেকে নিজৰ প্ৰেমৰ কথা কোৱা বুলি ক'লে লগৰ কোনো ছোৱালীয়েই বিশ্বাস নকৰে। বাপেক-মাকৰ এতিয়াও বিযাৰ তেইশ-চৌব্বিশ বছৰৰ মিলৰ কথা লগৰ ছোৱালীক কয়। ছোৱালীবোৰে কেতিয়াবা ৰিব্‌ৰিব্‌ক নিজৰ বাপেক-মাকৰ কথা কয়, দুখ কৰে। কিমান যে অসুখী সেইবোৰ বাপেক-মাক। ৰিব্‌ৰিবে্‌ ভাবিব নোৱাৰে। কাৰণ তাই এতিয়াও দেখি আহিছে যে বাপেকে যি কোনো মুহূৰ্তত মাকক জোকাই থাকে। কেতিয়াবা ল'ৰা-ছোৱালীহালৰ উপস্থিতিকো গণ্য নকৰি বাপেকে বহি থকা মাকৰ মূৰত থুঁতৰিৰে হেঁচা মাৰি ধৰি মৰমেৰে জোকাই থাকে। কিন্তু সেইহাল মাক-বাপেকৰ মাজত হঠাতে কি এনে হ'ল যে মাতবোল পৰ্যন্ত নাই। তাৰ প্ৰতিক্ৰিয়া ল'ৰা-ছোৱালীহালৰ ওপৰতো নপৰাকৈ থকা নাই, ৰিব্‌ৰিব্‌ আৰু মাম্পু সন্ত্ৰস্ত হৈ পৰিল যেন শুই থাকোতে ঠাণ্ডা কালি হঠাতে দিয়া বৰষুণ জাকৰ পানীহে গাত পৰিল উৰুখা চালেদি। চালখন উৰুখিবলৈ পালে কেনেকৈ! জনা-বুজা হোৱাৰে পৰা ৰিব্‌ৰিবে আজিৰ তাৰিখলৈকে বাপেক-মাকৰ চৰিত্ৰ আৰু প্ৰেমৰ কথা মনতে জুকিযাই চালে। বাপেক বেছি ৰঙিযাল আৰু প্ৰায প্ৰতিটো কথাতে তামচা কৰি থকাৰ বাহিৰে চৰিত্ৰটো একো খুঁত বিচাৰি নাপালে। বাপেকৰ তুলনাত মাকজনী বেছ গম্ভীৰ যদিও ৰসিক। সুস্থ ৰসজ্ঞান আছে। সেয়া দুয়োৰে নিজা সম্পদ। ৰিব্‌ৰিবে একোকে ভাবি নাপালে। তাই মাম্পুক মাক-বাপেকৰ ব্যৱহাৰ-পাতিৰ কথা বৰ কৌশলেৰে সি ধৰিব নোৱাৰাকৈ সুধি চালে। তাতো একো কথা স্পষ্ট নহ'ল। অৱশেষত তাই হঠাতেই হোষ্টেললৈ গুচি গ'ল। বাপেকে গাড়ীৰে তাইক বাছ ষ্টেছনত থৈ আহিল। বাপেকেও একো নকলে তায়ো একো নক'লে।

আহিল। আঠমান বজাত অনুৰৱ আহিল। ডাইনিং টেবুলত মাম্পুক পঢ়ুৱাই থকা উলুপীলৈ তেওঁ নাচাই কোঠাত সোমাল। হঠাতে অনুৰৱ সোমাই আহোতে এনে সুন্দৰ গোন্ধ এটাই কোঠাটো আমোল-মোলাই পেলালে যে উলুপীয়ে কোনোবা আহিছে বুলি বাহিৰলৈ চালে। নাই কোনো নাই। কাপোৰ-কানি সলাই অনুৰৱ বাথৰুমত সোমাওঁতেই উলুপীয়ে উঠি গৈ খুলি থোৱা ছাৰ্টটো শুঙি চালে। সুন্দৰ এক দামী চেণ্টৰ গোন্ধ। উলুপীৰ মনটোৰ ভিতৰত যেন অনুৰৱৰ চোলাৰ এই চেণ্টৰ গোন্ধটোৱে গেলা নৰ্দমাৰ গোন্ধ এটাহে বিয়পাই দিলে।

তেওঁ নাকত শাৰীৰ আগটোৰে সোপা দিলে।

উলুপীৰ মাজত কি নোপোৱা হ'ল এই মানুহটোৱে যে লাহে লাহে আঁতৰি গুচি যাবলৈ ধৰিছে। আজি কিছুদিন ধৰি নিজকে নিজেই প্ৰশ্ন কৰিও উলুপীয়ে কোনো উত্তৰ পোৱা নাই। সৌ-সিদিনালৈকেতো অনুৰৱে মুকলিকৈয়ে কৈ আছিল যে তোমাক এই পঞ্চলিশ বছৰ বয়সতো মই তাহানিৰ কুৰি বছৰীয়া উলুপীজনীকে পাই আছো। কৈ আছিল। বয়সে কিছু মঙহবোৰ শিথিল কৰাৰ বাহিৰে উলুপীৰ হৃদয়খনটো পাতল কৰিব পৰা নাই। মানসিকভাৱে ডেকা হৈ থকা অনুৰৱৰ কাৰণেই তেওঁ নিজৰ সকলো ইচ্ছা, আকাঙক্ষা, বাসনা, কামনাক এতিয়াও সেই চৌব্বিশ বছৰীয়া প্ৰথম ৰাতিৰ গাভৰু উলুপীজনীয়েই কৰি ৰাখি থৈছে। অনুৰৱৰ কাৰণেই বয়স বঢ়োৱা উপায় নাছিল উলুপীৰ। বয়স যেন খাপ পাতিহে দুৱাৰ চুকত সুবিধা বিচাৰি লুকাই আছিল ঠিক তেনে লাগিল। উলুপীৰ কাৰণ এতিয়া বাধ্য হৈয়ো উলুপীয়ে নিজক গাভৰু বুলি ভাবিব নোৱাৰা হ'ল। মৰা মাখি এটাক ওপৰত পৰুৱাই আগুৰি ধৰি টনা-আঁজোৰা কৰাৰ দৰে উলুপীক বয়সে আঁচুৰি-বাকুহি টনা-আঁজোৰা কৰিবলৈ ধৰিলে। এতিয়া এজনী সত্তৰ বছৰীয়া বুঢ়ীমানুহৰ দৰে উলুপীৰ কোনো কামনা-বাসনা নোহোৱা হ'ল। উলুপীৰ দেহ-মনত এতিয়া কোনো কথাই পুলক নজগায়। যিবোৰ কথা ভাবিলে সৌ-সিদিনালৈকে উলুপী শিহৰিত হৈছিল সেইবোৰ কথা মনত পৰিলে উলুপী এতিয়া শিযৰি উঠে। নোম দাং খাই উঠে ভয়ত।

।। তিনি ।।

কোনো কথাতে উলুপীৰ মন নবহা হ'ল। স্বাভাৱিকতেই গহীন গম্ভীৰ ব্যক্তিত্বৰ মানুহজনীৰ এই পৰিৱৰ্তন কলেজৰ কমনৰুমৰ সহকৰ্মীসকলেও ধৰিব পাৰিলে। কিন্তু কোনেও উলুপীক সাহ কৰি একোকে সুধিব পৰা নাই। উলুপীৰ অলপ বেছি ওচৰ চাপিব পৰা নাজমাই এদিন সুধিলে, 'বেয়া নাপাব কথা এটা সোধো—আজিকালি তোমাক যেন অলপ বেছি আনমনা লগা হৈছে। কিবা কথাত যেন তুমি বেছি উদাসীন হৈ পৰিছা। কথাটো কি? অৱশ্যে এইটো মোৰ অমূলক ধাৰণাও হ'ব পাৰে তথাচ সুধিলো। কথাটো কি? —নাজমাৰ কথাত উলুপীয়ে একোকে নক'লেতো নক'লেই সাধাৰণতে এনে সময়ত মৰা শেঁতা হাঁহি এটাও নামাৰিলে। নাজমা অলপ আচৰিত হ'ল। তেওঁ সাহ কৰি আক

অলপ আগুৱাই গৈ সুধিলে— অনুৰৰ চাকৰি-তাকৰিৰ কিবা অসুবিধা হৈছে নেকি? ক'ৰবালৈ যে ট্ৰেন্সফাৰ হোৱাৰ কথা শুনি আছিল ।

— নাই।

— তেনেহ'লে?

— নাই একো হোৱা নাই। মানুহৰ জীৱনত কিছুমান বয়স-সন্ধি আছে। এতিয়া মোৰ বয়সত তেনেকুৱাও হোৱাটো স্বাভাৱিক। — সেইটোনো এটা জনা-বুজা শিক্ষিতা নাৰীৰ কাৰণে কথা হয়নে' মেন'প'জ অকল তোমাৰেই হৈছে নে বা হ'বনে? ধেৎ কি যে কথাবোৰত তুমি মন মাৰিছা।

নাজমাক ফাকি দি উলুপীৰ বেয়া লাগিল। যিটো কথাৰ তাইক ইঙ্গিত দিলে সেইটো কথা আজি তিনি বছৰৰ আগতেইশেষ হ'ল। উলুপীয়ে ফাঁকি দি বেযা পায় যদিও নিজক উদঙাই দিও বেয়া পায়। সেযেহে কৰোবাক সন্দেহ কৰাৰ থল নিদিবৰ কাৰণেই উলুপীয়ে এনে ছলনাৰ সহায় ল'লে।

ক্লাছ সোনকালে শেষ হ'লত উলুপী ঘৰলৈ আহিল। এই ভৰ দুপৰীয়া অনুৰবো নাই, মাম্পুও নাই। কাম কৰা মানুহজনীয়ে কাপোৰ-কানি ধোৱা কাম কৰি আছে। উলুপী নিঃশব্দে ভিতৰ সোমাল। কাৰণ জুনুৱে যেতিয়া গম পাব যে বাইদেউ আহিল কাপোৰ আধা ধোৱাকৈ এৰি কথা পাতিবলৈ ধৰিব। কথানো কি তাইৰ ঘৰৰ কথা। ল'ৰা-ছোৱালীহালৰ কথা। গিৰিয়েকে কেনেকৈ ৰাতি দিগদাৰ দি থাকে মুখ টিপি হাঁহি আধা তিতা চাদৰৰ আগটো কামোৰ মাৰি ধৰি কওঁ নকওঁকৈ কৈ থাকিব। নিজেই ক'ব, নিজেই হাঁহিব। নিজেই আকৌ ক'ব--কিনো লাজলগা কথাবোৰ বাইদেউৰ আগত ক'বলগীয়া হৈছে। উলুপীয়ে বিছনাখনত বহি খিৰিকীৰে টিউবৱেলৰ পাৰত কাপোৰ ধুই থকা জুনুলৈ পিঠিফালৰ পৰা চালে। উপযুক্ত পুষ্টিকৰ খাদ্যৰ অভাৱত দুকুৰি বছৰতে মানুহজনী বুঢ়ী হৈ গ'ল। তাঁতৰ বাঁচখনৰ দৰে মানুহজনী চেপেটা লাগিল। অথচ তাইৰ মুখত গান নুগুচে। ঠিক এইটো মুহূৰ্তত উলুপীৰ জুনুকালৈ ঈৰ্ষা হ'ল। সঁচাকৈ তাই বৰ সুখী। এসময়ত উলুপীক তাহানি লগত পঢ়া কোনোবা ছোৱালীয়ে ঘনিষ্ঠভাৱে লগ পালে ঈৰ্ষা হৈছে বুলি কয়। ইমান সুন্দৰ বঢ়িয়াল মানুহ পাইছ তই বুলি মুখৰ আগতেই ক'ব পাৰে। উলুপীয়ে তেতিয়া বুজা নাছিল নিজে নিৰ্বাচন কৰি বিয়া-বাক হোৱা সংসাৰতনো দুখ কেনেকৈ সোমাব পাৰে বুলি। কোনোবাই ক'লেও অমূলক সন্দেহ বা মানসিক ৰোগ বুলিহে ভাবিছিল। আজি উলুপীৰ জুনুলৈ ঈৰ্ষা হ'ল। লোকৰ ঘৰত কাম-বন কৰি এসাঁজ খাই এসাঁজ নাখাই সংসাৰ চলাইছে,

গিৰিয়েকে পালে ক'ৰবাত হাজিৰা কৰে নাপালে নাই, খাদ্যাভাৱত ল'ৰা-ছোৱালী চাৰিটাৰ মুখৰ শ্ৰীচেহেৰা শুকান শিলিখাৰ দৰে তথাচ তাই কিমান সুখী। তাইৰ মুখৰ পৰা গান নুগুচে। চাউলৰ অভাৱত ভাত লঘোণ হোৱা কথাটোও জুনুৱে হাঁহি হাঁহি ক'ব পাৰে। গিৰিয়েকে অকলে পালে তাইক পুৰণা কথা কৈ কেনেকৈ জোকায়,- ক'ব পাৰে লাজ লাজ হাঁহিৰে। হাজিৰা কৰি আহোতে অন্য একোকে আনিব নোৱাৰিলেও তাইলৈ পাণ এখন লৈ আহে সেয়াও কয়। পুষ্টিহীনতাৰ বাবেই অকালতে মেন'প'জ হ'ল আৰু সেয়া যে ঈশ্বৰেহে কৃপা কৰিছে সেয়াও অকপটে ক'ব পাৰে। নহ'লে বোলে তাইলৈ মানুহটোৰ যিহে আকাল খাবলৈ পিন্ধিবলৈ নথকা ঘৰখনলৈ বছৰে বছৰে ল'ৰা-ছোৱালী আহি তেনেই থেবৌ গেথৌ হ'লহেঁতেন বোলে। এই সকলোবোৰ কথা তাই অকপটে নিজমুখে ক'ব পাৰে। উলুপীৰ জুনুলৈ ঈৰ্ষা হ'ল। এনে লাগিল যেন মৰুভূমিৰ মাজত থাকিও জুনুৱে হেঁপাহ পলুৱাই পানী খাইছে আৰু সাগৰৰ মাজত থাকিও উলুপী তৃষ্ণাত মৰিব খুজিছে। টেণ্টেলাচ উলুপী আজি।

উলুপীয়ে জুনুৰ পৰা চকু আঁতৰাই আনিলে। টি ভিৰ টেবুলৰ ওপৰত ৰিব্‌ৰিবে্ সজাই থোৱা বিয়াৰ পাছতে তোলা যুগ্ম ফটোখনলৈ চালে। অনুৰৰৰ নোমাল বুকুখন লোকক দেখুৱাব পৰাৰ গৌৰৱ এটা আছে বাবে ফটো তোলোতে সাৱধানেৰে অসাৱধান হৈ চোলাৰ বুটামটো খুলি থয়। নোমাল বুকুখনৰ আভাস ফটোখনত জিলিকি আছে। হাঁহো হাঁহো কৰি থকা ডাঙৰ চকুহালৰ ওচৰত উলুপীৰ নিজৰ ছবিখন নিঃকিন চেহেৰাৰ যেন লাগিল অথচ অনুৰৱে আগতে কেতিয়াবা সেইখন ফটোলৈ চাই কৈছিল—তুমি ইমান ধুনীয়া যে আগতে জনা হ'লে তোমাক লগত লৈ মই ফটোৱেই নুতুলিলোহেঁতেন। অনুৰৱৰ কথাত কপটালি নাই। মানুহটো যেনেদৰে হৃদয়বান তেনেদৰে সৰলো। সৰলভাৱেই কয় কথাবোৰ। ইমান সুন্দৰ মনৰ সুন্দৰ মানুহটোৰ হৃদয়ত, মনত এতিয়া কি পোক সোমাল? সঁচাই অনুৰৱে যেনেকৈ তাইতকৈ কাকো পৃথিৱীত ধুনীয়া নেদেখে উলুপীয়ে কোনো পুৰুষকেই আজিলৈকে অনুৰৱতকৈ সুন্দৰ আৰু ব্যক্তিত্বসম্পন্ন দেখা নাই। সৰলমনৰ অনুৰৱে চিঞৰি চিঞৰি কয়; কিন্তু উলুপীয়ে নকয়—ভাৱেহে।

কলিং বেলৰ মাতত উলুপীয়ে সাৰ পোৱাদি পালে। শাৰীৰ আঁচলেৰে ডিঙিলৈকে ঢাকি উলুপী ওলাই গ'ল। জুৰিক দেখি উলুপী উচপ্ খাই উঠাদি উঠিল। অসময়ত জুৰি। জুৰি উলুপীৰ পাছৰ কালৰ বান্ধৱী। উলুপীয়ে জুৰিৰ

কিছুমান কথা ভাল নাপায় যদিও, তাই কিন্তু উলুপীকে অতি বিশ্বাসী বান্ধবী বুলি ভাবে মনৰ কথা কয়।

— ক'ৰ পৰা আহিলা?

— তোমাক কলেজতো বিচাৰিছিলো—ঘৰলৈ আহিলা বুলি ক'লে।

— ভালনে?

— ভাল। হুমুনিয়াহ এটা এৰি জুৰিয়ে ক'লে। ঘৰততো জুনুৰ বাহিৰে কোনো নাই।

— নাই কোনা নাই।

— এই সময়ত আৰু এইখন ঘৰৰ ময়েই ৰাণী বুলি আধা তিতা কাপোৰেৰে পৰ্দাখনৰ সিপাৰৰ পৰা জুনুৱে ক'লে। জুনুৱে কলিং বেলৰ শব্দ শুনিহে ওলাই আহিছিল কাৰণ তাই বাইদেউ অহাৰ কথা নাজানে। হাঁহি এটা মাৰি তাই আকৌ কাপোৰ ধুবলৈ গ'ল।

অস্বাভাবিকভাবে জুৰিয়ে উলুপীলৈ চাই আছে। উলুপী অলপ অস্বস্তিত পৰিল। মানুহজনীক অসহায়া যেন দেখা গৈছে। বহুত সংগ্ৰাম কৰি কেইমাহমানহে হৈছে তাই চাকৰি পোৱা। বয়স যাওঁ যাওঁ নহয়, বয়স গ'লেই কিন্তু বিনা বেতনেৰে ভালে কেইবছৰ ধৰি স্কুলখনত কাম কৰি থকাৰ বাবেহে শেষত চাকৰিটো পালেগৈ। ' .কো বয়সে জয় কৰিব পৰা নাই। মদাহী-জুৱাৰী গিৰিয়েকৰ পত্নী হৈয়ো অভাৱী সংসাৰত জুৰি ধুনীয়া হৈ আছে। মাষ্টৰণীৰ চাকৰি পোৱাত বহুতে বহুত ৰহস্যৰ - থা কয়। নতুনকৈ অহা নাৰীখাদক স্কুল পৰিদৰ্শক নৰনাথ শৰ্মাৰ লগত জুৰিক বহুতে সন্দেহ কৰে। মুখৰোচক গল্প কয়। উলুপীয়ে কাণো নিদিয়ে বা বিশ্বাস কৰা উচিতনে অনুচিত তাকো ভাবি চোৱা নাই।

•

— মই আচলতে তোমাক মনৰ কথা কিছুমান কৈ অলপ দুখ পাতলাবলৈহে আহিছো। তুমিতো মানুহৰ স্বভাৱ জানাই যে লোকৰ দুখৰ কথা শুনি সাধাৰণতে মানুহে বিশেষকৈ মাইকী মানুহে বাহিৰত দেখুৱাই দুখ প্ৰকাশ কৰিলেও ভিতৰি আনন্দ পায়। কিন্তু মোৰ কথাখিনি কাৰোবাক নক'লেও মই বৰ যন্ত্ৰণা পাইছো। তোমাৰ বাহিৰে মই অন্য কাকোৱেই ক'ব নোৱাৰো। তুমি মোক এটা উপায় দিব লাগিব। মই যি কথা ক'ব খুজিছো তুমি বুজি নাপাবা। কাৰণ তোমাৰ উপলব্ধি নহ'ব। মোৰ ঈৰ্ষা নহয় কিন্তু সঁচাই কৈছো তোমাৰ সংসাৰখন দেখি মোৰ ভাল লাগে। বৰ ভাল লাগে। সুন্দৰ বুজা মনৰ এটা মানুহ

পাইছা, দুটা চোকা ল'ৰা-ছোৱালী পাইছা দুয়োটাৰে ভাল চাকৰি আছে; মানুহটোৱে তোমাক ভাল পায়—আঃ কি সুখৰ সংসাৰ। মোৰ ভাল লাগে। সঁচাই উলুপী মোৰ ভাল লাগে।

কথাষাৰ শুনি উলুপীৰ যেন বুকুত মাদল বাজিবলৈ ধৰিলে—ঢম ঢমা ঢম্। যেন কোনোবাই বুকুখনত বৰ-ডবাহে বজাইছে। কাণ দুখন তাল মাৰি যোৱাৰ নিচিনা লাগিলে। এই জুৰিয়ে উপহাস কৰিবলৈ আহিছে নেকি?

নাই। জুৰিয়ে অনর্গল কথাবোৰ কৈ গ'ল। মাজে মাজে তাই চাদৰৰ আগেৰে চকু দুটা মোহাৰি লয়। উলুপীৰ কোনো উত্তৰলৈ বাট নাচাই চোকা ছাত্রীয়ে শিক্ষকৰ আগত পাঠ মুখস্থ মতাৰ দৰে জুৰিযে মনৰ কথাবোৰ কৈ গ'ল। উলুপীয়ে নীৰৱে মাথো শুনি গ'ল।

এঘণ্টামানৰ পাছত জুৰি উঠিল। তাই একাপ চাহো নাখালে। দুসাঁজ ভাতো খোৱা নাই।

## ।। চাৰি ।।

উলুপীৰ টোপনি নাই। য'তে বহে ত'তে টোপনি যাব বুলি এসময়ত উলুপীক অনুৰৱে ঠাট্টা কৰিছিল। ৰগৰ কৰি কৈছিল বোলে ফুলশয্যাৰ নিশা তেওঁ বাথৰুমৰ পৰা আহি নাপাওঁতেই কন্যাৰ দোৰ্ঘোৰ টোপনি। নাক বাজিলেই। সেই উলুপীৰে আজিকালি টোপনি নাই। ডাঙৰ হৈছে বুলি মাম্পুও আজিকালি বাপেক-মাকৰ লগত নোশোৱে। আজি কিছুদিন ধৰি অনুৰৱেও অকলেই শোৱে। মাম্পু যদিও অকলে শোৱে তথাচ মাকে নিজৰ শুবৰ সময়ত তাৰ গাৰ কাপোৰ কানি ঠিক-ঠাক কৰি টোপনিতে কপালত চুমা এটা খাই আহিহে শোৱেহি।

উলুপী বিছনাৰ পৰা উঠিল। মাম্পুৰ বিছনাৰ ওচৰত থৈ ডিম-লাইটৰ পোহৰত চালে যেন এটা সৰু অনুৰৱহে টোপনিত লালকাল দি আছে। কেইমিনিটমান থৰ হৈ চালে। লাহে লাহে উলুপী আহি অনুৰৱৰ বিছনাৰ ওচৰত ৰ'লহি। কাপোৰখন খহি আছে। অভ্যাসবশতঃ আঁঠুৰাৰ তললৈ হাতখন সুমাই উদং নোমাল বুকুখন চুই চালে। অতি সাৱধানে কাপোৰখন ডিঙিলৈকে দি উলুপী ওলাই আহিল। এইটো অনুৰৱেই আগতে কোৱা নাছিলনে যে তোমাৰ লগত শুবলৈ নাপালে মোৰ টোপনি নাহে বুলি। অনুৰৱো কপটীয়া হ'ব পাৰেনে?

বিছনাত পৰাৰ লগে লগেই উলুপীৰ জুৰিলৈ মনত পৰিল। গিৰিয়েকে আগতে ঠিকা কৰিছিল আৰু এতিয়া মদ আৰু জুৱাত মজি থাকে। নিজৰ ল'ৰা-ছোৱালী দুটাৰ কথাও নাভাবে। ঠিকেই কৈছে— পৃথিৱীত আজিলৈকে মানুহে মদ খাইছে মদে তাতোতকৈ বহুত বেছি মানুহ খাইছে। জুৰিয়ে প্ৰেমত পৰি বিয়া কৰাইছে। প্ৰেমত পৰি বিয়া কৰোৱা— এই কথাটোৱে উলুপীক এতিয়া বৰ কষ্ট দিয়ে। বৰ অবিশ্বাসী বা বিশ্বাসঘাতকী কাম এইটো। ঘৰৰ অমতত উলুপীয়ে অনুৰৱক বিয়া কৰাইছিল কৰ্টত। অকণো অনুশোচনা নাছিল। অকণো দুখ নাছিল। কিন্তু আজি কিছুদিন ধৰি যেন এই কথাটোৱে উলুপীক ঠাট্টা কৰিছে। যেন অনুশোচনাত দগ্ধ। অনুশোচনাই বাহ বান্ধে বুলি উলুপীয়ে নিজেই বৰ কষ্টেৰে ভাবটো আঁতৰাই ৰাখে।

জুৰিক এটা চাকৰি লাগে। নিজৰ কাৰণে নহয়, মদাহী জুৱাৰী স্বামীৰ কাৰণেও নহয় কেৱল ল'ৰা-ছোৱালীহালৰ বাবে। এসময়ত জুৰিৰ প্ৰেমিক আৰু বৰ্তমানৰ স্বামী ৰিপুণ পূজাৰীয়ে কবিতা লিখিছিল। বিপ্লৱী কবিতা লিখিছিল যাৰ বাবে জুৰিৰ আজি এই অৱস্থা হ'ল। আজিকালি ৰিপুণে কবিতা নেলেখে, কিতাপ নপঢ়ে, পঢ়ে তাচপাতৰ নম্বৰহে। চল্লিশ হেজাৰ টকা হ'লেহে চাকৰিটো হ'ব। যি সময়ত জুৰিক চল্লিশ হেজাৰ টকাৰ কথা কোৱা হ'ল সেই সময়ত তাইৰ হাতত চাৰিটা টকাও নাই। দৰ্মহা নোপোৱা মাষ্টৰণীৰ চাকৰিটোৰ লগতে তিনি চাৰিটা টিউছন কৰিহে চলিছিল। স্কুললৈ যোৱা সাজ মাত্ৰ দুযোৰ। উপায় নাপাই জুৰি ইন্সপেক্টৰৰ ওচৰলৈ গ'ল। কি সাংঘাতিক মানুহ সেইটো যেন চকুৰেই জুৰিৰ গাৰ সকলো কাপোৰ কানি বখলিযাইহে মানুহজনীক নাঙঠ কৰি চাইছে মানুহটোৱে। জুৰিয়ে অৱশ্যে তাৰ বিষয়ে বহুত কথা শুনিছিল বাবে তাৰ ওচৰলৈ যাবলৈ মন কৰা নাছিল। সি বোলে নিজৰ ভাগিনীয়েকৰ লগতো যৌন সম্পৰ্ক স্থাপন কৰি এবৰছন কৰাইছে। চাকৰিয়াল ঘৈণীয়েক আছেই ইপিনে। জুৰিৰ অসহ্য লাগিল যদিও কেৱল চাকৰিটোৰ বাবেই সেই কাপোৰ বখলিয়াব পৰা চকু দুটাৰ সমুখত বহি থাকিল। ল'ৰাটো লগত লৈ নোযোৱা হ'লে কিজানি মানুহটো তাইৰ ওপৰত জঁপিযাই পৰিলহেঁতেন।

ৰিপুণো যাবলৈ ধৰিলে ইন্সপেক্টৰৰ ওচৰলৈ আৰু প্ৰায়েই ৰিপুণে তাক মাতি আনি ঘৰত সুমাই থৈ জুৱা খেলিবলৈ ওলাই যোৱা হ'ল। এটা মতা মানুহ ইমান অকৰা হ'ব পাৰেনে? গাভৰু ছোৱালী আৰু চৰিত্ৰৰ দুৰ্বলতা থকা তিৰোতা থকা মানুহৰ ঘৰে ঘৰে ভাত খাই ফুৰা ইন্সপেক্টৰটো পাছলৈ নিজেই অবাধে

জুৰিহঁতৰ ঘৰলৈ আহিবলৈ ল'লে। সুবিধা বুজি সি কিবা-কিবি ইঙ্গিতো দিবলৈ ধৰিলে। দুকুৰি দুবছৰীয়া মানুহ এজনীয়ে কিমান নুবুজাৰ ভাও ধৰি থাকিব। এদিন ক'লে,

— ছাৰ মই আপোনাক শ্ৰদ্ধা আৰু ভক্তি কৰো।

— অ' ঠিকেইতো শ্ৰদ্ধা আৰু ভক্তি যাক কৰা হয় তেওঁৰ ওচৰত সকলো নিবেদন কৰিব লাগে। ঈশ্বৰক মানুহে শ্ৰদ্ধা-ভক্তি কৰে কাৰণেই ঈশ্বৰৰ ওচৰত মানুহে সমৰ্পণ কৰে। মই জনাত পূজাৰীৰ এতিয়া কমৰত জোৰ নাই, পূজাৰীয়ে কোনো নাৰীক এতিয়া ছেটিছ্‌ফাই কৰিব নোৱাৰে।"

তাৰ কথা শুনি জুৰিৰ চৰ মাৰি দিব তেনে লাগিছিল বোলে, মানুহৰ অৱস্থাক সি পুতৌ কৰিছে। কিন্তু সম্ভাব্য চাকৰিটোৰ কথা ভাবি জুৰিনীৰবে ৰ'ল। ৰিপুণক ক'ব নেকি ভাবিছিল যদিও এটা মদাহী জুৱাৰীৰ কোনো সন্মানবোধ নাই বুলি জানিয়েই নক'লে। জুৰিৰ চাকৰিটো হ'ল। কিন্তু লম্পট ইন্সপেক্টৰৰ তাত অৱদান নাই। হেডমাষ্টৰে লাগি ভাগি মিনিষ্টাৰৰ দালালক চাৰিমাহৰ পৰা দৰ্মহা দিয়াৰ চুক্তিতহে জুৰিৰ চাকৰিটো হ'ল। কিন্তু এই চৰিত্ৰহীন কামুকে কৈ ফুৰিছে বোলে তাৰ বাবেহে জুৰিৰ চাকৰিটো হ'ল। যিটো ইন্সপেক্টৰক মদাহী বিধায়কটোৱে কেবাজনো হেডমাষ্টৰৰ আগতে চৰত চকু উলিযাই দিম বুলি কওঁতেও সি ছাৰে যে আৰু কথাবোৰ কয় বুলিহে ক'ব পাৰে সেইটো মানুহৰ কিবা ক্ষমতা বা ব্যক্তিত্ব থাকিব পাৰেনে বাৰু?

জুৰিৰ চাকৰি হোৱাৰ পাছত এক নতুন বিপদে দেখা দিলে। লম্পট ইন্সপেক্টৰটোৱে বোলে কৈ ফুৰিছে যে সি দৃষ্টিবান নিক্ষেপ কৰা কোনো নাৰীয়েই বোলে ধৰাশায়ী নোহোৱাকৈ থকা নাই। এতিয়া জুৰিয়েনো কিমান দিন তাইৰ সতীত্ব বজাই ৰাখে সেয়া বোলে সি এক প্ৰত্যাহ্বান হিচাপে লৈছে। সি আগৰ দৰেই নিয়মিত জুৰিৰ ঘৰলৈ আহি থাকিল। কি আচৰিত কথা যিটো ৰিপুণে আগতে যিটো মানুহক নিজেই ঘৰলৈ মাতি আনিছিল এতিয়া সেই একেটা ৰিপুণেই একেটা মানুহ আহিলে খঙত ফাটি পৰে। জুৰিৰ ৰিপুণলৈ নতুন ঘিণ এটা লাগিল। তাৰ মানে চাকৰিটোৰ স্বাৰ্থত যদি জুৰিয়ে সেই লম্পটটোৰ লগত একেলগে শুলেহেঁতেন তেতিয়াও হয়তো সি একো নকলেহেঁতেন। কিন্তু চাকৰিটো হোৱাৰ পাছতহে নৱনাথ শৰ্মা লম্পট-চৰিত্ৰহীন হৈ পৰিল। তাক দেখিলে বা তাৰ নাম শুনিলে ৰিপুণৰ ঘিণ লাগিবলৈ ধৰিলে। কিন্তু তাৰ আগততো একো নকয়। তাকতো ভালকৈয়ে সম্ভাষণ জনাই বহুৱায়। ঘৃণাটো প্ৰকাশ কৰে ৰাতিহে।

মদ এসোপা খাই মুখত গেলা নৰ্দমাৰ গোন্ধ লৈ আহি ৰিপুণে জুৰিৰ ওপৰত অত্যাচাৰ চলায়। নৰনাথ শৰ্মা কিয় আহে কৈফিয়ৎ তলব কৰে। অকথ্য গালি। কেতিয়াবা তেওঁৰ চিঞৰ-বাখৰত ল'ৰা-ছোৱালীহাল সাৰ পাই উঠে। সিহঁত এতিয়া ডেকা-গাভৰু হ'ল। এজনীয়ে বি-এ পঢ়ে আৰু ল'ৰাটো ছেভেনত পঢ়ে। বুজা হ'ল কিন্তু বাপেকে নুবুজে। শেষলৈ এই লৈ জুৰিক মাৰ পিতো কৰিবলৈ ধৰিলে। জুৰি এতিযা নাৰী হৈ আছেনে?

কান্দি কান্দি জুৰিয়ে আগনিশাৰ ঘটনা এটা কৈ তাই ইফালে-সিফালে চাই ব্লাউজৰ হুক খুলি নিজৰ সোঁস্তনটো উলুপীক দেখুৱালে, হঠাতে সাপ এডাল গচকিলে ভয় খোৱাৰ দৰে জুৰিৰ স্তনটো দেখি উলুপী উচপ খাই উঠিল।

— কি হ'ল?

— মাজনিশা গালি পাৰি পাৰি তেওঁ জ্বলা চুৰটটো ইয়াত লগাই হেঁচা ধৰিলে। এতিযা মোক কোৱাচোন উলুপী আত্মহত্যা কৰাৰ বাহিৰে মোৰ অন্য মুক্তিৰ পথ আছেনে? আছেনে মোৰ অন্য পথ বুলি ব্লাউজৰ হুক লগাই জুৰিয়ে হুক হুকাই কান্দিবলৈ ধৰিলে। কান্দোন শুনি জুনু দৌৰি আহিছিল যদিও উলুপীৰ চকুৰ ইঙ্গিতত তাই গুচি গ'ল। জুনুৰ কৌতূহল হ'ল যদিও বাইদেউৱে যে মুখ নোখোলে তাই জানে।

— কিন্তু নোৱাৰো, মই ল'ৰা-ছোৱালীহালৰ কাৰণেই আত্মহত্যা কৰিব নোৱাৰো। এতিযা মোক কোৱা মই কি কৰিব লাগে বুলি জুৰিয়ে উলুপীৰ হাত দুখন খামুচি ধৰিলে। উলুপী নীৰৱ।

হাতীদাঁত ৰঙৰ স্তনটোত পোৰাৰ ঘা লৈ জুৰি কান্দি কান্দি উলুপীৰ ওচৰৰ পৰা গুচি গ'ল। সিও এটা পুৰুষ নহয? স্বামী।

ফেঁচাই মাতিছে। উলুপীয়ে ঘড়ীটোলৈ চালে— আঢ়ে বাজিছে। আজি লেশমানো টোপনি নাহিব।

— ভাৰতবৰ্ষত নাৰীৰ জীৱনৰ মূল্য কি? নাৰী কেৱল ভোগৰ সামগ্ৰী। পুৰুষৰ ভোগৰ সামগ্ৰী নাৰী। নাৰীৰ নিজৰ ইচ্ছা-অনিচ্ছা নাই, পুৰুষে কামনা চৰিতাৰ্থ কৰিবৰ বাবে ছুই দিলেই নাৰী শুই দিব লাগিব। সেই নাৰীয়েই পুৰুষৰ দৃষ্টিত সতী।

যদিও অলেখ ঘটনা শুনিছে, যদিও অলেখ খবৰ বাতৰি কাকতত পঢ়িছে, যদিও নাৰী নিৰ্যাতনৰ ওপৰত বহুত কিতাপ উলুপীয়ে পঢ়িছে কিন্তু নিজৰ জীৱনৰ ফালে চালে এইবোৰ সকলো মিছা কল্পকথা যেন লাগে। কাৰণ যোৱা চৌব্বিশ

বছৰে অনুৰয়ে উলুপীক এনেদৰে কেৱল ভোগৰ আহিলা হিচাপে ব্যৱহাৰ কৰা নাই। প্ৰকৃতপক্ষে অনুৰৰ তাইৰ বন্ধুহে। উলুপীৰ ইচ্ছা-অনিচ্ছাক অনুৰৰে কাহানিও অসন্মান কৰা নাই। আৰু সেইবাবেই হয়তো নিজৰ অভিজ্ঞতাৰ পৰাই উলুপীয়ে ভাৰতৰ নাৰীৰ ওপৰত কৰা নিৰদ চি চৌধুৰীৰ সেই মন্তব্যক বিশ্বাস কৰা নাছিল যে ভাৰতত নাৰী হ'ল পুৰুষৰ কামনা পূৰণৰ আহিলা আৰু শতকৰা আশীগৰাকী বিবাহিতা নাৰীয়েই যৌন জীৱনত অতৃপ্তা হৈ থাকে। উলুপীয়ে এই মন্তব্য বাস্তৱ অভিজ্ঞতাৰ পৰা বিশ্বাস কৰা নাছিল।

উলুপী বিছনাৰ পৰা উঠিল। অনুৰৰক সুধিব কিয় এনে হৈছে। বয়সে মগুহবোৰ কিছু শিথিল কৰাৰ বাহিৰে তাইনো কিহত অযোগ্যতা হৈ গ'ল এই কথা আকৌ এবাৰ সোধা ভাল হ'ব। অনুৰৰ মৌন হৈ থাকিলে নহ'ব—মুকলিকৈ স্পষ্টভাৱে ইয়াৰ উত্তৰ দিব লাগিব। অনুৰৰে ক'ত কি নিজৰ প্ৰেয়সী পত্নীৰ ওচৰত নোপোৱা মৌকোঁহ পাইছে যে আজি তাইৰ ওচৰৰ পৰা আঁতৰি যাবলগীয়া হ'ল তাকো পঞ্চাশ বছৰ বয়সত। উলুপী উঠি গ'ল।

।। পাঁচ।।

অনুৰৰৰ বিবেক আছিল বাবেই দংশন হৈছিল। কিন্তু লাহে লাহে যেন সেই দংশন অনুভূত নোহোৱা হ'ল। তাহানি কলেজত পঢ়াৰ দিনৰে পৰা কিমানবোৰ নাটক কৰিলে, কিমানবোৰ মহিলা লগ পালে— ক'তা কাহানিওতো পিছল খোৱা নাছিল। নাটক কৰি আহি উলুপীৰ লগত তামচাহে কৰে—জানা কালি জ্যোতিমালাই মোৰ বুকুখন বৰ ধুনীয়া বুলি কৈছে।

— চাবা আকৌ বুকুত বাহ বান্ধিব পাৰে।

— জেগা আছে জানো?

— তোমালোক পুৰুষবোৰৰনো বুকুত জেগাৰ অভাৱ হয়নে? পাৰিলে সুন্দৰী মহিলাৰ হোষ্টেল এটাকে কৰি দিলাহেঁতেন।

কেতিয়াবা আকৌ তামাচা কৰি কয়,—বুঢ়া কালি ধুনীয়া মানুহ এজনীয়ে বিয়াঘৰত ইমান ৰ লাগি চাইছে যে ওচৰলৈ গৈ বহি কথা পাতিম যেন লাগিছিল।

— বচ্ বচ্ আৰু অগ্ৰসৰ নহ'বা এইটো বয়সত যদি মহিলাগৰাকীয়ে মই অকলে নাই লগত ভৱিৰ হেণ্ডেল দুপাতো আছে বুলি কয় বৰ অসুবিধা হ'ব।

— তেনেহ'লে ৰ' লাগি চাইছিল কিয়?

— বুঢা, ৰ লাগি তোমাক চোৱা নাই মই গুঠি দিয়া নতুন ডিজাইনৰ চুৰেটোৰটোহে চাইছে, গোঁঠনিৰ কৌশলটোহে আয়ত্ত কৰিব খুজিছে—বুঢাটোৱে ভাবিছে তেওঁকহে চাইছে বুলি দুয়োটাই ঢেক্ ঢেকাই হাঁহে ।

— তোমাকো আকৌ কোনোবাই চাইছে নেকি?

— কেলেই কম— সেইবোৰ কোৱা কথানেকি? কোনে চাইছে, কোনে টেলিফোন কৰে সেইবোৰ বখানি ফুৰিবলৈ মোক বুৰ্বক পাইছা।

জানে। দুয়োটাই জানে। এইবোৰ যে জমাবৰ বাবে অনুৰৱে সাজি সাজি কৈছে বা কয় উলুপীয়ে জানে। এনেকুৱা তামাচাবোৰ অনুৰৱে নকৰিলেহে উলুপীয়ে বেয়া পায। কেতিযাবা বাহুত যাওঁতে বা ক'ৰবালৈ বিয়াই-সকামে যাওঁতে উলুপীয়ে অনুৰৱক কাণে কাণে খোচ মাৰি কয,—চোৱা সৌ জয়ঢোলটোৱে তোমালৈ কেনেকৈ চাই আছে, ভাবিছে চাগৈ এই বুঢাটোৱে ইমান ধুনীয়া মানুহ এজনী কেনেকৈ পতালে—মোৰহে যোগ্য আছিল। মাৰা লাইন মাৰা। ইটোৱে-সিটোৱে লাইন মাৰা।

এইবোৰ কথা মনত পৰি প্ৰথম অৱস্থাত অনুৰৱৰ বিবেক আক্ৰান্ত হৈছিল। প্ৰতি ক্ষণে ক্ষণে উলুপীৰ শান্ত সৌম্য ব্যক্তিত্বসম্পন্ন ধুনীয়া বয়সে ছুব নোৱাৰা মুখখনলৈ মনত পৰি অনুৰৱৰ গেঞ্জীত লাগি থকা বনগুটিটোৰ দৰে বুকুখনত সঘনে বিন্ধিবলৈ ধৰিছিল। উলুপীৰ ওচৰত ধৰা পৰাৰ ভয়ত বহুত অভিনয় কৰিব লগা হৈছিল। কিন্তু নাৰীৰ গভীৰ সত্তাত এনে এক সন্ধানী দৃষ্টি নিহিত হৈ থাকে যে পুৰুষৰ যিকোনো মানসিক অৱস্থাকে সেই শক্তিৰে এক্স-ৰে কৰি পেলাব পাৰে। বহুত অভিনয় কৰাৰ পাছতো ধৰা পৰি গ'ল। খোৱা-বোৱা, তামাচা কৰা, ৰাতিৰ জীৱন-যাপন কৰা এই সকলোবোৰ দৈনন্দিন কথাতে অনুৰৱ উলুপীৰ নিজস্ব এখন ৰুটিন আছিল। সেই ৰুটিনত বৰ সাৱধানে থাকোতেও অনুৰৱ ধৰা পৰি যাবলৈ ধৰিলে। বৰ চেষ্টা কৰাৰ পাছতো কিছুমান কথাত এনে যান্ত্ৰিকতা প্ৰতিফলিত হ'বলৈ ধৰিলে যে বহুত ক্ষেত্ৰত শৰীৰক মনে আৰু মনক শৰীৰে সহায় নকৰা হ'ল। উলুপীৰ গাত জোৰেৰে সাৱটি ধৰি তুমি তাহানিৰ সেই পঁচিছ বছৰীয়া জনীয়েই হৈ আছা বুলি প্ৰায় সদায়েই কোৱা বাক্যষাৰ অনুৰৱৰ মুখত নুফুটা হ'ল।

কিয় এনে হ'ল? উলুপীৰ দেহ মনত কি বিচাৰি পোৱা নাই অনুৰৱে। সঁচাকৈতো হয়— চৌব্ৰিশ বছৰৰ আগৰ উলুপীজনীৰ দেহৰ আৰু মনৰ দৃঢ়তাকেতো অনুৰৱে সদায় পাই আহিছে। তেন্তে?

অনুৰৱ কাতৰ হৈ পৰিছিল। হয় পঞ্চাশবছৰীয়া অনুৰৱে নিজকে দেহেৰে মনেৰে ত্ৰিশবছৰৰ উৰ্দ্ধলৈ যাবলৈ দিয়া নাছিল। মন মুকলি আৰু ৰঙিয়াল আছিল। সকলো কথাতে, সকলো সময়তে, সকলো বিষয়তে অনুৰৱে ৰস সৃষ্টি কৰিব পাৰিছিল যাৰ বাবে অনুৰৱৰ সৈতে সঙ্গ আকাঙ্ক্ষাৰ আছিল। নীতিতো আছিল অনুৰৱ দৃঢ়। ঘোচ খোৱা নাই। প্ৰলোভিত কৰিব পৰা নাই। অনুৰৱে একেলগে পঢ়া বিষয় বাসনাত বৃদ্ধ হোৱা মানুহবোৰ দেখি মনে মনে নিজক তুলনা কৰি গৌৰৱ অনুভৱ কৰিছিল। মানুহ ইমান সোনকালে কেনেকৈ বুঢ়া হৈ যাব পাৰে। অনুৰৱক লগৰবোৰে সোধে ডেকা হৈ থকাৰ কিটিপ কি? সেই একেই সহজ উত্তৰ অনুৰৱৰ-যিহকে সৎভাৱে পাইছা তাতে সন্তুষ্ট থাকি মনক ৰঙিয়াল কৰি ৰাখিলেই বয়স দেহ-মনৰ ওচৰত পৰাজিত হয়। বিষয় বাসনা বা সম্পত্তিৰ খঁক যিমানেই বাঢ়ি যাব সিমানেই বয়সে দেহ আৰু মনৰ ওপৰত প্ৰভুত্ব খটুৱাব। বয়সে বিচৰণভূমি কৰি পেলাব তেনে মানুহৰ দেহ মনক। সঁচাই সুখী আছিল অনুৰৱ। সুন্দৰী চৰিত্ৰৱতী চাকৰিয়াল পত্নী, পঢ়া-শুনাত উল্লেখযোগ্যভাৱেই ভাল এহাল ল'ৰা-ছোৱালী—কিহত দুখ অনুৰৱৰ। মনটো মুকলি আৰু হৃদয় দয়াশীল বাবেই ককাই-ভাই তথা আৰ্ত্তজনক প্ৰযোজন মতে যথাসময়ত সহায় কৰিব পাৰিছিল, কৰে। উলুপীয়ে অনুৰৱৰ এই সৰল মৰমীয়াল মনটোক জঁয় পৰি যাবলৈ দিয়া নাছিল অন্য পত্নীৰ দৰে। তেনেহ'লে কিয় এনে হ'ল? কিয় আজিকালি অনুৰৱে নিজৰ মৰমী পত্নী যাক সেই-সিদিনালৈকে প্ৰেয়সী বান্ধৱী বুলিহে কৈ আছিল তেওঁৰ মুখলৈ চাব নোৱাৰা হ'ল কিয়? যাক ৰ' লাগি প্ৰথম দেখা মানুহৰ দৰে চাই আছিল, সুবিধা পালেই যাক সাৱটি ধৰিছিল লুকাই চুৰকৈ প্ৰেমিক-প্ৰেমিকাক ধৰাৰ দৰে, আজি কিয় তেওঁৰ উপস্থিতিকেই অনুৰৱৰ অসহ্য হ'ল।

হৃদয় মনৰ সকলো দুৱাৰ খিৰিকী ইমান নিকপকপীয়াকৈ বন্ধ কৰি থওঁতেও ক'ত সুযোগ পালে খুলি সোমাবলৈ ফৰিদা নামৰ দুকুৰি বছৰীয়া পৰস্ত্ৰী মহিলা গৰাকীয়ে? অনুৰৱৰ গাৰ নোম থিয় হৈ যায়।

ঠিক গাড়ীখন যাবৰ সময়ত দেখিলে তাৰ ছিটৰ কাষৰ বাৰ নম্বৰ ছিটটোত এগৰাকী মহিলা বহিছে। দামী চেণ্টৰ মন আমোলমোলাই যোৱা সুন্দৰ গোন্ধ এটাহে যেন ছিটটোত বহিছে। তেতিয়াও বডিৰ লাইট নুমাই নিদিয়াত পোহৰত অনুৰৱে মানুহজনীলৈ কেৰাহীকৈ চালে—ধুনীয়া। হাতী দাঁতৰ দৰে গাৰ ৰং। উলুপীক দেখাৰ দিন ধৰি অনুৰৱে অন্য কোনো নাৰীক দেখিলেই মনে মনে মানুহজনীক উলুপীৰ লগত তুলনা কৰি চায় আৰু সদায় উলুপীকেই শীৰ্ষত স্থান

দিয়ে। অৰ্থাৎ অনুৰৰে উলুপীতকৈ অন্য কাকোৱেই ভাল নেদেখে লাগে সিগৰাকী বিশ্ব সুন্দৰীয়েই হওক। লগে লগেই অনুৰৰৰ মন ভৰি যায়। এক অনাবিল তৃপ্তি অনুভৱ কৰে। সেইদিনাও অনুৰৰে কাষত বহা মহিলা যাত্ৰীগৰাকীৰ লগত উলুপীক তুলনা কৰি চালে। নাই, উলুপী ওপৰত। পঞ্চলিশ বছৰ হৈছে যদিও আৰু এই মহিলাগৰাকী যথেষ্ট সুন্দৰী যদিও উলুপীৰ কাষ চাপিব নোৱাৰে। গাড়ীৰ গতি তীব্ৰ হ'ল আৰু লাইট নুমাই গ'ল। যাত্ৰীসকল নীৰৱ।

— "আপুনি গুৱাহাটীলৈ যাব।" বৰ মিঠা মাতটোৰে সুধিলে মানুহজনীয়ে।

— হয় আপুনি?

— ময়ো গুৱাহাটীলৈ যাওঁ। আপুনি কিবা কামত যাব?

— হয়, চৰকাৰী কামত। আপুনি?

— মই মাৰ ঘৰলৈ যাওঁ।

— গুৱাহাটীৰ কোনখিনিত আপোনাৰ মাৰ ঘৰ?

— শান্তিপুৰত।

— আৰু নিজৰ ঘৰ?

— ইয়াতেই। আপোনাৰ?

— মোৰো ইয়াতেই।

— মই আপোনাক দেখিছো। চিনিও পাওঁ—এনেয়েহে সুধিলো ঘৰ ক'ত বুলি।

— ক'ত দেখিছে?

— নাটকত। অনুৰৰে নিঃশব্দে হাঁহিলে—একো উত্তৰ নিদিলে। তাৰ গোন্ধটোহে লাগক কিন্তু কোনো কাৰণত যেন গাটো নালাগক সেই ভাবত অতি সাৱধানে অনুৰৱ বহি গ'ল। ৰাতিৰ গাড়ীত কাষত মহিলা যাত্ৰী থাকিলে অনুৰৰৰ টোপনি নাহে। আজিও যে টোপনি নাহিব সেইটো ভাবি অনুৰৰৰ মনে মনে অস্বস্তি লাগিল কাৰণ দিনৰ দিনটো অফিচৰ কাম কৰি ৰাতিলৈ অনুৰৱ ঘূৰি অহাৰ কথা পাণ্ডি গৈছে। উলুপীকো কৈ গৈছে। তাৰ মাজতে ইউনিভাৰ্চিটিত পঢ়া ৰিব্‌ৰিবকো লগ কৰি আহিব লাগিব। তাইক জোকাই আহিব লাগিব যে মই যোৱাৰ পাছত চাগৈ তোমাক লগৰ ছোৱালীয়ে ক'ব তোৰ ককায়েৰটো ইমান ধুনীয়া তোৰ ভায়েৰ ভায়েৰ যেনহে লাগে। তাই ক'ব বুঢ়া, ককায়েৰ নহয় সিইঁতে বয়ফ্ৰেণ্ড বুলিহে নোকোৱালৈকে ভাবি থাকিব। বুঢ়া—, কিমান বুঢ়া হ'লা

খবৰ ৰাখিছানে? মোৰ সন্দেহ হয় কোনোবা নতুন ছোৱালীয়ে কয় বুলিহে বোলে তোৰনো ইমান মুঠা ৰবদেউতাৰ আছেনে, আমি ককাৰ বুলিহে ভাবিছিলো। ৰিব্ৰিবক জোকাই তামাচা কৰি অনুৰৰৰ ভাল লাগে। মাকৰ মতে তায়ো বাপেকৰ ফুটতে উঠিছে যাকে তাকে জোকাই ৰগৰ কৰি ফুৰা। কথাৰ মূৰত ঘপকৈ বাপেকৰ দৰে উত্তৰ দি ছোৱালীয়েও মানুহক জ'ক কৰাৰ কৌশলটো ভালকৈ দখল কৰিলে। মাকৰ গুণ নলয়।

— মাকৰ কিবা গুণ থাকিলেহে ল'ব। ৰিব্ৰিবে ফটককৈ কৈ দিয়ে।

কিন্তু ৰাতিটো টোপনি নহ'লে একে দিনাই ঘূৰা ঘূৰি কৰিবলৈ কষ্ট হ'ব। এনেকুৱা কষ্ট হ'লে অনুৰৰে মনে মনে বয়সটোৱে দেহৰ ভিতৰত শিপা মেলা কথাটোৰ উমান ধৰিব পাৰে। তাতে ওচৰত এগৰাকী মহিলা বহি গ'লে ল'বলগীয়া সাৱধানতায়ো অনুৰৰক মানসিকভাৱে ভাগৰুৱা কৰে। সেইবাবেও বেছি ক্লান্ত হয়।

— "আপোনাক দেখিলে বৰ সুখী মানুহ যেন লাগে।" আচম্বিতে বাৰু মহিলাগৰাকীয়ে কি প্ৰশ্নটো কৰিলে? অনুৰৰে বিমোৰত পৰিল যদিও অকণমান শব্দ কৰি হাঁহিলে যাতে আন্ধাৰতে মহিলা গৰাকীয়ে তাৰ সঁহাৰিটো গম পায। হাঁহিৰ সামান্য শব্দ শুনি মানুহজনীয়ে হুমুনিয়াহ এটা হাৰিলে। অনুৰৰ আৰু বিব্ৰত হ'ল।

— "আপোনাৰ মিছেহেকো মই চিনি পাওঁ। বেছ সুন্দৰী মহিলা।" মানুহজনীয়ে ক'লে। অনুৰৰে একো নক'লে।

— আপোনাৰ শ্ৰীমানৰ নাম কি? অনুৰৰে সুধিলে।

— মঃ- নৰুল ইছলাম। মানুহজনীৰ মুখত ইছলামৰ নামটো শুনি অনুৰৰৰ হঠাতে মানুহজনীলৈয়ো ঘিণহে লাগিল। গ্ৰাম্য উন্নয়ন প্ৰকল্পৰ টকা খাই গোপাত কৰা এটা বাইজৰ তেজ খোৱা বিষয়া। অকল টকাই নহয় মানুহটোৱে মদো খায় আৰু নাৰীৰ মঙহো খায়। তাৰ বাহিৰেও মানুহটো সাংঘাতিক মনৰ। সমাজৰ বিহ। অনুৰৰৰ এনেয়েই ঘোচ খোৱা মানুহৰ প্ৰতি ঘৃণা হয় তাতে নুৰুল ইছলামৰ নাম শুনি তেওঁৰ মুখত থুই জমা হৈ গ'ল। থুইবোৰ কেনেকৈ পেলাব পাৰি ভাবি শেষত উঠি গৈ দুৱাৰখন সামান্য খুলি পেলাই দিলে। দুৱাৰৰ ফাকেদি সোমোৱা বতাহে প্ৰথম ছিটটোৰ যাত্ৰীসকলক অলপ অস্বস্তিত পেলালে কাৰণ নৱেম্বৰ সাতাইশ তাৰিখ আছিল। নুৰুল ইছলামৰ ঘৈণীয়েক বুলি জানি অনুৰৰৰ মানুহজনীৰ ওচৰৰ পৰা ছিটটোকে সলাই ল'ব যেন লাগিল যদিও সেইটো কেবাটাও কাৰণত

সম্ভৱ নহয়। বিশেষকৈ এগৰাকী মহিলা যাত্ৰীক অপমান কৰা হয়। অনুৰৱ গম্ভীৰ হৈ ৰহিল।

— আপুনি এওঁক চিনি পায়?

— জানো। অলপ কঠোৰ মাতেৰে অনুৰৱে ক'লে। মানুহজনীয়ে আকৌ এটা হুমুনিয়াহ ছাৰি একোকে নক'লে। এনেকুৱা কৰ্মচাৰী বিষয়াৰ কাৰণেই দেশৰ সাধাৰণ ৰাইজৰ অকণো উন্নতি হোৱা নাই—অনুৰৱে ভাবি গ'ল। এই মানুহজনীয়ে যেন তাৰ লগত আৰু কথা পতাৰ ব্যৱস্থা নকৰে—আশা কৰিলে অনুৰৱে। চকু দুটা মুদাৰ চেষ্টা কৰি অনুৰৱে বাওঁফালে অলপ বেছি হালি ৰহিল যাতে মহিলাগৰাকীৰ গাৰ কাপোৰতো নিজৰ কাপোৰ নালাগে। প্ৰায় আধাঘণ্টামান নীৰৱ। অনুৰৱে ভাবিলে মানুহজনীৰ টোপনি আহিল। এই ভাবটো মনলৈ অহাৰ লগে লগেই অনুৰৱৰ মনটো পাতল হৈ গ'ল, যেন চিন্তামুক্ত হ'ল।

এজনী নাৰী হিচাপে মই বৰ অসুখী জানেনে বুলি আচম্বিতে মানুহজনীয়ে অনুৰৱৰ সোঁহাতটো নিজৰ দুয়োটা হাতেৰে খামুচি ধৰিলে। হঠাতেই যেন অনুৰৱ এডাল জগা কাঠ হৈ পৰিল। হাতখনত শিৰা-উপশিৰা, স্নায়ু আৰু জীৱকোষবোৰে সাৰ সিৰ্কতি যেন হেৰুৱাই পেলালে। মানুহটো ভিতৰি ভিতৰি কঁপি উঠিল। বুকুখনত যেন কোনোবাই বিহুৰ চিৰা ঢেকীহে দিছে— ঢপ ঢপাবলৈ ধৰিলে। অনুৰৱৰ উলুপীলৈ মনত পৰিল—মাম্পুক শুৱাই চাগৈ অনুৰৱৰ গাৰ গোন্ধ লাগি থকা কম্বলখন গাত লৈ বিছনাত বাগৰি কিবা পটি আছে।

পৃথিৱীৰ বেছিভাগ পুৰুষৰ বাবেই নাৰী কেৱল ভোগৰ আহিলা আৰু উন্নতিৰ জখলা বুলি মানুহজনীয়ে অনুৰৱৰ হাতটো আৰু জোৰেৰে খামুচি ধৰিলে। অনুৰৱ যেন গাত নিমখ ছটিয়াই দিয়া খতিয়া সাপটোৰ দৰে লাহে লাহে পানী হৈ যাবলৈ ধৰিছে।

— আপোনাৰ ল'ৰা-ছোৱালী কেইটা? লেপ চুকি চুকি জোৰকৈ ভিতৰ পৰা শব্দকেইটা আজুৰি টানি আনি অনুৰৱে সুধিলে।

— দুটা ল'ৰা। ল'ৰা দুটা মই মাৰ ঘৰত ৰাখিছোঁ নহ'লে এইটো বাপেকৰ ওচৰত ল'ৰা দুটা জানোৱাৰ হৈ যাব বুলি মানুহজনীয়ে নিজৰ মূৰটো অনুৰৱৰ কান্ধত পেলাই দিলে।

— আপোনালোকে নাজানে মোৰ স্বামীয়ে তেওঁৰ প্ৰমোচনৰ কাৰণে মোক এৰাতি তেওঁৰ বছৰ লগত চাৰ্কিট হাউছত থাকিবলৈ বাধ্য কৰিছিল।

— কি?

- বিশ্বাস নহয়। মানুহজনীয়ে প্ৰয়োজনতকৈ অধিক নিজৰ গাটো অনুৰৱৰ গাত হলাই দিলে যেন অনুৰৱৰ গাত হেঁচা দি নাথাকিলে মানুহজনী বাগৰিহে পৰিব।

— মই চাকৰি কৰিছিলো এৰুৱাই দিলে। এতিয়া আৰু চাকৰিৰ বয়স নাই নহ'লে চাকৰি এটা যোগাৰ কৰি মই ডাইভৰ্ছ কৰি দিব পাৰিলোহেঁতেন। মই মোৰ ল'ৰা দুটা এৰিব নোৱাৰো। কিন্তু শুনি আচৰিত নহ'ব যে এই জানোৱাৰটোৱে মোক প্ৰেমত পেলাই বিয়া কৰাইছিল বুলি মানুহজনীয়ে অনুৰৱৰ মুঠি মাৰি থকা হাতটো নিজৰ বুকুত হেঁচি ধৰি ক'লে। মোৰ বুকুৰ সংবাদ লওক।" বয়সতকৈ যথেষ্ট দৃঢ় মানুহজনীৰ বুকুত হাতটো লগাৰ পাছত যেন অনুৰৱৰ শনিপাত জ্বৰহে উঠিল। পুৰিবলৈ ধৰিলে।

## ।। ছয় ।।

প্ৰতিদিনেই ফৰিদাই অনুৰৱক লগ কৰিবলৈ ধৰিলে। সপ্তাহত তিনিদিন ফৰিদা শিৱসাগৰত বেহেলা শিকিবলৈ যায়। আৰু সেই সুযোগতেই ফৰিদাই অনুৰৱক অফিচত লগ ধৰে। প্ৰথম অৱস্থাত অনুৰৱ ভিতৰি ভিতৰি অসহায় হৈ পৰিছিল। দ্বন্দ্ব। উলুপীয়ে অৰ্থাৎ উলুপীৰ চিন্তা আৰু সত্তাই অনুৰৱৰ লগতে সেই প্ৰথম প্ৰেমত পৰাৰ দিন ধৰি আজি প্ৰায় ছাব্বিশ বছৰ দিন ধৰি উলুপী এক দেউ এক সেউ হৈ আছে। কোনো ঘোৰ শত্ৰুৱেও উলুপীৰ সামান্যতমো চাৰিত্ৰিব শিথিলতাৰ কথা ক'ব নোৱাৰে। চৰিত্ৰৰ দিশত উলুপী ইমানেই দৃঢ় শিলাস্তম্ভত খুন্দা খাই ওভোতাই প্ৰত্যাক্ৰমণ কৰি ধাৰাশায়ী কৰি পেলাব। তেনেহ'লে তেনে এগৰাকী সৰ্বগুণী শক্তিশালী চৰিত্ৰৰ প্ৰেমিকা পত্নী থকা অৱস্থাত অনুৰৱৰ কি হ'ল। এই দ্বন্দ্বই অনুৰৱক কেঁকোৰা খোলা দিছে। খোৱা-শোৱা কোনো কথাতে অনুৰৱে নিজক সহজ কৰিব পৰা নাই। যিমানেই সহজ হ'বলৈ চেষ্টা কৰিছে সিমানেই অসহজ অৱস্থাটোহে প্ৰকট হৈ পৰিছে। প্ৰথম অৱস্থাত বহুত চেষ্টা কৰি অনুৰৱে ঘৰখনত আগৰ ৰূপটোকে প্ৰকাশ কৰিবলৈ প্ৰচেষ্টা চলাইছিল যদিও প্ৰকৃত স্বৰূপটোহে যেন ওলাই আহিব খোজে। সাৱধান হ'ল। উলুপী আচৰিত হ'ল? কি হ'ল এই মানুহটোৰ? চৰকাৰী বিষয়া হিচাপেও অনুৰৱৰ এনে কোনো বদনাম নাই যে চাকৰিত কিবা খেলিমেলি লাগিছে যাৰ বাবে অনুৰৱৰ দুঃচিন্তা হৈছে।

কান্দে। উলুপীয়ে নীৰৱে কান্দে তেনেকৈ অনুৰৱেও নীৰৱে কান্দে। কান্দি কান্দি অসহায় হৈ অনুৰৱে মনেৰে বহুতবাৰ উলুপীৰ ওচৰত কাতৰ হৈ ক্ষমা বিচাৰিছে যিটো কাম উলুপীয়ে প্ৰকাশ্যে কৰিছে। বহুতবাৰ উলুপীয়ে কান্দি কান্দি অনুৰৱৰ গাত ধৰি, ভৰিত ধৰি ক্ষমা বিচাৰিছিল "কিবা দোষ হৈছে মোক ক্ষমা কৰা অনুৰৱ। তোমাৰ কি হৈছে কোৱা। মুখ খুলি তোমাৰ হৃদয়-বাৰ্তা মোক দিয়া। মই তোমাক সকলো ফালৰ পৰাই সহায় কৰিম। মই নিজতকৈয়ো তোমাক বেছি ভাল পাওঁ। সেইবাবে মই তুমি ভাল পোৱা কামটোকে কৰিম। তুমি যদি নিবিচাৰা মই তোমাৰ প্ৰীতিৰ কাৰণেই তোমাৰ ওচৰৰ পৰা আঁতৰি থাকিম। তোমাৰ ওচৰৰ পৰা আঁতৰি থকা মানেই মোৰ বাবে মৃত্যু। তথাপি তোমাক ভাল পাওঁ বাবেই তোমাৰ সুখৰ কাৰণে মই মৃত্যুকো গ্ৰহণ কৰিবলৈ সাজু আছো। কি হ'ল হঠাতে তোমাৰ? তুমি কিয় এনে হৈ গ'লা ।" এনে আকুল নিবেদন ব্যাকুল আহ্বান উলুপীয়ে যোৱা দহমাহৰ ভিতৰত প্ৰথম ছমাহমান অনুৰৱৰ ওচৰত কৰিছিল। অনুৰৱৰ মাত নুফুটে। নিজৰ ল'ৰা-ছোৱালীহালকো অনুৰৱে যেন মাতিবলৈ পাহৰি গ'ল। চিনি নাপায।

তপত তেলত পেলাই দিয়া জীয়া মাগুৰ মাছ এটাৰ দৰে অনুৰৱে ভিতৰি ভিতৰি ছট্‌ফটাবলৈ ধৰিলে। কাক ক'ব, কি ক'ব? অন্তৰৰ সকলোবোৰ কথা অনুৰৱে ক'ব পাৰে উলুপীকহে। কিন্তু এতিয়া হৃদয়ৰ এই ক্ষত-বিক্ষত অৱস্থাৰ কথা কেনেকৈ ক'ব?

ফৰিদাৰ লগত অফিচৰ পৰা অনুৰৱ ওলাই যায়। পেৰেডাইজ হোটেলৰ সেই বিশেষ ঘিটমিটীয়া আন্ধাৰ কুঠৰীটোত এক-ডেৰঘণ্টা সময় বহে। ফৰিদাই নিজৰ দুখৰ কথা ক'ব আৰু অনুৰৱে গালত হাত দি শুনে। বিয়াল্লিশ বছৰীয়া আৰু পঞ্চাশবছৰীয়া এহাল প্ৰেমিক-প্ৰেমিকা এতিয়া যেন হিন্দী চিনেমাৰ টিনেজাৰ কলেজীয়া প্ৰেমিক-প্ৰেমিকাহে। তেনেকৈ কথা কোৱাৰ কিছু দেৰীৰ মূৰত ইটো-সিটোৰ লগত যেন লীন যায। সক্ৰিয় অংশগ্ৰহণ কৰে ফৰিদাই। মানুহজনীয়ে যেন অনুৰৱক চোবাই খাই পেলাব। কে'বাঘণ্টাও পাছত গাখীৰ খোৱা গৰু পোৱালীটোৱে মাকক পালে যেনেকৈ নেজ-কাণ জোকাৰি চপ্‌চপ্‌কৈ একান্তমনে পিবলৈ ধৰে ঠিক তেনেকৈ ফৰিদাই যেন অনুৰৱক হুঁহিবলৈ ধৰে।

প্ৰায়েই অনুৰৱে নভবা নহয় যে ফৰিদাৰ এয়া অতৃপ্ত যৌন তৃষ্ণা নে নাই প্ৰেম। কি হ'ব পাৰে? এগৰাকী দুকুৰি দুবছৰীয়া মহিলাৰ ইমান অনিৰ্বাৰ যৌন তৃষ্ণা থকাটো সম্ভৱনে? আৰু যদি যৌনতৃষ্ণাই তেনেহ'লে আটিল দেহৰ কোনো

যুবকৰ লগত সেই তৃষ্ণা নিবাৰণ কৰিলেহেঁতেন। এনে এজনী মেদহীন তন্বী সুন্দৰীৰ যিমানেই বয়স নহওক কিয় নিবিচাৰিলেও সহযোগীৰ অভাৱ নহয়। তেনেহ'লে——। প্ৰেম! অনুৰৱৰ হৃদয়ৰ কোনখিনিত ফুটা ওলাল যে উলুপীৰ বাবে থকা প্ৰেমৰ পৰিধি নিগৰি ওলাই ফৰিদাৰ হৃদয় চপচপীয়া কৰি পেলালে। কি হ'ব পাৰে?

মাজতে অনুৰৱ পলাবলৈ লৈছিল। ফৰিদা অহাৰ সময় অনুমান কৰি অনুৰৱ অফিচৰ পৰা ওলাই গৈছিল। কিন্তু ঘৰত ৰাতিটো অনুৰৱৰ টোপনি অহা নাছিল। কি হৈছে তেনেহ'লে? যদিহে তেওঁৰ মানুহজনীৰ প্ৰতি কোনো আকৰ্ষণেই নাছিল তেনেহ'লে শান্তিত টোপনি যাবহে লাগিছিল। কিহৰ চিন্তাত টোপনি নাহে। বহুত চেষ্টা কৰিও উলুপীৰ গাত অনুৰৱে আগৰ দৰে হাত দিয়া নাছিল বা জোৰ জবৰদস্তি হাত দিলেও দেহ-মন পুলকিত হোৱা নাছিল সন্ত্ৰাসিতহে হৈছিল। শিহৰণ নুঠে শিয়ৰিহে উঠে। উলুপীৰ ওচৰত নিজক ধৰা পেলাই দিয়াৰ সাহস নকৰি অনুৰৱ উলুপীৰ পৰা আঁতৰিয়েই আহিছিল। আনকি বিচনাই সলাই দিলে।

ফৰিদাই নিজৰ হৃদয়ব্যথাৰ কথা কৈছিল। বিয়াৰ ছমাহমানৰ পাছৰ পৰাই তেওঁৰ প্ৰেমিক স্বামীৰ স্বৰূপ প্ৰকাশ হ'বলৈ ধৰিলে। এটা নিষ্ঠুৰ ধন খঁকুৱা আৰু চৰিত্ৰহীন কামুক মাত্ৰ। ধন, মদ আৰু নাৰীমাংসই হ'ল মানুহটোৰ সকলোতকৈ প্ৰিয় আৰু আকাঙ্ক্ষাৰ বস্তু। কামনা বাসনাৰ বাহিৰে হৃদয় বুলি মানুহটোৰ ওচৰত কোনো কথা নাই। মানুহটো ইমানেই কামুক যে ঘৰত কাম কৰা ছোৱালী আৰু ভিক্ষাৰিণীও মানুহটোৰ কামনাৰ বলি হ'বলগীয়া হয়। ফৰিদাই কোৱামতে বাহিৰত দেহৰ ক্ষুধা নিবাৰণ কৰিব নোৱাৰিলেহে বলিৰ শাললৈ টানি নিয়া ছাগলীটোৰ দৰে ফৰিদাক বিচনালৈ টানি নিয়ে। তাত প্ৰেম, কৰুণা, আবদাৰ প্ৰীতি একো নাই আছে কেৱল ৰাক্ষসী ক্ষুধা। মানুহটোৱে বোলে ফৰিদাক সাৱটি ধৰিলে কেটেলা পহু এটাই আঁকোৱালি লোৱাৰ নিচিনা লাগে। সৰ্বশৰীৰ বিন্ধি থাকে। এনে লাগে যেন কাঠখোলা পিৰমিটহে শৰীৰৰ ভিতৰলৈ সোমাই গৈছে।

কি হ'ল পিছে? ফৰিদাই নিজে প্ৰেমত পৰি নিৰ্বাচন কৰি লোৱা স্বামীৰ লগত ৰুচি বুধি মিলা নাই, অশান্তিত কটাইছে তাতে কি হ'ল অনুৰৱৰ? খুব বেছি কথাখিনি শুনি অনুৰৱৰ বেয়া লাগিব পাৰে কিন্তু ফৰিদাক নিজক ত্যাগ কৰি সন্তুষ্ট কৰিবলৈ অনুৰৱৰ অধিকাৰ ক'ত? অনুৰৱটো এতিয়া এটা ঘৰ-সংসাৰ নথকা পঁচিশবছৰীয়া ডেকা ল'ৰা নহয়। সমুখত কিমানবোৰ ফৰিদাৰ দৰে নাৰী আছে সেই সকলোবোৰে যদি আহি অনুৰৱৰ ওচৰত দুখৰ কথা কয় অনুৰৱে

সকলোবোৰকে ফৰিদাক লোৱাদি বুকুত সাবটি ল'বনে? উলুপীৰ স্থান ক'ত হ'বাল। কিহৰ অপৰাধত উলুপীৰ অধিকাৰ লোকে খৰ্ব কৰিব বা উলুপীয়ে হেৰুৱাব লাগিব? অনুৰৰ মাজে মাজে দৃঢ় হয়। নাই কোনো কাৰণতে ফৰিদাৰ লগত আৰু সম্পৰ্ক নাৰাখে। যৌন দিশতেই হওক বা আত্মিক দিশতেই হওক ফৰিদাই উলুপীতকৈ একো নতুন দিব পৰা নাই। বৰঞ্চ ফৰিদাৰ কাষত উলুপীক খুব চহকী যেন লাগে। অফিচৰ বাকীবোৰ কৰ্মচাৰীয়েও অনুৰৰ—ফৰিদাৰ সম্পৰ্কৰ কথা ভুন ভুনাইছে। একেখন নগৰতে হোৱা হ'লে উলুপীৰো কাণত পৰিলেহেঁতেন। সেই ভুন ভুননি কিন্তু ঘৰৰ পৰা চল্লিশ কিলোমিটাৰ অহা-যোৱা কৰি অনুৰৰে চাকৰি কৰে বাবেহে উলুপীৰ হয়তো কাণত পৰা নাই। অনুৰৰ দৃঢ় হয়। কিন্তু সেই নিৰ্দ্দিষ্ট সময়টো অহাৰ লগে লগে কেনেকৈ জানো এক শিথিলতাই সেই দৃঢ়তাৰ শিকলিডাল ছিঙিবলৈ আৰম্ভ কৰি দিয়ে।

ফৰিদাৰ সেই নাৰীখাদক ৰাক্ষস স্বামীয়ে যদি গম পায় জীয়াই ৰাখিবনে অনুৰৰক?

অনুৰৰে পাহৰিবলৈ চেষ্টা কৰে সেই বিশেষ নিশাৰ আঠ-ঘণ্টীয়া বাছ যাত্ৰাৰ কথা। যিমানেই পাহৰিবলৈ চেষ্টা কৰে সিমানেই টোকা কাগজত বিয়পি যোৱা চিঁয়াহীৰ দৰে নিশাৰ স্মৃতিবোৰ অনুৰৰ মনত বিয়পি যায়। নিকা হৈ মনৰ ক'তো অকণ জেগা নাথাকে। সেই আঠঘণ্টা সময়ৰ ভিতৰত ফৰিদা আৰু অনুৰৰ এক মিনিট টোপনি নাহিল যেন টোপনি আহিলেই বহুত মূল্যবান সম্পদ হেৰাই যাব। মাজে মাজে অনুৰৰ দেহ-মন জিকাৰ খাই উঠিছিল—এয়া কি কৰিছে? এজনী সুন্দৰী সতী নাৰীৰ স্বামী আৰু দুটা সন্তানৰ পিতৃ পঞ্চাশ বছৰীয়া এজন সুস্থ মানুহৰ এইয়ানে চৰিত্ৰ—এইয়ানে পৰস্ত্ৰীৰ লগত ব্যৱহাৰ। কিন্তু এই বিবেকবোধ নিচেই কম সময়ৰ বাবেহে বৰ্ত্তি থাকে। যদিহে বিবেক দংশন তীব্ৰ হ'লহেঁতেন তেনেহ'লে অনুৰৰ কেতিয়াও বেছিকৈ দুদিন গুৱাহাটীত থাকি ঘূৰি আহোঁতেও ফৰিদাৰ লগত একেখন বাছতে একে দুটা ছীটতে বাতি নাহিলহেঁতেন। এয়া মাৰাত্মক ড্ৰাগৰ নিচা— ক্ৰিয়া প্ৰতিক্ৰিয়া। মানুহে ড্ৰাগছ খায় ড্ৰাগছেহে মানুহ খায় বোলা কথাষাৰ অনুৰৰে এই কাৰ্য্যৰ যোগেদি নিজৰ জীৱনতে অভিজ্ঞতা লাভ কৰিলে।

পলসত পৰা হাতীটোৰ দৰে অনুৰৰ লাহে লাহে এনে দ বোকাত সোমাই যাবলৈ ধৰিলে যেন এনেদৰে সোমাই গৈ থাকিলে এটা সময়ত অনুৰৰ গোটেই মানুহটোৰেই গোড় গৈ মৰি থাকিব। এয়া চৰিত্ৰৰ স্খলনন আন কিবা! উলুপীৰ

পৰা যোৱা চৌব্বিশ বছৰে অনুৰৰে কি পোৱা নাছিল যে তাকে বিচাৰি এতিয়া ফৰিদাৰ ওচৰত নতজানু। অবিবাহিত ঘোৰ ডেকাকালতো অনুৰৰৰ এনে হোৱা নাছিল! নাছিল। ফৰিদাৰনো দোষ কি?

।। সাত।।

উলুপী উচপ খাই উঠিল। অনুৰৰ সোমাই যোৱাৰ লগে লগে এইটো কি গোন্ধ বিয়পি গ'ল? ওচৰৰ পৰা উলুপীয়ে কাহানিও মদৰ গোন্ধ পোৱা নাই যদিও এইটো মদৰ গোন্ধ হয়েই। তেনেহ'লে অনুৰৰে শেষত মদতো ধৰিলেগৈ। মানুহে কেতিয়া মদ খায়? শুনামতে অস্থিৰ মনৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণে মানুহে মদ খায়। অনুৰৰৰ মনত কি এনে অস্থিৰতাই বাহ ল'লে যে শেষত এই বয়সত তেওঁ মদ খাবলগীয়া হ'ল। উলুপীৰ দোষ কি? মানুহজনীয়ে আকৌ এবাৰ বহুতবাৰ প্ৰশ্ন কৰাৰ দৰে নিজকে প্ৰশ্ন কৰিলে— দোষ কি?

অনুৰৰে চিধাই গৈ নতুনকৈ শুবলৈ লোৱা নিজৰ বিছনাখনত বাগৰ দিলেগৈ টেবুলত এটাচি কেছটো থৈ। উলুপী থিৰেৰে থাকিব নোৱাৰিলে।

— তুমি মদ খাইছা? অনুৰৰে একোকে নক'লে। উলুপী আৰু কাষলৈ গ'ল। এইবাৰ কাতি হৈ শুই থকা অনুৰৰৰ মুখৰ আগত বৈ ক'লে,

— তুমি মদ খাইছা?

— নাই খোৱা।

— কিন্তু মুখত এয়া কিহৰ গোন্ধ? মদ যদি নাই খোৱা কিহৰ গোন্ধ? অনুৰৰে একো মতা নাই। তেওঁৰ যেন চকুদুটা জলক টবক হৈছে—। টিউব লাইটৰ পোহৰত উলুপীযে মন কৰিলে যেন চকু দুটা তিতি গৈছে।

— তুমি নোকোৱা কিয়, তোমাৰ কি হৈছে হয়নে? তোমাৰ কি এনে কথা হৈছে যে মোক ঘূৰ্ণাক্ষৰেও ক'ব নোৱাৰা? থৰ চকুৰে উলুপীয়ে চাই ৰ'ল। উলুপীৰ এই প্ৰথমবাৰৰ বাবে অহকাণে পহকাণে অনুৰৰৰ বিষয়ে এইকেইদিনত শুনা কথাবোৰ বিশ্বাস কৰিবলৈ মন গ'ল যদিও কথাটো যদি মিছা হয় তেনেহ'লে অনুৰৰে আঘাত পাব বুলি উলুপীয়ে ক'ম ক'ম বুলিও নক'লে। ক'ব নোৱাৰিলে। আৰু কথাটো যদি সঁচা হয় তেতিয়াও উলুপীয়ে গম পালে বুলি মনে মনে অনুৰৰ আহত হ'ব পাৰে বুলিও ভাবিলে। সেয়েই ক'ব নোৱাৰিলে।

— মই নোৱাৰো। মই তোমাক আঁৰ কৰি কিবা কাম কৰাটো বাদেই একো

কথাকে ভাবিব নোবাৰো। তুমি পাৰা। তুমি মদো খাব পাৰা। তুমি পাহৰি গলা তোমালৈ বাট চাই এই বয়সতো এজনী মানুহ অধীৰ হৈ আগ্ৰহেৰে বৈ থকা বুলি। নিৰ্দিষ্ট সময়তকৈ কিছু পলম হ'লেই সেই মানুহজনী ডিঙি মোচৰি পেলাই দিয়া পাৰ চৰাইটোৰ দৰে অৱস্থা হোৱা কথাটো তুমি পাহৰি গ'লা। তুমি পাহৰি গ'লা এহাল ল'ৰা-ছোৱালী আছে বুলি। তুমি পাহৰি গ'লা মাক-বাপেক, ভাই-ভনী, ইষ্ট-কুটুম্ব সকলো ত্যাগ কৰি কেৱল তোমাৰ হাতত ধৰি তোমাৰ বাবেই এজনী গাভৰু গুচি আহিছিল। তুমি-তুমি বুলি আৰু উলুপীয়ে কথা ক'ব নোৱাৰিলে। ওলাই আহিব খোজা কান্দোনটো বুকুৰ মাজত হেঁচা মাৰি ধৰোতে মানুহজনীৰ ইমানেই কষ্ট হ'ল যে বাগৰি পৰাৰ ভয়ত সাউৎকৈ অনুৰৱৰ ওচৰৰ পৰা নিজৰ বিছনাখনলৈ আহোতে পৰ্দাৰি আঁৰতে বৈ থকা মাম্পুৰ গাত খুন্দা মাৰি দিলে। উলুপীৰ খং উঠিল। মাম্পুক হাত দুটাত ধৰি– কি কথা শুনিছ বুলি ওপৰা ওপৰিকৈ চৰিয়াবলৈ ধৰিলে। চৰিয়াইছে আৰু বকিছে। "বাপেৰে মদ খাইছে, কাইলৈ তয়ো খাবি। মতা মানুহ নহয় একেইহে হ'বি।" মাম্পুৱে কান্দিলে। মাম্পুক এৰি উলুপীযেও বিছনাত উবুৰি খাই পৰি গাৰুটোত কামোৰ মাৰি ধৰি কান্দিবলৈ ধৰিলে। এটা নিৰ্দ্দিষ্ট ছন্দত দুকুৰি পাঁচবছৰীযা মানুহজনীৰ গোটেই গাটো দুলি থাকিল।

কাৰো ভাত (.।ৱা নহ'ল। কান্দি কান্দি মাম্পু শুলেগৈ। তাৰ টোপনি অহাৰ পাছত উলুপী৷ য তাৰ গালত ৰঙা হৈ পৰা আঙুলিৰ সাঁচবোৰত আলফুলে মোহাৰি দিলে। চকু ।াম্পাকুল হৈ পৰিল। চকুৰে একোকে নেদেখা হ'ল। খুব সাৱধানে ল'ৰাটোৰ মূৰটো বুকুৰ মাজলৈ আনি মূৰত চুমা খাবলৈ ধৰিলে মাকে। তাৰ টোপনি। উলুপী বিছনাৰ পৰা উঠি আহিল। নিজৰ বিছনাত গভীৰ টোপনিত অনুৰৱ শুই আছে। লাইট জ্বলি আছে। ডিম লাইটৰ পোহৰতো টোপনি যাব নোৱাৰা অনুৰৱ এতিয়া টিউব লাইটৰ পোহৰটো ক'ব নোৱৰাকৈ নিদ্ৰাৰত। উলুপীয়ে শিতানত বৈ একেৰাহে অনুৰৱক চাবলৈ ধৰিলে। চোলাৰ বুটাম খোল খাই থকাত আধাপকা নোমেৰে ভৰি থকা বুকুখনৰ কিছু অংশ ওলাই আছে। ওঁঠ দুখন অলপ মেল খাই আছে। এই বয়সতো মূৰৰ চুলি ডেকা ল'ৰাৰ দৰে ডাঠ।

অনুৰৱৰ মূৰৰ ফালে অলক্ষিতে আগবাঢ়ি যোৱা হাতখন উলুপীয়ে কোঁচাই আনিলে। অনুৰৱৰ মুখখনলৈ চাই থাকোতে উলুপীৰ মৰম লাগিল। অনুৰৱক সাৱটি ধৰি সৰ্বশৰীৰ চুমাৰে ওপচাই দিবলৈ হঠাতে মন গ'ল যদিও বৰ কষ্টেৰে ইচ্ছা সম্বৰণ কৰিলে। পথানৰ পৰা নোমাল ব্লেঙ্কেটখন লৈ অনুৰৱৰ ডিঙিলৈকে

মেলি দিলে। বিছনাৰ ওচৰৰ পৰা জোতাযোৰ আঁতৰাই আনি ছেণ্ডেলযোৰ থৈ' লাইটতো নুমাই উলুপী কোঠাটোৰ পৰা ওলাই আহিল। পানী দুগিলাছ পী উলুপী বাৰাণ্ডাত বহিল। এনেয়ে আঘোণমহীয়া ঠাণ্ডা তাতে বতাহো মাৰি আছে যদিও উলুপীৰ ঠাণ্ডা লগা নাই যেন জুইৰ পৰা উলিয়াইহে ঠাণ্ডা হ'বৰ কাৰণে আলুগুটি এটা বাহিৰত থৈ দিছে। কাণদুখন ৰমৰমকৈ পুৰিবলৈ ধৰিলে।

নিশ্চয় অনুৰৰ বিবেক দংশন হৈছে আৰু সেই দংশনৰ পৰা উপশম পাবৰ কাৰণেই অৱশেষত অনুৰৱে মদত মজিছে। উলুপীয়ে নিৰপেক্ষভাৱে নিজৰ ওপৰতো বিচাৰ-বিশ্লেষণ কৰি চায়। কিজানি আজিৰ অনুৰৰ এই অৱস্থাৰ বাবে তাইৰ নিজৰো কিবা অৱদান আছে। নাই, বিচাৰি পোৱা নাই। কোনো ত্ৰুটী কোনো অৱহেলা উলুপীৰ পৰা অনুৰৱে পোৱা নাই। তেনেহ'লে—।

অনুৰৱে ডাটি খুৰাইছে। মাম্পুৱে পঢ়িছে। উলুপীয়ে গা-ধুই আহি পাকঘৰত ৰন্ধা বঢ়া কৰিছে। গেটখন খোলাৰ শব্দ উলুপীয়ে শুনিছিল কিন্তু কোন আহিছে দেখা নাছিল। ভিতৰ সোমাইয়েই কোলাৰ ডেৰ বছৰীয়া ল'ৰাটো পকা মজিয়াত এৰি দি চম্পাই কান্দিবলৈ ধৰিলে।

উচপ্ খাই উঠিল আটাইকেইটা। হাতত আধাকুটা বেঙেনাটো লৈয়েই উলুপী ওলাই আহিল। হাতত খোলা কলমটো লৈয়েই মাম্পুৱে চালে। মুখত সানি লোৱা চাবোনবোৰ লৈয়েই অনুৰৱে ঘূৰি চালে।

— কি হ'ল চম্পা। হ'ল কি চিঞৰাই যে ৰাউচি জুৰিছহি হ'ল কি? উলুপীয়ে উদগ্ৰিৱ হৈ সুধিলে। নিৰ্লিপ্ততাৰ দৰে অনুৰৱে পুনৰ ডাটি খুৰাবলৈ ধৰিলে।

— তোৰ হ'ল কি এনেকৈ কান্দিবলৈ নকৰ কিয়?

— বাইদেউ মই মৰাৰ আগতে আপোনালোকক চাই যাবলৈ আহিলো। মই মৰিমতো খাটাং কথা বুলি চম্পাই আকৌ কান্দিবলৈ ধৰিলে। মজিয়াত বগাই ফুৰা ল'ৰাটোৱে উলুপীহঁতক দেখি অলপ কোঁচ খাই গৈ কান্দি থকা মাকৰ গাত ধৰিলেগৈ। সি এবাৰ ভয়ে ভয়ে আটাইলৈকে চাই মাকৰ বুকুত মূৰ গুজিলে। তাৰ পাছত সি কান্দি থকা মাকৰ অলক্ষিতে পিয়াহটো উলিযাই চুপিবলৈ ধৰিলে। মাম্পুৰ দৃশ্যটো দেখি হাঁহি উঠিছিল যদিও দাবী খোৱাৰ ভয়ত কিতাপলৈ চকু ঘূৰালে।

— কি মৰা জীয়াৰ কথা কৈছ আচল কথা নকৱ কিয? উলুপীয়ে টান মাতেৰে কলে। চম্পাই কিন্তু কান্দিয়েই থাকিল।

মাম্পুৰ ছমহীয়াতে চম্পা আহিছিল। বাগানৰ বনুৱাৰ ছোৱালী, মাম্পুৰ

সাত বছৰ হওঁতেহে তাই এইখন ঘৰ এৰি গুচি গ'ল। গুচি গ'লমানে পলাই গ'ল বুলিযেই ক'ব পাৰি। ওচৰৰ বাগান এখনৰ যদু বোলা ল'ৰা এটাৰে তাই গুচি গ'ল। বিয়াৰ দুমাহমানৰ পাছত গিৰিযেকক লৈ তাই আহিছিল। ধুনীযা কিচকিচীয়া তেল পিছলা ক'লা হাঁহিমুখীয়া গিৰিয়েকটোক দেখিহে উলুপীয়ে বুজি পালে চম্পা কিয় পলাই গ'ল। ক'লা যদিও ল'ৰাটো বৰ ধুনীযা। খাই বৈ উলুপী-অনুৰবৰ পৰা টকা-পইচা, উপহাৰ লৈ চম্পাহঁত গ'লগৈ। উলুপীয়ে দঢাই দঢ়াই যদুক কৈছিল বোলে চম্পা বৰ মৰমিযাল গুণী জ্ঞানী ছোৱালী সি যাতে দুখ নিদিয়ে। কিবা অসুবিধা হ'লে চম্পাক আহিবলৈযো কৈছিল। যদু পকা মিস্ত্রী যেতিযা সংসাৰখনৰ আৰ্থিক দুখ থাকিব নালাগে। কাৰণ প্ৰতিদিনেই মানুহে যিমানহে নতুন নতুন পকা ঘৰ সাজিবলৈ ধৰিছে তাৰ অনুপাতে মিস্ত্ৰীৰহে অভাৱ হৈছে— টনা আঁজোৰা।

ল'ৰাটো হোৱাৰ পাছতো এবাৰ চম্পা ল'ৰা দেখুৱাবলৈয়ো আহিছিল।

কিবা এটা সন্দেহ কৰি উলুপীযে মাম্পুক গা ধুবলৈ বাথৰুমলৈ পঠাইছিল। মাম্পু সোমাই যোৱাৰ পাছতহে চম্পাই কান্দি কান্দি ক'বলৈ ধৰিলে।

— ছাৰ, আপুনি মোক কিবা এটা বিচাৰ কৰি নিদিলে মই ইযাৰ পৰা নাযাওঁ। আৰু গ'লেও মই ৰেলৰ আগত পৰি মৰিম বুলি কোৱাত লগে লগেই উলুপী উচাপ খাই উঠিল।

— কি হ'ল তোৰ? উলুপীযে ভযে ভযে সুধিলে।

— মানুহটোৱে লাইনৰ বেয়া মাইকী এজনীৰ লগ ল'লে। আজিকালি মোক মাতবোল নকৰে— ক'লে মাৰেহে বুলি কোৱাৰ লগে লগেই যেন ডাঢি খুৱাই থকা অনুৰবৰ হাতখন কঁপিবলৈ ধৰিলে। ক'ব নোৱাৰাকৈয়ে উলুপীয়ে অনুৰবলৈ চাওঁতে সন্মুখৰ আযনাখনত চকু পৰাত দেখিলে অনুৰবৰ গালৰ পৰা তেজ ওলাইছে। খুৰে কাটিলে। অনুৰৱে কঁপা হাতেৰে টেপৰ পানী মাৰি তেজবোৰ ধুবলৈ ধৰিলে। চম্পাই কৈয়েই আছে। মোৰনো কি নাই বাইদেউ—মোৰ কি নাই যে তাইৰ আছে।

— আগতে কাহানিও মদ নোখোৱা মানুহটোৱে আজিকালি মদ নোখোৱাকৈ ঘৰলৈ নাহেই। ৰাতি প্ৰায়েই মানুহজনীৰ লগতেই থাকে। মদ খায। মোক বহুতদিন মৰিয়াইছে। মোৰ গাত বিষ। আপুনি বিশ্বাস কৰিবনে বাইদেউ নিজৰ-মতাটোৱে মোক বিপদত পেলাবলৈ এদিন নিজেই মদাহী এটা ৰাতি মোৰ ওচৰলৈ পঠাই দিছে। মানুহটোৱে মোক আহি টনাটনি কৰিছে। মই মানুহটোক চৰিয়ালো। তেতিয়া

সি কৈ দিলে বোলে যদুৱে মোক তাৰ মাইকীৰ চৰ খাবলৈহে পঠালে। সি চালা জানকীৰ লগত শুই থাকিব আৰু মোক তাৰ মাইকীৰ চৰ খাবলৈ পঠাব। ছাৰে মোক এতিয়া এটা বিচাৰ কৰি দিয়ক। তাক পুলিচত দি দিযক ছাৰ। নহ'লে মই ঘৰলৈ নাযাওঁ আৰু গ'লেও ৰে'লৰ আগত পৰি মৰিম বুলি চম্পাই অনুৰবৰ ভৰিত ধৰিব খোজোতেই অনুৰব বাহিৰলৈ ওলাই গ'ল। উলুপী পুনৰ পাকঘৰত সোমাল।

পিছফালে বাৰাণ্ডাত বৈ অনুৰব কঁপিবলৈ ধৰিলে। চম্পাই যেন তাইৰ নিজৰ জীৱনৰ কথা কোৱা নাই—কৈছে অনুৰবৰ কথাহে। চম্পাৰ প্ৰতিটো কথাই যেন একোটা কাণতলীয়া চৰ হৈ' অনুৰবৰ দুযোখন গালতে নিৰন্তৰে পৰিব লাগিছে। চম্পাই যেন উপহাস কৰিছে।

উলুপীয়েও চকুৰে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলে। তেল দি গৰম কৰা কেৰাহীখনত আকৌ তেল বাকি দিলে। প্ৰকৃতিষ্ঠ হ'বৰ কাৰণে উলুপীযে পাকঘৰৰ বেচিনটোতে চকুৱে মুখে পানী মাৰিবলৈ ধৰিলে।

চম্পাই কান্দিও আছে বকিও আছে।

## ।। আঠ ।।

অনুৰবৰ আজিকালি যেন সকলো অনুভূতি শেষ হৈ গ'ল। আগতে উলুপী বা মাম্পুৰ কথা বাদেই ওচৰ চুবুৰীযা আনকি বাতৰি কাকতত ওলোৱা অপৰিচিত ব্যক্তিৰ দুখৰ কথা দেখি শুনি পঢ়ি অনুৰব এনেদৰে ব্যথিত হৈছিল যে কেতিয়াবা ভাত পানী পৰ্যন্ত খাব পৰা নাছিল। বহুতবোৰ যুক্তিপূৰ্ণ কথাতে অনুৰৱে আলফাক বেয়া পাইছিল। আনকি এই সংগঠনটোৰ অনতিপলমে শেষ হৈ যোৱাটোকে কামনা কৰিছিল সদায়। কিন্তু তেনে অৱস্থাতো ক'ৰবাত পুলিচৰ হাতত বা ছালফাৰ হাতত আলফাৰ ল'ৰাৰ মৃত্যু হোৱা শুনিলে অনুৰব ব্যথিত হৈছিল। মিথিংগা দৈমাৰী বোলা আলফা নেতাজনৰ পৰিয়ালটো গুপ্ত-ঘাতকৰ হাতত নিঃশেষ হোৱাৰ বাতৰি পঢ়াৰ দিনা অনুৰৱে খোৱা-বোৱা কৰিবতো নোৱাৰিলেই আনকি শুবও নোৱাৰিলে। অথচ সেই পৰিয়ালৰ কাৰোৰেই তাৰ আগতে নামেই শুনা নাছিল। উলুপীযে অনুৰবৰ এই আৱেগক কিছু যুক্তিপূৰ্ণভাৱে নিয়ন্ত্ৰণ কৰিবলৈ প্ৰায় সঘনেই সঁকীয়াই থাকে। এই আৱেগৰ পৰা আত্মকষ্ট পোৱাৰ বাহিৰে অন্য একোৰেই লাভ নাই সেই কথাও উলুপীযে যুক্তিৰে বুজাই থাকে। কিন্তু আজিকালি

সেই আৱেগিক কোমল হৃদযৰ অনুৰৱৰ বুকুত কোনো দুখৰ কথাই অনুকম্পা নোতোলে। যি অনুৰৱে ৰাতি মদখাই আহি চুবুৰীযা পুলিচ এ এছ আই দাসে ঘৈণীয়েকক মাৰ-পিত কৰোতে দুৱাৰ খুলি ওলাই গৈ মানুহটোক টানি আনি থালৰ থালৰ চৰ শোধাই দিছিল সেই অনুৰৱে এতিয়া যেন প্ৰতি ৰাতি গিৰিযেকৰ মাৰত আৰ্ত্তনাদ কৰি উঠা পূৰ্ণিমা দাস বোলা মানুহজনীৰ চিঞৰ বাখৰবোৰ নুশুনিলেহে বেয়া পায়। পৰিযালটোৰ পৰা চিঞৰ-বাখৰ শব্দ নোলালে অনুৰৱে ঘনে ঘনে বাৰাণ্ডালৈ ওলাই অপেক্ষা কৰিব পাৰে। পূৰ্ণিমাৰ আৰ্ত্তৰাৱ শুনাৰ পাছতহে তেওঁ বিছনালৈ আহিব পাৰে।

চম্পাৰ কান্দি কান্দি কোৱা অন্তৰ ভগা কথাবোৰেও এতিয়া অনুৰৱৰ হৃদযত কোনো বেদনাৰ সৃষ্টি কৰিব নোৱাৰিলে। আগতে হোৱা হ'লে চাকৰিলৈ নগৈ অনুৰৱে গাড়ী উলিয়াই গাড়ীত চম্পা আৰু উলুপীকো বহুৱাই লৈ চম্পাৰ গিৰিযেকৰ ওচৰ পালেগৈহেঁতেন আৰু যদুৰামক শাস্তিৰ ভয় দেখুৱাই প্ৰযোজন হ'লে টকা পইচাও দি চম্পাক চমজাই থৈ আহিলহেঁতেন। এতিয়া সেই চম্পাই ইমান নিৰ্ম্মম দুখৰ কথা,—য'ত নিজৰ স্বামীযে পৰ পুৰুষক নিজৰ পত্নীৰ লগত কামনা চৰিতাৰ্থ কৰিবলৈ পঠোৱাৰ নিচিনা কথা শুনিও অনুৰৱ নিৰ্বিকাৰ হৈ ৰ'ল। এই কথাত উলুপীযেই নহয় চম্পাও বৰ আচৰিত হ'ল আৰু অনুৰৱৰ নিৰ্বিকাৰ ব্যৱহাৰ দেখি তাইৰ এনে লাগিল যেন পানীৰ পৰা উঠিবৰ কাৰণে তাই যিডাল জৰী খামোচ মাৰি ধৰিছিল সেইডাল যেন জৰী নহয়—এডাল গোম সাপহে। তাই হতবাক হৈ পৰিল। তাইৰ কোনো কথালৈকে কাণপাতি নুশুনি ভাত খাই তাইৰ আগেদিযেই "তই বহ" বুলি কৈ অনুৰৱ ওলাই গুচি গৈছিল। অনুৰৱ ওলাই যোৱাৰ বহুত পৰলৈকে চম্পাই মাত মাতিব পৰা নাছিল। তাই এনেদৰে অনুৰৱ যোৱাৰ ফালে মুখ মেলি চাই ৰ'ল যেন এই মানুহটোক তাই ক'ৰবাত কেতিযাবা দেখিছিল। ক'ত দেখিছিল তাই পাহৰি গ'ল আৰু মানুহটোৱেও পাহৰিলে।

উলুপীৰ বাবে আজিকালি এই দৃশ্য পৰিচিত। চম্পাই চাহকে খাব খোজা নাছিল। উলুপীয়ে বুজাই-বঢাই ভাত খুৱাই পঠালে। যাবৰ সময়ত তাইৰ হাতত দুশ টকাও দি পঠালে। উলুপীয়ে তাইক তাইৰ বুজাৰ ভাষাৰে বুজালে যে বৰ্তমান সমাজত মাইকী মানুহ মতা মানুহৰ দাস হৈ আছে। মতামানুহটোৱে হেজাৰ অনীতি কৰি থাকিলেও কোনেও দোষ নধৰে কিন্তু মাইকী মানুহজনীয়ে সামান্য ভুল এটা কৰিলেই ৰৌজাল-বৌজাল হৈ পৰে। তোৰ কথাটোলৈকে

নাচাৱ কিয় যদি তই কোৱা কথা সঁচা তোৰ গিৰিযেৰেই তোৰ ওচৰলৈ নিজেই মতা এটা পঠাই দিছে আৰু তই চৰমাৰি ওভোতাই পঠালি। কিন্তু সেই একেই সময়তে তোৰ মতা অন্য মাইকীৰ লগত মজি আছে। যদিহে মতা থকা অৱস্থাত তই পৰপুৰুষৰ লগত হ'লি গ'লি কৰিলিহেঁতেন তেতিয়া সমাজে তোকহে নিন্দা কৰিলেহেঁতেন। যেনেকৈ তযেই এতিয়া তোৰ গিৰিযেৰ যোৱা সেই মাইকী মানুহজনীক বজৰুৱা বেযা মাইকী বুলি কৈছ—কিন্তু যদুৰামকতো তই বেযা মতা বুলি কোৱা নাই বা সমাজে বেযা মতা বুলি কৈ কিবা শাস্তিৰ ব্যৱস্থা কৰা নাই। তাক তাইৰ ওচৰৰ পৰা অনাৰ ব্যৱস্থা কৰা নাই। নাৰী অৰ্থাৎ মাইকী মানুহৰ জীৱন এতিয়া এনেকুৱাই। লাগিলে মতাটো অফিচাৰেই হওক বা প্ৰফেছাৰেই হওক মাইকীক সদায বস্তু হিচাপে ব্যৱহাৰ কৰেই।

কথাবোৰ চম্পাই কিমান বুজিলে উলুপীযে ধৰিব নোৱাৰিলে আৰু চেষ্টাও নকৰিলে। চম্পাক দেখি উলুপীৰ চম্পাৰ মাজত নিজকে প্ৰতিফলিত হোৱা যেনহে লাগিল। সহজ-সৰল তথাকথিত অশিক্ষিতা দৰিদ্ৰ বাবে চম্পাই নিজৰ মনৰ দুখ লোকক সদৰিকৈ ক'ব পাৰিছে কিন্তু উলুপীযে নোৱাৰে ক'ব। সেইবাবে উলুপীৰ দুখ কষ্ট চম্পাতকৈ বেছি।

আজিকালি মানুহটোৱে মদ খাবলৈ ধৰিলে। নিজৰ বিবেক দংশনৰ পৰা পলাই থাকিবৰ কাৰণেই অনুৰৱে মদ খাইছে। উলুপীৰ নিজকে বৰ দুৰ্ব্বল যেন লাগিল যেন প্ৰতিটো খোজতে সাৱধান নহ'লে বাগৰি পৰিব পাৰে। অনাহকত মাজে মাজে বুকুখনত ঢপঢপনি উঠে। নাৰীৰ জীৱনত ইযাতকৈ অসহ্যকৰ কথা আৰু কিবা থাকিব পাৰে? অকৃপণভাৱে জীৱনৰ সমস্ত এজন পুৰুষে গো-গ্ৰাসে সকলো গ্ৰহণ কৰাৰ পাছতো পৰনাৰীৰ লগত গোপনে কিবা বিচাৰি পূৰ্বৰ সৰ্বস্বদাতাক লঠিযাই যোৱা কাৰ্য্যৰ দৰে কিবা অন্য দুখৰ, যাতনাৰ কথা থাকিব পাৰেনে? এই জীযা জুইতকৈ বৈধব্যও কম যন্ত্ৰণাদাযক হ'লহেঁতেন নে? এই বৈষম্য শব্দটো মনলৈ অহাত উলুপী সঁচা সঁচিকৈ জিকাৰ মাৰি উঠিল। নিজে এইটো কামনা কৰা নাই কিন্তু তুলনাৰে অনুমান এটাহে কৰিছে—নিজকে প্ৰবোধ দিলে উলুপীযে। নাই, কদাপিও উলুপীযে অনুৰৱৰ অনুপস্থিতিৰ কথা ভাবিব নোৱাৰে। থাকক তেওঁ য'ত যেনেকৈ সুখ পাইছে, য'ত তেওঁ নিজৰ বাবে শান্তি বিচাৰি পাইছে তেনেকৈযে লওক।

উলুপীৰ মেলি লোৱা খবৰ কাকতখন কোলাত পৰি গ'ল। আখৰবোৰ নেদেখা হ'ল। যিবোৰ আখৰ দেখে তাৰো অৰ্থ নুবুজাহে যেন হ'ল। আজি

কিছুদিন ধৰি উলুপীয়ে কিতাপো পঢ়িব পৰা নাই। মনে মনে উলুপীৰ মনটো ঔদাস্যই ইমানেই হেঁচা মাৰি ধৰিছে যে ৰিব্‌ৰিব্‌ৰ পৰা আগৰ দৰে টেলিফোন নাপালেও বৰ যেন চিন্তিত নোহোৱা হ'ল। টেলিফোন পোৱাৰ পাছতো উলুপীয়ে নিয়মিতভাৱে প্ৰতি সপ্তাহতে বিৱৰি চিঠি দিয়ে। দীঘল চিঠি দিয়ে। ৰাতি টোপনি খতি নকৰিবলৈ, ভালকৈ নিযমীযাকৈ খোৱা বোৱা কৰিবলৈ বুজাই বুজাই দীঘল চিঠি দিয়ে। আজিকালি সেইটো কথাতো উলুপীৰ এলাহ হ'ল। পুৱা-সন্ধ্যা মাম্পুৰ পঢ়াৰ ওপৰত চকু দিবলৈযো যেন উলুপীৰ ভাগৰ হ'ল। এইটো যেন এটা অপ্ৰয়োজনীয কথা হৈ পৰিল আনকি মাম্পুৱে কি পঢ়িম বুলি সুধিলেও দাবীহে খায। ৰিব্‌ৰিবে্‌ গতানুগতিকভাৱে আগৰদৰে প্ৰতি দেওবাৰে নহ'লেও কেতিযাবা ফোন কৰিলেও “মোৰ ভাল, পইচা পাতি এতিযা আছে জাতীয দুই-এটা যান্ত্ৰিক কথাৰে সামৰি থয। কেতিযাবা উলুপীৰ ল'ৰা-ছোৱালীহালকে বুকুত সুমুৱাই হুকহুকাই কান্দিবলৈ মন যায়। জীৱনৰ একো অৰ্থই নাই বুলি ভাবে। কিন্তু এদিন উলুপীযেই অনুৰৱৰ সৈতে জীৱনটো সম্পূৰ্ণ বুলি ভাবিছিল, চিৰন্তন মৃত্যুকো যেন এই বাবেই প্ৰত্যাহ্বান জনাব বুলিও অযুক্তিকৰ কামনা কৰিছিল।”

অনিচ্ছা সত্ত্বেও উলুপী কলেজলৈ ওলাল। ৰিক্সাখনে বেল দি আছে। কলেজৰ ওচৰত হুলস্থূল। কি হৈছে? কিহৰ গণ্ডগোল? ল'ৰা-ছোৱালীবোৰ ওলাই আহি কিয কলেজৰ গেটত জুম বান্ধি চিঞৰ-বাখৰ কৰিছে? ৰিক্সাৰ পৰা নামি উলুপী লাহে লাহে খোজ কাঢ়ি গ'ল। বাধা দিলে। কলেজত সোমাব নোৱাৰে। ছোৱালী এজনীয়ে য'তে ত'তে মৰা প'ষ্টাৰবোৰলৈ আঙুলিয়াই দিলে। এই প'ষ্টাৰবোৰ ইযাৰ আগতে উলুপীৰ চকুত পৰা নাছিল কিয? নিজৰ মাজতে উলুপী হেৰাই থাকে নেকি আজিকালি।

ভয় আৰু লাজ এটাই যেন উলুপীৰ সৰ্বশৰীৰত গঁড়ৰ খহটা জিভাৰে চেলেকি দিছে—সৰ্ব শৰীৰ যন্ত্ৰণাত কাতৰ হৈ পৰিল। নিজৰ সুন্দৰী অধ্যাপিকা প্ৰেমিকা পত্নী থাকোতেও ৰূপক শৰ্মা নামৰ অধ্যাপকজনে ঘৰত বন কৰা গাভৰু ছোৱালীজনীক গৰ্ভৱতী কৰি সাৰিবৰ উপায় নাপাই যোৱাৰাতি কেৰাচিন তেল ঢালি জুই লগাই মাৰিলে। সঁচানে?

জুম বন্ধা অধ্যাপক-অধ্যাপিকা সকলৰ মাজত ঘটনাটো পাকঘূৰণি খাই ঘূৰিবলৈ ধৰিলে। জুই লগাই মৰা দুখীয়া গাভৰুজনী এজনী নাৰী। অসহায়া। আচৰিত কথাটো কি তাইক জুই লগাই মৰাত আগভাগ লৈ সক্ৰিয় সহযোগিতা আগবঢ়াইছিল ৰূপক শৰ্মাৰ অধ্যাপিকা পত্নী ৰুণুবাণীয়ে। নিজেও একে নাৰী হৈ

অন্য এক নিঃস্ব নিসহায়া নাৰীৰ ওপৰত মৃত্যুদান দিলে। কিয় তোমাক সন্তুষ্ট নোহোৱা তোমাৰ প্ৰেমিক লম্পট স্বামীৰ গাত তেল ঢালি তুমি কিয় জুই লগাই নামাৰিলা? হুলস্থূলৰ মাজতে ক'ব নোৱাৰাকৈযেই উলুপীৰ মনলৈ এই ভাবটো সোমাই আহিল। পুৰুষৰ বাবে যৌনতাই সকলো নেকি? যৌনসামগ্ৰী হিচাপে ব্যৱহাৰ কৰা সেই বনকৰা ছোৱালীজনীক কামনা পূৰণৰ সময়তটো কেতিয়াও এই ৰূপত ভবা নাছিল মানুহটোৱে। তেনেহ'লে এজন তথাকথিত শিক্ষিত পুৰুষ হৈ ল'ৰা-ছোৱালী আৰু সুন্দৰী প্ৰেয়সী পত্নী থকাৰ পাছতো কেনেকৈ ইমান নিৰ্ম্মম হ'ব পাৰে।

আজিৰ তাৰিখত অধ্যাপকৰে যেতিয়া এই অৱস্থা তেনে ক্ষেত্ৰত যুৱক-যুৱতীয়ে কিয় যৌন উশৃংখলতা নেদেখুৱাব? ছাত্ৰ-ছাত্ৰীসকলে এইজন অধ্যাপকক গ্ৰেপ্তাৰ কৰাৰ দাবী তুলিছে। এই অধ্যাপকক কলেজৰ পৰা বৰ্খাস্ত কৰাৰ দাবী কৰিছে। উলুপীৰ আকৌ বেয়া লাগিল তেওঁৰ পত্নী ৰুণুবাণীলৈ। নিজৰ স্বামীৰ কলঙ্কৰ বাবে মানুহজনীয়ে কেনেকৈ নিজৰ মুখ উলিযাব? যিজনী ছোৱালীক যৌন সম্ভোগৰ অন্তত পেলাই দিয়া কল বাকলি এটাতকৈযো বেছি নিষ্ঠুৰভাৱে নিজৰ কলঙ্ক ঢাকিবৰ কাৰণে পুৰি মাৰিলে তাইৰোতো মাক-বাপেক, বাই-ভনী, ভাই-ককাই আছিল। নলবাৰীৰ পৰা চাৰিশ কিলোমিটাৰ দূৰত কমটো দুখতনো তাইক লোকৰ ঘৰত চাকৰ কৰি ৰাখিছিলনে মাক-বাপেকহালে! তাইৰো চাগৈ কোনোবা প্ৰেমিক আছিল। তাযো চাগৈ সেই প্ৰেমিকৰ সৈতে এখন সুখৰ সৰু সংসাৰ যাপন কৰাৰ কথা ভাবিছিল। নিষ্ঠাৰে তাই লোকৰ ঘৰত চুৱা ধুইছিল, লেতেৰা কাপোৰ কানি ধুইছিল। তাই নিজক কামুক মালিকৰ পৰা ৰক্ষা কৰিবলৈ নীৰৱে সমৰ চলাইছিল। হয়তো তাই এই কথা ৰূপক শৰ্মাৰ পত্নী অৰ্থাৎ তাইৰ মালিকনীক জনাইছিল। পৃথিৱীৰ প্ৰায সকলো নাৰীযেই নিজৰ স্বামীকে আটাইতকৈ সৎ আৰু সুপুৰুষ বুলি ভাবি ছোৱালীজনীকহে ককৰ্থনা কৰিছিল, অত্যাচাৰ কৰিছিল। কোনে জানে কিজানি তাই অন্যফালৰ পৰা গৰ্ভধাৰণ কৰি মানুহটোক জড়িত কৰি নিৰাপদে বাচি থাকিবলৈ চেষ্টা কৰিছে বুলি ভাবিয়েই তাইৰ গাত তেল ঢালি জ্বলাই দিয়াৰ দৰে প্ৰতিশোধ লৈছিল। দুখীযা হ'লেওতো তাই ৰুণুবাণীৰ দৰে এজনী নাৰী। তাইৰো মাক-বাপেক আছে। সমাজত বৰ্তমান নাৰীযেই নাৰীৰ প্ৰধান শত্ৰু।

নাই, উলুপীয়ে কথাবোৰ আৰু ভাবিব নোৱাৰিলে। তেওঁৰ মূৰ ঘূৰোৱাৰ দৰে লাগিল। কথাবোৰ-হে যোৱা ঘটনাবোৰ নিজৰ জীৱনৰ দৰেই লাগিল।

ওচৰৰ লাইটৰ খুটাটোত ধৰি উলুপীয়ে ডিঙি মেলি ৰাস্তাটোলৈ চালে। এখন ৰিক্সা লাগে নহ'লে এনেদৰে বৈ থাকিলে মানুহজনী বাগৰি পৰিব পাৰে। অনুৰৰলৈ মনত পৰাত উলুপীৰ বুকুখনত ঢুক ঢুক শব্দ এটা হ'বলৈ ধৰিলে।

## ।। ন।।

উলুপীয়ে মানসিক যন্ত্ৰণাৰ পৰা কিছু সকাহ পাবৰ কাৰণে মুকলিকৈয়ে অনুৰৱক কথাবোৰ আকৌ এবাৰ সুধিবলৈ মনে প্ৰাণে সাজু হৈ থাকোতেও অনুৰৱ নোলালহি। ছাৰে-দহ বজাত ভাতৰ পাতত বহি এনেয়ে উঠি গৈ উলুপী বিছনাত পৰিলগৈ। মাম্পুৰ টোপনি। উলুপীৰ টোপনি অহা নাছিল।

টেলিফোনৰ শব্দত খকামকাকৈ উলুপীয়ে সাৰ পাই বিছনাৰ পৰা নামিলে। বাৰ বাজিছে। ৰিচিভাৰটো ধৰিহে পিছলৈ ঘূৰি চাই দেখিলে অনুৰৱো উঠি আহিছে। হয়তো চিলমিলকৈ টোপনি অহাত অনুৰৱ কেতিয়া ঘৰ সোমাই শুইছিল উলুপীয়ে গম পোৱা নাছিল। অনুৰৱ নাই অহা বুলি ভাবিহে টেলিফোনৰ মাত শুনি তৰা-নৰা ছিঙি উলুপী টেলিফোনৰ ওচৰলৈ আহিছিল। আজিকালি মানুহজনী প্ৰতিটো মুহূৰ্ততেই শঙ্কিতা হৈ থাকে—যেন কিবা বেয়া খবৰহে পাব।

— কওক কোনে কৈছে। উলুপীয়ে ক'লে।

— অনুৰৱ ঠাকুৰক লাগে।" নাৰীকণ্ঠত উলুপীৰ টিঙিচকৈ খং উঠিল।

— কে'লৈই মাজৰাতিখন অনুৰৱ ঠাকুৰক? টান মাতেৰে ক'লে। কৈ' শেষ নকৰিলেই সাউৎকৈ আহি মানুহজনীৰ হাতৰ পৰা ৰিচিভাৰটো লৈ' অনুৰৱে ক'লে—হেল্ল' মই কৈছো।

— ওঁ, হ'ব, নক'লা যে, ইমাননো পাহৰানে? আহিব কেতিয়া বুলি অনুৰৱে ঘৈণীয়েকলৈ চালে। বাঘৰ দৰে টটকৈ উলুপীয়ে অনুৰৱলৈ চাই আছে। অনুৰৱৰ ভয় লাগিল।

—"ওঁ নাই ভয় লাগিল পাৰ্টী এটা আছিল—এঘাৰ বজাতহে সোমাইছোহি.. টোপনি অহাই নাছিল হ'ব হ'ব হ'ব, হ'ব থেঙ্ক ইউ।" সিফালৰ নাৰী কণ্ঠৰ কথা বতৰাবোৰ উলুপীয়ে প্ৰায় স্পষ্টভাবেই শুনিছিল। শেষত বহুত 'কিছু' দিছে যিটোৰ বাবে অনুৰৱে ধন্যবাদ জনালে।

— বহুত চুমা পালা যেতিয়া এতিয়া শান্তিত শুব পাৰা।" উলুপীৰ কথাষাৰ কাণ নিদি অনুৰৱে গাৰ কাষেদিয়েই পাৰ হৈ যাব বিচাৰিছিল উলুপীয়ে আগভেটি ধৰিলে।

— মাজনিশাখন ডিষ্টাৰ্ব নকৰিবা আঁতৰি যোৱা অসভ্য ক'ৰবাৰ।

— অসভ্য।

— বহুত কাৰণত মোৰ অফিচৰ মানুহেও ৰাতি টেলিফোনত বিচাৰিব পাৰে মাজনিশাখন কিয় লাগে বুলি তুমি কৈফিয়ৎ বিচাৰিবলৈ কোন? অনুৰৱে খঙেৰে ক'লে।

— তেনেহ'লে অফিচৰ মানুহৰ পৰা বহুত চুমা পাই আহাঁ বাবেহে—

— চুপ, কথা ন'কবা।

— কিয় নক'ম। লাজ নালাগে এই বয়সত গাভৰু জীয়েক থাকোতে পৰস্ত্ৰীৰ লগত গোপনে অবৈধ সম্পৰ্ক কৰিবলৈ?

— মুখত কণ্ট্ৰল ৰাখি কথা ক'বা—মই বহুত সহ্য কৰিছো।

— মই মুখত কণ্ট্ৰল ৰাখিব লাগে—মই নাৰী, কিন্তু তুমি পুৰুষ নহয়, পৰস্ত্ৰীৰ লগত অবৈধ গোপন অভিসাৰ বুলি কথাষাৰ শেষ কৰিবলৈ নাপালেই অনুৰৱে উলুপীৰ গালত পূৰ্ণহতীয়া চৰ এটা শোধাই দিলে। এই পৰিস্থিতিৰ বাবে উলুপী অকণো সাজু নাছিল বাবে থৰমৰ খাই মানুহজনী চোফাখনতে পৰি গ'ল। সাউৎকৈ অনুৰৱ নিজৰ কোঠাত সোমাই ভিতৰফালৰ পৰা দুৱাৰত হুক লগাই দিলে।

উলুপীৰ কান্দোন ওলাই অহা নাই। চকুৰে আন্ধাৰ দেখিলে। শুকান গছ পাতৰ ওপৰত খোজ দিলে মুৰমুৰকৈ শব্দ কৰি পাতবোৰ গুৰি হৈ যোৱাৰ দৰে যেন মানুহজনীৰ বুকুখন গুৰি হৈ গৈছে শব্দ কৰি। যোৱা চৌবিশ বছৰৰ ভিতৰত এই প্ৰথমবাৰৰ বাবে অনুৰৱে চৰ মাৰিলে। বিশ্ববিদ্যালয়ত পঢ়া এজনী ছোৱালীৰ মাতৃ হৈ পঞ্চলিশ বছৰীয়া অধ্যাপিকা এগৰাকীযে তেওঁৰেই প্ৰেমিক স্বামীৰ হাতৰ চৰ খাবলগীয়া হৈছে মাজনিশা। তেওঁৰ অপৰাধ হ'ল যে স্বামীৰ গোপন পৰস্ত্ৰীৰ প্ৰণয়ৰ কথাৰ মুকলিকৈ প্ৰতিবাদ কৰাটো। এইজন মানুহকে পাবৰ কাৰণে চৌবিশ বছৰৰ আগতে ঘৰ-দুৱাৰ সকলো এৰি গুচি আহিছিল।

উলুপীৰ খং উঠিল। কোব খোৱা সাপৰ দৰে উলুপী জাঙুৰ খাই উঠিল। ঘপহকৈ বহাৰ পৰা উঠি মানুহজনীযে অনুৰৱে বন্ধ কৰি দিয়া দুৱাৰখনত প্ৰথমে ঢকিয়াবলৈ ধৰিলে, ভুকুৱাবলৈ ধৰিলে আৰু শেষত কলেজৰ পিতলৰ ঘণ্টাটোত

মাৰিৰে কোবোৱাৰ দৰে নিজৰ মূৰেৰে কোবাবলৈ ধৰিলে। চিঞৰৰ মাৰি মাম্পু উঠি আহি মাকক গবা মাৰি ধৰিলে। উলুপীয়ে চোৱা নাই, মুখেৰে কি কৈছে ক'ব নোৱাৰে কিন্তু মূৰেৰে বন্ধ দুৱাৰখনত খুন্দিযাবলৈ ধৰিলে। মাকৰ সেই ৰূপ দেখি প্ৰথমে মাম্পুৱে ভয় খাইছিল যদিও পিছত কঁকালত ধৰি মাকক টানিবলৈ ধৰিলে কান্দি কান্দি। হঠাতে যেন মানুহজনী হিন্দী চিনেমাৰ অতি বাস্তৱ ঘটনাৰ দৰে বলিযাহে হৈ গ'ল। তাৰ পাছত একোবত মাম্পুক গবা মাৰি ধৰি মানুহজনী লাহে লাহে ঘাপ মাৰি দিয়া কলগছ এজোপাৰ দৰে হাউলি মজিযাত কাৰ্পেটৰ ওপৰত বাগৰি পৰিল। মাকক গবা মাৰি ধৰি মাম্পুৱে প্ৰাণটাকি বাপেকক চিঞৰিবলৈ ধৰিলে।

একোকে নোখোৱা নোবোৱাকৈয়ে অনুৰৱ অফিচলৈ ওলাই গ'ল। মাম্পুৱেও একো খাব খোজা নাছিল যদিও মাকৰ চকুলৈ চাই সি ভয খালে। ভয়ে ভয়ে বৰ কষ্টেৰে ভাত খাই সি স্কুললৈ গ'ল। উলুপীয়ে একো খোৱাও নাই আৰু একো কোৱাও নাই। মূৰটো ফাটি যাওঁ ফাটি যাওঁকৈ বিষাইছে। মূৰৰ ভিতৰতো বিষ আৰু বাহিৰতো বিষ। কলেজলৈ নোযোৱাৰ সিদ্ধান্ত কৰি উলুপী চোফাখনত বহি আছে। জুনুৱে যথাসময়ত আহি বাইদেউৰ মুখলৈ চাই একোকে ক'বলৈ সাহস নকৰি নিজৰ কামত ধৰিছে। পুৱা ৯ বজাৰ পৰা আবেলি চাৰিবজালৈকে জুৰি থাকে। কামখিনি কৰি আবেলি যাযগৈ। আজি তাইৰো মুখত মাত নাই, গান নাই। তাই আহি গেটখন খুলিবলৈ খোজোতেই ওচৰৰ পূৰ্ণিমা দাস আহি ভয়ে ভয়ে চাৰিওফালে চাই জুনুক ক'লে। "কালি ৰাতি ছাৰ আৰু বাইদেউৰ কাজিযা লাগিছে। আমাৰহে কাজিয়া লাগে কিন্তু ইমান শিক্ষিত ধনী মানুহৰো যে ৰাতি কাজিয়া লাগে আচৰিত।" জুনুৱে একোকে নক'লে। তাই মনে মনে বাইদেউৰ মুখলৈ চাই ভয় খালে বাইদেউৰ এই ৰূপ, এই চেহেৰা যোৱা তিনিবছৰে দেখা নাই। তাইৰ মতে পৃথিৱীত এই ছাৰ-বাইদেউৰ নিচিনা ভাল মানুহেই নাই। কিন্তু কি হ'ল?

অস্পষ্টভাৱে স্পষ্টকৈ শুনা ৰাতিৰ টেলিফোনৰ কথাবোৰে উলুপীৰ মনৰ ভিতৰত বজাৰৰ কোলাহল সৃষ্টি কৰিছে। আজি সেই মহিলাৰ স্বামী নাথাকে-চৰকাৰী কামত চাৰি দিনৰ বাবে গুৱাহাটীলৈ যাব। পৰস্বামী তেওঁৰ প্ৰেমিকক আজি ৰাতিৰ বাবে আহ্বান কৰিছে। অনুৰৱে সেই আহ্বান গ্ৰহণ কৰিছে। প্ৰথমবাৰৰ বাবে আজি উলুপীয়ে অনুৰৱৰ মুখলৈ চোৱা নাছিল। আৰু সেইদৰেই অনুৰৱ ওলাই গুচি গ'ল। খোৱা বোৱা নাই। ৰাতিৰ নতুন আমন্ত্ৰণৰ বাবে হয়তো খোৱা

বোৱাৰ কথা পাহৰিয়েই গ'ল বা লঘোণ ভোকে একেবাৰেই আজি অনুৰৱক পীড়া দিব নোৱাৰে।

চুই দিয়া কেঁচুসাপ এডালৰ দৰে উলুপীৰ মনৰ মাজত কিছুমান কথাই পকাবলৈ ধৰিলে। অনুৰৱ একেবাৰে হেৰাই গ'ল। ক'বলৈ গ'লে অনুৰৱৰ মৃত্যুৱেই হ'ল। কেৱল ছাঁয়া এটাহে ঘৰখনত আছে অনুৰৱৰ।

উলুপী দৃঢ হ'ল। এটা সিদ্ধান্তত উপনীত হ'ব পৰাত উলুপীৰ যেন মূৰৰ আৰু বুকুৰ বিষটো ক্ৰমে কমি গ'ল—লাহে লাহে।

।। দহ ।।

উলুপীয়ে স্থিৰভাৱে সিদ্ধান্ত ল'লে জুইৰ তাপত দগ্ধ হৈ থকাতকৈ হয় জুইকুৰা নুমাব লাগে নহয় এবাৰেই জাপ দি যাহ যাব লাগে। বহাৰ পৰা উঠি গৈ সাধাৰণ শাৰী এখনকে সলাই ল'লে। কিবা ভাবি কলেজলৈ যোৱাৰ দৰেই সাজপাৰ কৰি ল'লে। টেলিফোনটো বাজিলত চোতালৰ পৰা ঘূৰি আহি ধৰিলেহি,

— ধৰিছো, কোনে কৈছে?

— মা ঃ মোৰ পৰীক্ষা এইবাৰ বেয়া হ'ব। ঘৰৰ পৰা অহাৰ পাছত মই একেবাৰে পঢ়িব পৰা নাই। পৰীক্ষা বেয়া হ'ব। আৰু তোমালোকে মাম্পুকো ক'ৰবাৰ হোষ্টেলত থৈ দিয়া। তাত থাকিলে মাম্পু পাগল হৈ যাব। সেইখন এতিয়া মানুহ থকা ঘৰ হৈ থকা নাই নহয় তাত ভূত-প্ৰেতহে থাকিব পাৰিব। থৈছো বুলি ৰিব্ৰিবে টেলিফোন এৰিলে। উলুপী কিছুপৰ ঠাইতে পুতি থৈ যোৱা কল পুলিটোৰ দৰে থৰ হৈ ৰ'ল। স্কুললৈ যাওঁতে মাম্পুৱে পি চি অ'ৰ পৰা বায়েকলৈ ফোন কৰিলে। ৰিব্ৰিব্ৰ পৰীক্ষা বেয়া হ'ব। প্ৰিভিয়াছত তাই চৌষষ্ঠি শতাংশ পাইছিল। কেমেষ্ট্ৰীত নম্বৰ পোৱাই টান তথাপিও ফাইনেলত তাই আৰু তুলিব পাৰিম বুলি প্ৰতিজ্ঞাবদ্ধ হৈছিল। তাইৰ দৃঢ়তাই তাইৰ প্ৰতিজ্ঞা ৰক্ষা কৰাত সদায় সহায় কৰি আহিছে।

গাড়ীখনকে নিব নেকি ভাবিলে যদিও এনেকুৱা মানসিক অৱস্থাত গাড়ী চলাব নোৱাৰিব বুলি ভাবি ৰিক্সাতে যোৱাৰ কথা ভাবিলে।

দামী পৰ্দাখনৰ ওচৰত বৈ' উলুপীৰ যেন ভৰি দুটা কিছু কঁপিছে, ডিঙিটো সেকা পাপৰৰ দৰে খৰখৰিয়া হৈছে—তেনে এটা অনুভব হ'ল।

— আহক। মানুহজনীয়ে উলুপীক মাতিলে যদিও উলুপীক দেখি ভয় খালে তেওঁৰ মুখ চকুত প্ৰকাশ হ'ল। চোফাখনত বহি উলুপীৰ ধাৰণা হ'ল যেন এইটো ড্ৰয়িংৰূম নহয় দামী আচবাব পত্ৰৰ এক প্ৰদৰ্শনী কক্ষহে।

— আপুনি মোক চিনি পাইছে নহয়।

পাইছো। কিছুপৰ দুয়ো নীৰৱ হ'ল যেন মঞ্চৰ ওপৰত হঠাতে বচন পাহৰি গৈহে নীৰৱ হৈছে।

— মোৰ সংসাৰখন বৰ সুখৰ আছিল। উলুপীয়ে ক'লে যদিও শ্ৰোতা মহিলা গৰাকীয়ে একো উত্তৰ নিদিলে।

— আপুনি মোৰ সৰু সুখৰ সংসাৰখনত জুই লগাই দিলে।

— মই ফৰিদা বেগম যেন ফেঁট তোলা এক ফেঁটীসাপহে। মই।

— আচৰিত হোৱাৰ ভাও ধৰিছে কিয় স্বীকাৰ কৰি লওক।

— যদি সেয়ে হয আপোনাৰ সংসাৰখনো ইমান কনকনিযা শুকান হৈ আছিলনে যে কোনোবাই জুই লগালেই দপ্‌দপ্‌কৈ জ্বলি যাব। ফৰিদাৰ চাতুৰ্য্যপূৰ্ণ শ্লেষাত্মক কথাত উলুপী স্তম্ভিত হ'ল আৰু উলুপীক ঠগ দি ভিতৰৰ পৰা কান্দোন এটা ওলাই আহিল। ফৰিদাই ভয় খালে। কান্দি কান্দি উলুপীয়ে ক'লে—

— আপুনিও এগৰাকী নাৰী। নাৰী হৈ আপুনি অন্য নাৰীৰ হৃদয় বেদনা অনুভূতি এজন পুৰুষতকৈ ভালকৈ বুজিব পাৰিব। যোৱা দহমাহে মই কেনেকৈ কটাইছো—বুলি উলুপীয়ে কথা ক'ব নোৱাৰা হ'ল। বহুত চেষ্টা কৰি আকৌ ক'বলৈ যত্ন কৰিলে,—আজি ছোৱালীয়ে ফোন কৰিছে বোলে এইখন ঘৰ হৈ থকা নাই . । উলুপীৰ কান্দোন বাঢি গ'ল। খুব কষ্টেৰে কান্দোনটো গিলি উলুপীয়ে ক'লে, "মই হাতযোৰ কৰি আপোনাৰ ওচৰত আজি এটা ভিক্ষা বিচাৰিছো— মোক মোৰ অনুৰৱক ঘূৰাই দিয়ক"—মই আপোনাক ভিক্ষা বিচাৰিছো—মোক বিমুখ নকৰিব, মোক মোৰ অনুৰৱক ঘূৰাই দিয়ক—মই ভিক্ষা বুলি উলুপীয়ে ফৰিদা বেগমৰ হাত দুটাত ধৰি নিজৰ ঢপঢপনি উঠি থকা বুকুখনত হেঁচা মাৰি ধৰিলে। তাৰ পাছত উলুপী ওলাই আহিল। বেদীত স্থাপন কৰা জড়মূৰ্ত্তিৰ দৰে ফৰিদা বেগম বহাতে বহি থাকিল।

বুকুৰ ওপৰত দি থোৱা শিল এটাহে যেন কোনোবাই কষ্ট কৰি আঁতৰাই দিলে ফৰিদাৰ ঘৰৰ পৰা ঘূৰি আহি বিছনা পাৰি থাকি উলুপীৰ তেনে লাগিল।

আঠবজাত মাম্পুক ভাত খুৱাই শুৱাই দিলে। অনুৰৱৰ মুখলৈ চাই উলুপীও

বহি আছে। অনুৰৱে এবাৰো উলুপীলৈ চোৱা নাই। মানুহটো যেন বহাৰ পৰা উঠিবলৈকে শক্তি নাই। ন বজাৰ লগে লগেই অনুৰৱ বহাৰ পৰা উঠিল। হঠাতে গাড়ীৰ চাবি লৈ গেৰেজলৈ গ'ল। ফৰিদাই কালি ফোনত ন বজাত মাতিছিল। ন বজাটোহে অনুৰৱৰ চকুৰ আগত। উলুপী থিয় হ'ল। অনুৰৱক আগচি ধৰি ক'লে "তুমি কেনি যোৱা এই ৰাতিখন?"

— চাওঁ দিগদাৰ নকৰিবা, যাবলৈ দিয়া কাম আছে।

— নাই, মই তোমাক আজি ফৰিদা বেগমৰ তালৈ যাবলৈ নিদিওঁ। তুমি যাব নোৱাৰা।

— মোৰ ক'ৰবালৈ অহাযোৱাত হকা-বধা নকৰিবা, মই কৈ দিলো।—নাই, তুমি যাব নোৱাৰা, আৰু যদি যোৱা মোৰ ওচৰলৈ আৰু ঘূৰি নাহিবা।" উলুপীয়ে বেদনাসিক্ত অথচ টান মাতেৰে ক'লে আৰু হাত মেলি অনুৰৱক আগচি ধৰিলে। উলুপীক ঠেলা মাৰি অনুৰৱ ফোঁ ফোৱাই গুচি গ'ল। লাইটৰ খুঁটাটোৰ দৰে উলুপী থৰ লাগিল। তাৰ পাছত উলুপীয়ে দুৱাৰখন ভিতৰফালৰ পৰা হুক লগাই দি চোফাখনত বাগৰি কান্দিবলৈ ধৰিলে।

বৰ সাৱধানে গাড়ীৰ দৰ্জ্জাখিন বন্ধ কৰি ল'ক কৰিলে অনুৰৱে। তাৰ পাছত লাহেকৈ গৈ পৰম উৎসাহেৰে ফৰিদা বেগমৰ ঘৰৰ দুৱাৰত টোকৰ দিলে। ঠিক এইকণ সময়ো যেন ৰ'বলৈ ধৈৰ্য নাই অনুৰৱৰ, তেওঁ অস্থিৰ হৈ পৰিল। তেওঁ আকৌ বন্ধ দুৱাৰত টোকৰ দিলে। নাই দুৱাৰ খোল নাখায় আৰু অনুৰৱে মন কৰিলে ভিতৰত জ্বলি থকা ভেণ্টিলেটৰৰ আয়নাৰ মাজেদি পোহৰ সৰকি অহা ডিম লাইটটোও নুমাই গ'ল। অধৈৰ্য্য হৈ অনুৰৱে চেপা মাতেৰে মাতিলে "ফৰিদা, দুৱাৰ খোলা, মই আহিছো—দুৱাৰ খোলা।" নাই ভিতৰৰ পৰা কোনো সঁহাৰি নাই। অনুৰৱে এইবাৰ দুৱাৰত অলপ ডাঙৰ শব্দ কৰিয়েই ঢকিয়ালে আৰু মাতিলে। তাতোতকৈ ডাঙৰ শব্দ কৰিবলৈ সাহস নহ'ল ওচৰ চুবুৰীয়াই শুনে বুলি। অনুৰৱে যেন সকলো পাহৰি গ'ল। তেওঁ আকৌ দুৱাৰত ঢকিয়াই ফৰিদাক চিঞৰিলে ক'লে, তুমি কালি মাতিছিলা বাবেহে আহিছো—দুৱাৰ খোলা, ফৰিদা দুৱাৰ খোলা নহ'লে মই তোমাৰ দুৱাৰত মূৰ খুন্দিয়াই খুন্দিয়াই মৰি যাম, দুৱাৰ খোলা ফৰিদা--মোৰ জানমণি দুৱাৰ খোলা ফৰিদা দুৱাৰ খোলা। এইবাৰ অনুৰৱ উদ্‌ভ্ৰান্ত হৈ পিছফালৰ দুৱাৰত, বাথৰুমৰ দুৱাৰত খুন্দিয়াবলৈ ধৰিলে, দুৱাৰ খোলা। নাই, কোনো সঁহাৰি নাই। বিছনাত উবুৰি হৈ পৰি ভিতৰত গাৰুটো কামোৰ মাৰি ধৰি ফৰিদাই শব্দ নোহোৱাকৈ কান্দিছে,—মাথো কান্দিছে।

কঁকালত মাৰ মাৰি দিয়া বলিয়া কুকুৰ এটাৰ খোজেৰে অৱশেষত অনুৰৰ ওলাই আহিল। গাড়ীৰ ছীটত কিছুপৰ বহি অনুৰৰে ভাবিলে আৰু চকুৰে আন্ধাৰ দেখিলে। হঠাতে বেয়া ভয়লগা সপোন এটা দেখি সাৰ পালে শিশুৱে যেনেকৈ ওচৰত শুই থকা মাকক গাৰ জোৰেৰে গবা মাৰি ধৰে ঠিক তেনেকৈ অনুৰৰো এতিয়া উলুপীক সাৱটি ধৰিবলৈ মন গ'ল, ভয় খাইছে অনুৰৰে। তেওঁ চোতালত গাড়ীখন ৰাখি দৌৰি গৈ নিজৰ ঘৰৰ দুৱাৰত খুন্দিয়ালে। "উলুপী দুৱাৰ খোলা। দুৱাৰ—দুৱাৰ খোলা উলুপী মই ঘূৰি আহিছো। দুৱাৰ খোলা উলুপী মই ঘূৰি আহিছো" বুলি পাগল মানুহ এটাৰ দৰে অনুৰৰে ঘৰৰ বন্ধ দুৱাৰত শেষত মূৰেৰে খুন্দিয়াবলৈ ধৰিলে ঢমৰ ঢমৰ ঢমৰ।

লম্বভাৱে বন্ধ দুৱাৰখনত পিঠি দি উলুপী ভিতৰত থিয় হৈ আছে। অনুৰৰৰ দুৱাৰত মৰা প্ৰতিটো মূৰৰ খুন্দাই উলুপীৰ গাটো জোকাৰি পেলাইছে। খুন্দাত যদি দুৱাৰৰ চিট্‌কানি এৰাই যায় হামখুৰি খাই পকা মজিয়াত উলুপী বাগৰি পৰিব।

নিৰন্তৰে অনুৰৰে দুৱাৰত মূৰ খুন্দিয়াইছে।



# উত্তৰে গাজিছে

শেহ নিশা মোৰ ল'ৰাটো মৰিল। মৰাৰ কুৰি মিনিটমান আগলৈকে মোৰ ল'ৰাটোৱে কথা কৈ আছিল। অৱশ্যে সি সেহাই সেহাইহে কথা ক'ব পাৰিছিল। তথাপিও সি কথা কৈ আছিল। মই তাৰ মূৰ আৰু বুকুত হাত দুটা থৈ বহি আছিলো গাৰ কাষতে। সি তাৰ সোঁহাতখন যেনে-তেনে দাঙি মোৰ গলধনত ধৰিলে আৰু মোৰ মূৰটো হলাই নিয়াৰ চেষ্টা কৰিলে। মই মোৰ মূৰটো তাৰ মুখৰ ওচৰলৈ নমাই নিলো। সি মোৰ ডিঙিটোত ধৰিয়েই সেহাই সেহাই ক'লে,— মা, মোৰ কেন্সাৰ হোৱা নাই। সিহঁতে এনেয়েই মোৰ কেন্সাৰ হৈছে বুলি কৈছে। মোক পেটত গুৰিয়াই গুৰিয়াই, গচকি গচকি মোৰ নাডী-ভুঁৰুবোৰ ছিঙি দিলে। সিহঁতৰ গোৰত মোৰ লিভাৰ ।' সি কথা ক'ব পৰা নাছিল, উশাহ ঘন ঘন হৈছিল। তথাপিও বহুত চেষ্টা কৰি পকা অমৰাৰ ৰঙৰ দৰে তাৰ ঘোলা চকু দুটা মোৰ চকুত থৈ আকৌ ক'লে,—'মই নমৰো মা। মোৰ বহুত কাম আছে। তুমিও অকলশৰীয়া হৈ যাবা নহয়, মই নমৰো।' সি আৰু কথা ক'ব নোৱাৰিলে। তাৰ অলপ পাছতে অৰ্থাৎ শেহ নিশা সি মৰিল। সি মানে মোৰ ল'ৰাটো । শেহ নিশা মোৰ ল'ৰাটো মৰিল। তাক সৰুৰেপৰাই মই জানটো বুলি মাতিছিলো।

মই তাৰ বুকু আৰু মূৰটো মোহাৰি আছো। ব্ৰজেনে ক'লে,—ক'লেমানে পুৰাকৈ ক'ব নোৱাৰিলে যদিও শব্দকেইটামানে ক'লে,—ববৌ, ববৌ দিবাকৰ, দিবাকৰ'—বুলি সি মুখ ঘূৰাই কান্দিবলৈ ধৰিলে। মই ব্ৰজেনলৈ চালো, ব্ৰজেনে কান্দিছে। ৰুমা, আইজনী, জোনাৰ মাক, আইধান, বিলি, সীমাহঁতে হুকহুকাই কান্দিছে। কোঠাটোতে নহয় ঘৰটোত—আমাৰ সৰু ঘৰটোত, চোতালত তেতিয়াও বহুত মানুহ আছিল। শেহ নিশাও বহুত মানুহ আছিল। সকলোৱে হুমুনিয়াহ কাঢ়িলে আৰু ইচ্ ইচ্ আচ্ আচ্ কৰিলে। ঘূৰ্ণিবতাহত ধূলি-বালি, শুকান গছপাত একে ঠাইতে ঘূৰি থকাৰ দৰে যেন সেই মানুহবোৰৰ কান্দোন, হুমুনিয়াহ আৰু ইচ্ ইচবোৰ মোৰ চাৰিওফালে ঘূৰিব লাগিছে। মই একোবাৰ

কান্দি থকাবোৰলৈ চাইছো। আৰু 'ইচ্ ইচ্' কৰাবোৰলৈ চাইছো। তাৰ পাছত মোৰ ল'ৰাটো অৰ্থাৎ দিবাকৰৰ আধামেল খাই থকা শুকান চকুহাল লাগি থকা কুঁহিয়াৰণিত বান্দৰক ভয় খুৱাবলৈ সঁচা-সঁচি বান্দৰ এটাক যে মাৰি ওলোমাই থয় আৰু ৰ'দত শুকাই শুকাই সেই বান্দৰটোৰ যি চেহেৰা হয় তেনেকুৱা শুকান চেহেৰাৰ মুখখনলৈ চাই আছো। দিবাকৰ ল'ৰাটো তেনেই শুকাই গ'ল। ছালখনেৰেহে যেন তাৰ হাড়ৰ জঁকাটো ঘেৰাই ঢাকি থৈছে। কিন্তু কি আচৰিত তাৰ পেটটো শুৰ ভৰাবলৈ অনা কলহটোৰ দৰে ফুলি ডাঙৰ হৈ আছিল। অলপ পৰৰ আগলৈকে প্ৰতিটো উশাহত তাৰ গাৰ ওপৰত দি থোৱা কাপোৰখন পেটৰ ওপৰত দ'ম হৈ উঠা-নমা কৰিছিল। যেতিয়াই কাপোৰখন অৰ্থাৎ তাৰ ফুলা পেটটো উঠা-নমা নকৰা হ'ল তেতিয়াহে মানুহবোৰে ক'লে। কোৱা নাই হুমুনিয়াহ ছাৰিলে। কমাইঁতে তেতিয়াহে হুকহুকাই কান্দিবলৈ ধৰিলে। মোৰ আকৌ এইকেইদিনত ধাৰণা এটা হ'ল যে দিবাকৰৰ গাৰ সকলো তেজ পানী মণ্ডহ গৈ পেটটোত গোট খালেগৈ আৰু সেইবাবেই পেটটো ফুলি আছে। মই তেনে ভবাৰ কাৰণো আছে নহয়, কিয় দিবাকৰে যোৱা বাৰদিন সেই একেখিনি কথাকে ক'লে বোলে মোৰ কেল্লাৰ হোৱা নাই মা, সিহঁতে মোক গচকি গচকি, গুৰিয়াই গুৰিয়াই, মৰিয়াই মৰিয়াই মঙহবোৰটো পিঠা কৰিলেই পেটৰ নাড়ী-ভুঁৰুবোৰো ছিঙি পেলালে। সেই কাৰণেহে মই ভাবিছো যে গা কি গচকি দিবাকৰৰ তেজ মঙহবোৰ পেটলৈ নিলে। শেহ নিশা অৰ্থাৎ অলপ আগতে মোৰ ল'ৰাটো দিবাকৰ মৰিল।

মোৰ ল'ৰাটো যে আজি মৰিব মানুহবোৰে জানিছিল নেকি? দিবাকৰক পুলিচে গুৱাহাটীত ধৰাৰেপৰা লুকাই-চুৰকৈ মোৰ ওচৰলৈ মানুহবোৰ আহিছিল। চোতালত মেলি থোৱা ধানবোৰ, পাৰ, কাউৰী, শালিকাই জাকপাতি পৰি খাই থাকোতে গৃহস্থ ওলাই গ'লে যেনেকৈ জাকি মাৰি উৰি গৈ ঘৰৰ চালত বা গছৰ ডালত পৰি তললৈ চাই থাকে তেনেকৈ দিবাকৰক পুলিচে ধৰাৰপৰা মোৰ ওচৰলৈ খবৰ কৰিবলৈ অহা মানুহবোৰ পুলিচৰ গাড়ী অহাৰ শব্দ শুনিলেই ফৰিং ছিটিকা দি কোনোবাটো হয়তো জেওৰাৰ সিপাৰে, কোনোবাটো হয়তো ঘৰৰ ভিতৰ সোমাই থাকে, আকৌ গাড়ীখন গ'লে হাউছ মাৰি আহে। কিন্তু কালিৰেপৰা আৰু কোনো মানুহে পুলিচ-মিলিটেৰীলৈ ভয় কৰা নাই। বাহিৰত পুলিচ-মিলিটেৰী বহি আছে। সিহঁতৰ মাজেদিয়েই মাইকী-মতা, ল'ৰা-ছোৱালীবোৰ আহি আছে। কিজানি দিবাকৰ মোৰ ল'ৰাটো আজি মৰিব বুলি সকলোৱে জানিছিল। জানটো মৰি থাকিল নহয়।

মৰা মাখি এটাত পকৰাই ক'লা কৰাৰ দৰে মোৰ চাৰিওফালে মাইকী মানুহবোৰ লদা বান্ধিলেহি। তেওঁলোকে সকলোবেই ধৰি লৈছে যে মই দিবাকৰ মৰাৰ পাছত হিয়ালি-জিয়ালিকৈ বুকু ভুকুৱাই কান্দিম, কান্দি কান্দি অচেতন হৈ যাম, গতিকে মাটিত বাগৰি পৰিলে হাত মেলি ধৰিবলৈকে মানুহবোৰ মোৰ গাৰ কাষতে বৈ আছে কান্দি। ভোগদা মানে দিবাকৰৰ খুড়ীয়েকে মোৰ পিঠিত হাত দি কৈছে কান্দি কান্দি—'বাইদেউ, ৰখি থাকিলে কি হ'ব, সি আমাৰ বুকুত শেল মাৰি গুচি গ'ল ।' ভোগদাই কান্দোন ৰাখিব নোৱাৰিলে। তাই মোক সান্ত্বনা দিবলৈ আহি নিজেহে অশান্ত হৈ পৰিল। ঢোকাডালেই যদি বাগৰি পৰে গছ ৰ'ব কেনেকৈ। ভোগদা বলিয়া হোৱাৰ কাৰণ আছে আকৌ। আগতে দিবাকৰ ঘৰত থকা অৱস্থাত খুড়ীয়েকৰ বাবে কমখন কৰা নাই নহয়। আৰু খুড়ীয়েকৰো তাৰ ওপৰত জীউটো। নিজৰ ল'ৰাতকৈয়ো তাই দিবাকৰক বেছি আগ্ৰহ কৰে, সেইজনী বীণা নহয়নে? ইমান হাওহাওকৈ বাগৰি কন্দা সেইজনী বীণা নহযনে? বীণা মোৰ ডাঙৰজনী ছোৱালী। ডাঙৰ সৰু বুলিবলৈ আৰু সন্তান দুটাহে থাকিলগৈ বীণা আৰু দিবাকৰ। দিবাকৰতকৈ তাই নেহাইত কমেও বাৰ বছৰ ডাঙৰ। তাই সেযা একোবাৰ দিবাকৰৰ মূৰত হাত দি থোৱা মোৰ ওচৰলৈ আহিছে আৰু একোবাৰ বাহিৰলৈ গৈ হাওহাওকৈ কান্দিছে। বাগৰি বাগৰি কান্দিছে। গিৰিযেকে বুজাই-বঢাই তাইক শান্ত কৰিব পৰা নাই। তাইকে দেখি তাইৰ জীয়েক দুজনী মানে মোৰ নাতি ছোৱালী দুজনী ৰুমা আৰু জুমাযো মাকৰ গাত ধৰি ধৰি কান্দিছে। সিহঁত দুজনীযে প্ৰথমতে মোকহে গৱা মাৰি ধৰিছিলহি। তাৰপাছতহে মাকক ধৰিলেগৈ। মাকজনীক সিহঁতে বিতত বলিযা কৰিব নালাগে নহয়। এনেযেই যোৱা ছয়-সাতদিন তাইৰ টোপনি খতি। তাই অহাৰ দিনাৰে পৰা নাই শোৱা বুলিলেই হয়। ভায়েকৰ লগতে লাগি আছে, ভায়েকৰ ওচৰতে বহি আছে, দিবাকৰে সেহাই সেহাই কথা কৈ আছে তাই শুনি আছে, দিবাকৰে বহুত কথা ক'লে বায়েকক। ময়ো বহি সি কোৱা কথাবোৰ শুনো। মোৰ মূৰ ঘূৰণি আছে বাবে তাই মোক জোৰকৈ শুবলৈ পঠায়। মইনো ক'ত শুব পাৰো। দিবাকৰৰ গাৰ কাষতে মোটোকা মাৰো। তাৰ গাৰ কাষত শুলে তাক মোৰ হাত-ভৰি মাৰি পিয়াহ খাই থকা কেছুৱা এটাৰ লাগে এতিযাও সেযা সি হাত ভৰি লৰাব নোৱাৰে শুকান কলঠৰুৱাৰ দৰে হ'ল তথাচ যেন কেঁচুৱাটো শুৱাইহে মই পথাৰৰ কামত গৈছিলো, তাৰপৰা আহিহে যেন মোৰ কেঁচুৱাটোৰ মুখত গাখীৰ ভৰত টনটনাই থকা পিযাহটো ভৰাই দিছো, সিও যেন হাত-ভৰি মাৰি নোক্‌নোকাই

নোক্‌নোকাই হেঁপাহ পলুৱাই পিযাহ খাইছে। প্ৰথম তাৰ দাঁত দুটা গজোতে এদিন পিযাহ খাই থাকোতে দিলে নহয় কামুৰি। ঘাঁ লাগি গ'ল। কেইবাদিনো সেইটো পিযাহ তাৰ মুখত ভৰাব পৰা নাছিলো। এতিযাও তাৰ গাৰ কাষতে মোটোকা মাৰি শোওঁতে সেই একুৰি ষোল-সোতৰ বছৰৰ আগৰ অকণমানি দিবাকৰটো যেন লাগে। শুকান হাড ওলোৱা মুখখন যেন তৎক্ষণাৎ পূৰ হৈ সৰু হৈ যাব আৰু সেই সৰু মুখখনে মোৰ বুকুৰ চাদৰ গুচাই পিযাহটো মুখত ভৰাই চুপিব। মোৰ লাজো লাগে--সি পিযাহ খাই থাকোতে বাপেকটোৱে মনে মনে চাই থাকে। মই কেইবাদিনো টান কথা শুনাইছো তথাপিও মানুহটোৱে নামানে বোলে পিযাহ খাই থকা কেঁচুৱাই যে পিযাহ মুখত লৈ হাঁহে সেই দৃশ্যটো হেনো মানুহটোৱে চাই বৰ ভাল পায। সকলো কেঁচুৱাই মাকৰ গাখীৰ খাই থকা দৃশ্যটো বাপেকে বৰ ভাল পাইছিল। কেতিযাবা কেনিবা ওলাই গ'লে যদি বাটত গৰু পোৱালীযেও নেজ জোকাৰি জোকাৰি মাকক পি থকা দেখে মানুহটো দৰকাল দিযে। যাবলৈ পাহৰিযেই যায। গতিকে দিবাকৰৰ বাপেকে কেঁচুৱা দিবাকৰে মোৰ বুকুত হাত-ভৰি মাৰি মোকমোকাই পিযাহ খাই থাকোতে মানুহটোৱে বৰ তৃপ্তিৰে চাই থাকে। সেইবাবে মই তাক গাখীৰ খুৱাওঁতে ঢাকি ঢুকিহে খুৱাওঁ। সেই ল'ৰাটো মোৰ দিবাকৰ অলপ আগতে শেহনিশা মৰি থাকিল।

মই কিয কান্দিব পৰা নাই মানুহবোৰে ভাবিছে। গোটখোৱা আৰু দিবাকৰৰ মৰাৰ খবৰ পাই ঢপলিযাই অহা মানুহবোৰে মোক থৰ হৈ চাইছে। মই যদিও দিবাকৰৰ আধা মেল খাই থকা চকুৰ বগা অংশটোলৈ থৰ হৈ চাই আছো, যদিও মোৰ হাত দুখন দিবাকৰৰ মূৰ আৰু বুকুত পৰি আছে, যদিও মই কাৰো মুখলৈ চোৱা নাই, যদিও মই মুখেৰে ওঁ-আঁ শব্দ এটাও কৰা নাই তথাপিও হুৰমূৰকৈ মানুহ ঠেলি মানুহবোৰ আহি আহি দিবাকৰৰ বিছনাখনৰ ওচৰত যেনেদৰে ৰোৱাৰ গম পাইছো সকলোৱেই মোৰ ফালে আচৰিত হৈ থৰ চকুৰে চাইছে বুলি মই ধৰিব পাৰিছো। সকলোৰে মনত চাগৈ এটাই প্ৰশ্ন হৈছে মই কন্দা নাই কিয? সকলোৱেই ভাবি লৈছিল বোলে দিবাকৰ মৰাৰ পাছত মই কান্দি কান্দি, বুকু ভুকুৱাই ভুকুৱাই অচেতন হৈ পৰি থাকিম। সেয়া জোঁৱায়ে ডাক্তৰক ফুচফুচাই কৈছে–'চাওক ডাক্তৰ সেই তেতিয়াৰে পৰা মানুহগৰাকী তেনেকৈ থৰ হৈযেই আছে। এবো কোৱাও নাই, কন্দাও নাই। লৰচৰো কৰা নাই। কথাটো বাৰু

বিপজ্জনক নহয়নে? ডাক্তৰ ল'ৰাটোৱে নিশ্চয় মূৰ দুপিয়াইছে। সি বৰ কথা কয় কিন্তু এতিয়া সি মুখেৰে একো কোৱা নাই। সি মুখেৰে একো নমতাকৈ বেগৰ পৰা বেজী এটা উলিয়াই লৈ কাগজখন ফালিছে। বেজীটোত দৰৱ ভৰাই সি আহি মোৰ নিচেই গাৰ কাষতে বৈছেহি। আজি কেইমাহমানৰ আগৰ পৰা এই ডাক্তৰ ল'ৰাটো মোৰ ওচৰলৈ আহিবলৈ লৈছে। তাৰ ঘৰ বোলে যোৰহাটৰ ফালে। তাৰ দেউতাকো হেনো আমাৰ ইহঁতৰ বাপেকৰ দৰে এল্ পি স্কুলৰ শিক্ষক আছিল। মই আকৌ তাক দিবাকৰৰ লগত পঢ়া দিবাকৰৰ বন্ধু বুলি ভাবিছিলো। বয়সো দিবাকৰৰ সমানেই। মই এদিন সুধিলো বোলো তুমিনো জানটো মানে মোৰ ল'ৰাটো দিবাকৰক ক'ত লগ পাইছিলা? ক'ত পঢ়িছিলা একেলগে? সিহে বোলে আইতা মই আপোনাৰ ল'ৰাক ক'তো লগ পোৱা নাই। মই তেওঁৰ বিষয়ে আগতে শুনিছিলোহে। ইযালৈ আহিহে জানিব পাৰিলো আপোনাৰ ল'ৰাৰ বিষয়ে। তাৰপৰাই আৰু এই ৰঞ্জিত নামৰ ডাক্তৰটি প্ৰায়েই মোৰ ওচৰলৈ আহিবলৈ ধৰিলে। কেনিবা ৰোগী চাবলৈ গ'লেও সময় অকণ উলিয়াই মোৰ ওচৰত সোমাই যায়। কথা পাতি থাকে। ৰঞ্জিতৰ লগত কথাপাতি বেয়া নাপাওঁ। মোৰ কথাবোৰ যেন সিহে কৈ আছে। মই মাত্ৰ তাহানি তৃতীযমান শ্ৰেণীলৈকে পঢা মানুহ এজনী আৰু তাতে মই বুঢ়ী মানুহ, ইপিনে সি ডাক্তৰী পঢা ডেকা ল'ৰা এটা। কিন্তু মই ভবা কথাবোৰকে দেখোন সি কৈ থাকে। মই আকৌ তাক কাহানিও প্ৰথমে কথাবোৰ কোৱা নাই বা তুমি কোৱা কথাবোৰ ময়ো ভাবি থাকো বুলি কোৱা নাই কাৰণ বুলিব এই বুঢ়ীজনীযে ইমান বেছি কথা ভাবিব পাৰেনে? লাজতে মই সেইবাবে সি কোৱা কথাবোৰ যদিও মই ভাবি থাকো আগতে নকওঁ। সি কৈ থাকিলে মাথোঁ হয হয বুলি শলাগো। শেষলৈ এনেকুৱা হ'ল যে সি মোৰ জানটো বা দিবাকৰ নহ'লে যেন মোৰ সমবয়সীযা বন্ধুহে অথচ তাক সুধি গম পালো সি মোৰ জানটোৰ লগত সমান। একে বছৰতে জন্ম। এতিযা সেই ডাক্তৰ ল'ৰাটো ৰঞ্জিতে হাতত বেজী এটা লৈ মোৰ গাৰ কাষতে বৈ আছে। সকলোৱে অপেক্ষা কৰিছে মই চিএৰ মাৰি কান্দি কান্দি ঢলি পৰিম আৰু তেতিযাই লগে লগে মোক বেজীটো দি শুৱাই থ'ব। কথাটো ভাবিলে আচৰিতো হয় নহয। একমাত্ৰ ল'ৰাটো যাক আমি জানটো বুলি মাতিছিলো অকালতে এয়া মৰি চকু দুটা আধা মুদাকৈ মেলি মোৰ সন্মুখতে পৰি আছে অথচ মই মাকজনীয়ে কন্দা নাই। এৰা, মই নিজেও ভাবিছো কি হ'ল,—মোৰ কি হ'ল বাৰু। মই যেনেকৈ বহি আছো যেন টোপনি পূৰ হৈ উঠি মাকে নমাই নিবহি

বুলি বহি থকা দুবছৰীয়া শিশু এটাহে। মইনো কান্দিব পৰা নাই কিয়? মই জীয়াই আছোনে নাই বাৰু? নে জানটোৰ অৰ্থাৎ দিবাকৰে তাৰ শুকান কলঠৰৰা যেন হাতটোৰে মোৰ মূৰটো সলাই কথাকেইটা কোৱাৰ লগে লগেই ময়ো মৰি থাকিলো নেকি? নে দিবাকৰে শেষ নিশ্বাস পেলোৱাৰ আগতেই মই মৰি থাকিলো।

সেয়া কোনে কান্দিছে চিঞৰি চিঞৰি? আনোৱাৰ নহযনে? হয সেয়া আনোৱাৰেই কান্দিছে। ছাগলী বেপাৰী আনোৱাৰ হুছেইনে কান্দিছে সেয়া। ষাঠি বছৰীয়া বুঢ়া মানুহটোৱেনো ইমান চিঞৰি চিঞৰি কান্দিব লাগেনে? আগৰ কথাটো বাদেই দিবাকৰ অহাৰ দিন ধৰি যোৱা বাৰটা দিন এই আনোৱাৰ বোলা মানুহটোৰ খাৱন-শোৱন নাই। মাজতে তাৰ বাইচকুলখন লৈ পাক মাৰি ঘৰৰ পৰা আহেগৈ। ৰাতিৰ ৰাতিটো কলমটিয়াই কলমটিয়াই জানটোৰ বিছনাৰ ওচৰতে বহি থাকে। তাৰ মুখত ডাবি-ধমক দি আবদাৰ কৰি গাখীৰ-পানী চামুচেৰে ঢালি খুৱাই থাকে। দিবাকৰৰ হাত-ভৰিবোৰ পিটিকি থাকে। মাজে মাজে পেটৰ বিষত যেতিযা জানটোৱে গছৰ পাত সৰুওৱা চিঞৰ মাৰে তেতিযা ওচৰতে বহি থকা আনোৱাৰ বিবুধি হয। মই মন কৰিছো সি বেঙেমুতা গৰুৰ দৰে বা থেকেচা মাৰি দিযা জীয়া মাগুৰ মাছ এটাৰ দৰে কঁপিবলৈ ধৰে। সি মুখেৰে জানটো-সোণটো-জীউটো নিচিঞৰিবি অ' সোণ, আল্লাইনো কি ৰং চাইছে ঐ, এই ল'ৰাটোৰ দুখ-যন্ত্ৰণাবোৰ যদি ঈশ্বৰে মোকে দি ল'ৰাটোক শান্তি দিলেহেঁতেন বৰ সুখ পালোহেঁতেন বুলি বিতত হৈ কথাবোৰ কৈ থাকে। যেতিয়া জানটোৱে চিঞৰি চিঞৰি নিমাত হৈ চকুযোৰ মুদি দিয়ে তেতিয়া আনোৱাৰে তাৰ গাৰ ওপৰত পাতল চাদৰখন মেলি দি মূৰটো তালপাতৰ বিচনীখনেৰে বিচিবলৈ ধৰে। মই মাকজনীয়ে বা বীণা বায়েকজনীয়ে জানটোৰ কাৰণে একোকে কৰিবলৈ নাপাওঁ আনোৱাৰ থাকিলে। যোৱা বাৰদিনৰ ভিতৰত কেইদিন যে জানটোৱে আনোৱাৰৰ গাতে বমি কৰিছে। বিছনাৰ তলৰ পৰা চৰিয়াটো উলিয়াই অনাৰ আগতেই হুকহুককৈ বমি কৰি দিয়ে। এদিন আনোৱাৰে মুখৰ আগত আজলি পাতি দি তাৰ বমিবোৰ ধৰিলে। ক'লা ক'লা চেকুৰা চেকুৰ কিবা ওলাইছিল জানটোৰ বমিত। সেইবোৰ পেলাই ঠাই-চাই মচি হাত-ভৰি ধুই আকৌ জানটোৰ ওচৰতে বহেহি। বহি বহি তাৰ টকুৰা চাই থাকে খুঁটি থকা বৰশীৰ পুঙালৈ চাই থকা বৰশী বোৱা মানুহৰ দৰে।

আনোৱাৰ আৰু জানটোৰ সম্পৰ্কও এটা সাধু কথা। বাপেকে বাইশ বছৰত বিয়া পাতিছিল মোৰ বয়স তেতিয়া পোন্ধৰ, মানুহ হোৱা দুবছৰহে হৈছিল। বাপেক-মাকৰ এটাই ল'ৰা সেইবাবে সোনকালে বিয়া পাতে। শাহু-শহুৰৰ আকৌ মোকহে পছন্দ হ'ল। বিয়া হৈ গ'ল। বিয়াৰ ডেৰ বছৰৰ পাছত ল'ৰা এটি হ'ল ছমাহ থাকি গ'ল। তাৰ দুবছৰৰ পিছত আৰু এটি হ'ল চাৰিমাহ থাকি গ'ল। তাৰ পাছতহে বীণা ৰ'ল দয়াময়ৰ কৃপাত বীণা ৰ'ল। তেনেকৈ বীণাৰ পাছতো তিনিটা হৈ হৈ গ'ল। পিছত হ'ল জানটো। জানটো হোৱাৰ পাছতহে আনোৱাৰে কথা এটা ক'লে। আজি বহুত বছৰ ধৰি আনোৱাৰৰ আমাৰ লগত সম্পৰ্ক আছে। গাঁৱৰ পৰা ছাগলী বিচাৰি নি বজাৰত বেচেগৈ। কেইবাবছৰৰ আগতে আমাৰ ঘৰৰ পৰাও পঠা ছাগলী এটা নিছিল। আনোৱাৰে যিটো দাম ক'লে বাপেকে তাৰ ওপৰত মাত নামাতিলে। হ'ব বুলি ক'লে। আনোৱাৰ আচৰিত হ'ল। তেওঁ ভাবিছিল ডেৰশ টকা ক'ব দামটো তেতিয়া গৃহস্থই আঢৈশ লাগিব বুলি ক'ব, দুশ বা দুশ বিশ টকামান দি লৈ যাব। ইহঁতৰ বাপেকে আনোৱাৰে প্ৰথম কোৱা দামটোতে হ'ব বুলি ক'লত আনোৱাৰ বিমোৰত পৰিল। এনেকুৱা বেচোঁতা তেওঁ প্ৰথম পালে। তেওঁ নিজেই এশ আশী টকা দি ছাগলীটো নিয়াৰ পৰা আমাৰ লগত সম্পৰ্ক। প্ৰায়েই আহে। আহি খা-খবৰ লয, চাহ-তাহ খাই যাযগৈ। বাৰীত কিবা কল-বন পকিলে তাৰো এআশী লৈ আহে। বাপেকৰ আকৌ স্কুলখনো সেই আনোৱাৰৰ গাঁৱতে। স্কুল ছুটীৰ পাছত আমাৰজনো কেতিযাবা আনোৱাৰৰ ঘৰলৈ যায। সেই আনোৱাৰেই এদিন জানটো জন্ম হোৱাৰ পাছত আমাক বুধি দিলে বোলে বাইদেউ এটা কাম কৰক। ল'ৰাটো এতিযাই অজাতিত বেচি দিযক। এনেকৈ ল'ৰা-ছোৱালী নৰ'লে বোলে অজাতিত বেচিব লাগে। তেতিয়া থাকে। গতিকে এয়া টকা দিলো আৰু আজিৰ পৰা আপোনাৰ ল'ৰা মোৰ হ'ল। মোৰ ল'ৰা এইটো। আপোনালোকে কি নাম দিব মই কিনি লোৱা ল'ৰাটোৰ নাম দিলো হানিফ। ইযাৰ নাম হানিফ বুলি আনোৱাৰে টকা পাঁচোটা মোৰ ফালে আগবঢাই দিলে ল'ৰাৰ দাম। বাপেকে আকৌ হাঁহি হাঁহি ক'লে, বোলে ইমান দিনে তুমি ছাগলীৰহে বেপাৰ কৰিছিলা , তেনেহ'লে এতিয়াৰে পৰা নতুন বেপাৰ এটাতো ধৰিলা— ল'ৰাৰ বেপাৰ। বাৰু হ'ব যোৱা। সেইদিন ধৰি আনোৱাৰৰ আহ-যাহ ঘন হ'ল। তেওঁ কিনি লোৱা ল'ৰাটোৰ তদাৰক কৰিবলৈ ধৰিলে। এদিন ল'ৰা-ছোৱালীৰে সৈতে ঘৈণীয়েককো আনি কিনি লোৱা ল'ৰাটো দেখুৱাই ভাত-পানী খাই গ'লগৈ। তাৰ পাছত তিনি মাইল খোজ কাটি তেওঁৰ ঘৈণীয়েকো মাজে

মাজে আহিবলৈ ল'লে। সেইটো আনোবাৰেই সেয়া তেওঁ কিনি লোৱা ল'ৰা হানিফৰ অৰ্থাৎ মোৰ জানটোৰ মৃত্যুত হাওহাওকৈ কান্দিছে। ইমান চিঞৰি চিঞৰি কান্দিছে। বীণাৰ কান্দোনো আনোবাৰে তল পেলাই দিলে।

হাতত বেজীটো লৈ ৰঞ্জিত ডাক্তৰ মোৰ গাৰ কাষতে থিয় হৈ আছে, মানে মই চিঞৰ মাৰি কান্দিলেই সি লৰালৰিকৈ বেজীটো গাত ভৰাই মোক শুৱাই থ'ব। অলপ আগতে শেহ নিশা মোৰ ল'ৰাটো মৰিল। জানটো মৰিল কিন্তু মই কান্দিব পৰা নাই। মোৰ মুখত শব্দ ওলোৱা নাই। গোটে খোৱা মাইকী মানুহবোৰে সেযা কান্দি আছে। ৰু ৰুবনি এটা উঠি আছে কান্দোনৰ। আনোবাৰে চিঞৰি চিঞৰি কান্দি আছে, চাৰি কুৰি দুবছৰীযা জানটোৰ বৰ বাপেকটোৱে তাৰ আঁঠু দুটাত ধৰি হুকহুকাই কান্দিছে, বৰমাক, খুড়ীয়েক, খুড়াকে কান্দিছে, বায়েক-ভনীযেক, ককাযেক-ভায়েকবোৰে কান্দিছে কিন্তু মোৰ কান্দোন ওলোৱা নাই। জানটোৰ বুকু আৰু মূৰত হাত থৈ মই এনেদৰে অতপৰে বহি আছোঁ যেন টাপি-টুপি বৰ কষ্ট কৰি ছমহীয়া কেঁচুৱা এটা শুৱাই থৈ খিৰিক্ কৰিলেই সাৰ পাব বুলি সাৱধানে ৰখি আছো।

যোৱা ছবছৰ ধৰি মই কান্দিছো। কান্দি কান্দি এনেকুৱা হ'লগৈ যে কান্দোননো কি হাঁহিনো কি মোৰ বাবে একোৰে পাৰ্থক্য নোহোৱা হ'ল। যোৱা ছবছৰ দিন ধৰি যে ৰাতিযে দিনে মই কান্দিযেই আছো হাঁহিবলৈ পাহৰি গ'লো। মানুহে যেতিযা কিবা ৰগৰৰ কথাত হাঁহে মই ভেবা লাগি চাবলগীযা হয। এই মানুহবোৰে মুখ মেলি কি কৰিছে? কিহৰ শব্দ হৈছে? হাঁহিব পাৰিছে কেনেকৈ? বীণাৰ ডাঙৰজনী ছোৱালী ৰুমাই কেতিযাবা মাক-বাপেকক কয়হে বোলে আইতাক হঁহুৱাবলৈ লাফিংগেছ ব্যৱহাৰ কৰিলেও নহ'ব। যোৱা ছবছৰে মই হঁহা নাই মানে কান্দি আছো। ক'ৰবাত পুলিচৰ গুলীত কোনোবা ল'ৰা মৰাৰ খবৰ শুনিলেই বা কাকতত পঢ়িলেই মই কান্দিছো। প্ৰথমে শব্দ কৰি কান্দিছিলো কোনোবা গুপ্তঘাতকে ক'ৰবাত মানুহ মৰাৰ কথা শুনিলে বা পঢ়িলেই মোৰ কান্দোন আহে। কিজানিবা সেই মৃতকটো মোৰ জানটোৱেই হয়। ক'ৰবাত অচিনাক্ত শ উদ্ধাৰ হোৱাৰ খবৰ শুনিলেই মই কান্দিছো। ওচৰে-পাঁজৰে যিমানবোৰ ঠাইত গুলিয়াই মৰা বা ক'ৰবাত পৰি থকা মৃতদেহ আনি থয়হি গম পালে থানালৈ ঢাপলি মেলো। কেতিয়াবা ভতিজাবোৰৰ কোনোবা এটাৰ লগত যাওঁ বা কাকো নাপালে আনোবাৰকে লৈ যাওঁ। ওচৰ পাঁজৰৰ থানা হ'লেতো কাকোৱেই লগ

নলওঁ অকলেই যাওঁ। কান্দি কান্দি যাওঁ, কান্দি কান্দিয়েই থানাত পেলাই থোৱা মৰাশটোৰ মুখৰ পৰা বগা কাপোৰখন গুচাই থৰ হৈ চাওঁ। তেনেকৈ থানাত পেলাই থোৱা প্ৰায়বোৰ মৰাশৰে মুখবোৰ চিনিব নোৱাৰা হৈ থাকে। হয় মুখখন ভাগি-ছিগি থাকে নহয় তেজৰ চেকুৰাৰে উপচি থাকে। মই তেজৰ গোন্ধতে চিনি পাওঁ যে সেয়া মোৰ জানটো অৰ্থাৎ দিবাকৰ নহয়। কিন্তু তেনেকুৱা শ এটা দেখিলে মই শটোৰ ওচৰৰ পৰা উঠিব নোৱাৰো সতকাই। একেথৰে শটোৰ মুখলৈ চাই থাকো। ইহঁতৰ ববাপেকে কয় বোলে তেজমোৰে পোৱা তাকেই কয়। শটোৰ মুখখন চাই থাকোতে মোৰ ভাব হয়, দেহি ঐ ক'ৰ ল'ৰা আছিল এইটো। কেতিয়া ই ঘৰৰ পৰা ওলাই আহিল। কিমান দিন যে দেখা নাই ইয়াৰ মাকে নিজৰ ল'ৰাক। ক'ত থাকে এতিয়া মাকজনী? নে ল'ৰা ওলাই যোৱাৰ পাছত চিন্তাতে শুকাই-খীণাই শুকানিহৰা লাগি মানুহজনী মৰিয়েই থাকিল। নাই ল'ৰাৰ মুখ নেদেখাকৈ কোনো মাকেই মৰিব নোৱাৰে। তেনেহ'লে ক'ত আছে এই ল'ৰাটোৰ মাক। গম পাবনে মানুহজনীয়ে তেওঁৰ তজবজীয়া ডেকা ল'ৰাটো এই থানাখনত শ এটা হৈ পকা মজিযাৰ ওপৰত পৰি আছে। দেখিবনে মাকজনীয়ে ল'ৰাটোৰ এই মুখখন। কেতিযা মাৰিলে এই ল'ৰাটো? তেজবোৰ ক'লা হৈ আছে। পৰুৱাই মুখ-চকু-নাকৰ ভিতৰলৈযো লানি লাগি সোমাইছে। সেউজীযা বৰ মাখিয়ে শটোৰ ওপৰত ভুন্‌ভুনাই উৰি থাকে। ক'তনো দেখা পাব চাগৈ ইযাৰ মাকজনীয়ে। কোনে খবৰ দিব বোলে তোমাৰ ল'ৰাটোক সিদিনা অমুকত মৰি থকা পাই অমুক থানাই ৰাখি থৈছে, বা তোমাৰ ল'ৰাটোক সিদিনা অমুকত আৰ্মি বা পুলিচে গুলীয়াই মাৰি থানাতে ৰাখি থৈছে এবাৰ চাই আহাগৈ। কোনে খবৰ দিব এনেকুৱা শ হৈ পৰি থকা ল'ৰাবোৰৰ মাকবোৰক। মাকে গমেই নাপাব যে তেওঁৰ ল'ৰা মৰিল, শ হৈ থানাৰ মজিযাত পৰি আছিল , পিছত ফটো এখন লৈ সেই শটো পুলিচে পুৰি পেলালে। মাকে ভাবি থাকিব ল'ৰা ঘূৰি আহিব, আহি মাকক ক'বহি মা ভাত দিয়া বৰ ভোক লাগিছে। ঘূৰি আহি মাকক ক'বহি মা উভতি আহিলো। নাই নহয়, এনেদৰে নহ'ব। মিছাই শক্তি ক্ষয় কৰি লাভ নাই। সেই কাৰণে ঘূৰি আহিলো। ল'ৰা আহি মাকক ক'বহি মা তোৰ গাটো বেয়া বুলি শুনিলো, গুচি আহিলো। লাভ নাই তাতকৈ নিজে যিমান পাৰি সৎ হৈ থকাই ভাল। এই শবোৰৰ মাকবোৰে চাগৈ তেনেকেহে ভাবি আছে। কিন্তু তেওঁলোকৰ যে ল'ৰাবোৰ থানাই থানাই, খালে-ডোঙে , হাবিয়ে-বননিয়ে, পথাৰে-বোকাই শ একোটা হৈ পৰি থাকে, মুখৰ ওপৰত বৰ মাখি উৰে, পৰুৱাই আধা

মেলা চকু দুটি ধৰে সেয়া চাগে গম নাপায়। যোৱা দুবছৰৰ ভিতৰত তেনেকুৱা কিমান শ মই দৌৰি দৌৰি গৈ নিজে চালোগে। শ এটা ওলাইছে বুলি শুনাৰ লগে লগেই মোৰ কান্দোন আহে। ঘৰৰ কাষতে থকা ইহঁতৰ বৰবাপেকে কেতিয়াবা অতিষ্ঠ হৈ কয়হে বোলে এই বুঢ়ী মানুহজনীযে হকো-নহকো কান্দি কান্দি আপদহে চোঁচোৰাইছে যোৱা দুবছৰে কিমান ঠাইত, কিমান থানাত কিমান ডেকা ল'ৰাৰ শ নাচালো। ৰাতিয়ে-দিনে কিমান কান্দিলো। শ চাবলৈ কিমান ঢপলিযালো। কিন্তু আজি মোৰ কান্দোন ওলোৱা নাই। দৈৰ চুঙাৰ মুখত সোপা দিয়াদি মোৰ শুকান ডিঙিটোত যেন টানকৈ সোপা এটাহে দি থোৱা আছে যাৰ বাবে বুকুৰ ভিতৰত পকাই থকা কান্দোনটো ওলাই আহিব পৰা নাই। মই উশাহ-নিশাহ লৈ আছোনে নাই বাৰু? উশাহ-নিশাহ লৈ আছোনে—নে মুখৰ আগত আধা মেলা চকুৰে উশাহ-নিশাহ নোলোৱাকৈ পৰি থকা জানটোৰ দৰে ময়ো উশাহ-নিশাহ নোলোৱাকৈ বহি আছো। সি যেনিবা শুই আছে মই বহি আছো। আনোৱাৰে যে সি নাম দি লোৱা হানিফৰ বাবে চিঞৰি চিঞৰি কান্দিছে দিলতাৰা তাৰ ঘৈণীযেক আহিব। তায়োতো সিহঁতৰ বাবে বুকু ভকুৱাই কান্দিব। আচমা আহিব। তাযোতো সিহঁতৰ হানিফৰ বাবে চিঞৰি চিঞৰি কান্দিব। গাৰ নিচেই কাষতে সেইজনী কোনে উচুপি উচুপি কান্দিছে? কোন এইজনী? মণিকা নেকি? হয মণিকাই হ'ব। মই আকৌ পিছতহে গম পাওঁ। আহ-যাহ কৰা দেখিছো, মিলা-মিছা কৰা দেখিছো, কথা-বতৰা পতাও দেখিছো, কিতাপ-পত্ৰ অনা নিয়াও কৰা দেখিছো কিন্তু জানটোৰ লগত অন্য কিবা সম্পৰ্ক থকাৰ কথাটো মই নাজানো। পিছতহে গম পাইছো বোলে জানটো আৰু মণিকাৰ মাজত প্ৰণয আছে। সেই প্ৰণয়ো বোলে বহুতদিনীয়া। নাই মই নিচেইকৈ গম নাপাওঁ। অৱশ্যে মণিকাও মাজে মাজে বহুত ঠাইলৈ মোৰ লগত শ চাবলৈ গৈছে। মই মন কৰিছো শটোৰ ওচৰলৈ মই বেগাই যাব পাৰো কিন্তু গাভৰু ছোৱালী মণিকা যাব নোৱাৰে। মোৰ বুঢ়ীজনীৰ খোজতে তাই খোজ দিব নোৱাৰে। মই দহ খোজ দিলে তাই দুখোজহে দিযে। শটোৰ ওচৰত কুঁজা হৈ বহি মুখৰ পৰা কাপোৰখন দাঙি লওঁতে মণিকাই বেৰখনৰ আঁৰত মুখ লুকুৱাই থাকে। কিন্তু যেতিয়া মই শটোৰ ওচৰত বহি থাকো, কিবাবোৰ ভাবি থাকো তেতিয়াহে তাই শটোৰ কাষ চাপে। মই কথাটো অৱশ্যে মন কৰিছো যদিও তাইৰ অন্তৰখন কোমল বাবেহে মানুহৰ শ চাব নোৱাৰে বুলি ভাবি লৈছিলো। কিন্তু বহুতদিনৰ মূৰত এদিন নাতি ছোৱালী ৰুমাইহে ক'লে কথাটো। কথাটো গম পোৱাৰে পৰা মোৰ তাইলৈ মায়া হ'ল।

তাইক দেখিলে মোৰ ল'ৰাটো অৰ্থাৎ দিবাকৰক দেখাৰ নিচিনা লগা হ'ল। সেইজনী মণিকায়েই এয়া মোৰ গাৰ নিচেই কাষতে বৈ উচুপি উচুপি কান্দিছে। কোনো মানুহ নথকা হ'লে তাই কিজানি দিবাকৰৰ এই শুকান দেহাটো, জঠৰ হৈ পৰি থকা দেহাটো সাবটি কান্দিলেহেঁতেন। উঠিয়েই গ'লোহেঁতেন কিন্তু মইতো উঠিব নোৱাৰো। জানটোৰ মূৰৰ পৰা মই মোৰ সোঁহাতখনকে তেতিয়াৰে পৰা দাঙিব পৰা নাই। পৰি আছে কাঠৰ ইচবোল এডাল পৰাদি।

শেহনিশা মোৰ ল'ৰাটো মৰিল। এতিয়া কিমান পৰ হ'ল মোৰ ল'ৰা মৰাৰ? ক'ৰবাত ক'ৰবাত চৰায়ে মাতিছে। কি চৰাই সেইবোৰ? এই ৰাতিখন, শেহনিশাখন অতবোৰ মানুহ ক'ৰ পৰা কেনেকৈ মানুহ গোট খালে? মই অকলে থাকো। যোৱা দুবছৰ ধৰি মই বুঢ়ীজনী এই সত্তৰ বছৰীয়া বুঢ়ীজনী ঘৰটোত অকলে আছো। মানুহৰ আহিবলৈ মন থাকিলেও ভয়তে নাহে। পুলিচ-মিলিটেৰীৰ ভয়। কাষতে যেনিবা ৰবাপেক খুড়াকৰ পৰিয়াল দুটা আছে বুলি খা-খবৰ কৰি থাকে। মাত দিয়ে। বজাৰ-সমাৰ কৰি দিয়ে। কেতিয়াবা কোনোবা এজনী ৰাতি শোৱেহি। কিন্তু ইমানবোৰ মানুহ এই শেহ নিশাখন ক'ৰ পৰা আহিল? মানুহবোৰে দিবাকৰক ভাল পাইছিলনে নাই মোৰ বুঢ়ীজনীৰ, অকলশৰীয়া বুঢ়ীজনীৰ বিপদ দেখিহে চাপি আহিছে। বাপেকে তাৰ নাম ৰাখিছিল দিবাকৰ। বোলে ই আমাৰ বংশটোৰ দিবাকৰ। ইয়াৰ নাম মই দিবাকৰ দিলো। বাপেক পাঠশালা স্কুলৰ মাষ্টৰ আছিল। চাকৰিৰ পৰা অৱসৰ ল'বলৈ দুবছৰ থাকিলেহে পিছে মানুহজন মৰি থাকিল। বাপেক মৰোতে জানটোৰ বয়স চৈধ্য বছৰ। সি এইটত পঢ়িছিল তেতিয়া। মানুহজন পেচাব কৰিব নোৱাৰা অসুখত ঢুকাল। ঢুকুৱাৰ পাছতহে মানুহে কোৱাকুই কৰিছে বোলে বাহিৰৰ হাস্পতাললৈ নি ভালকৈ চিকিৎসা কৰোৱাহ'লে বাচিলেহেঁতেন। মানুহজন মৰাৰ এসপ্তাহমানৰ আগতেহে আচল কথাটো ক'লে। তেতিয়া উপায়েই নাই। ঢেপঢেপীয়া দি ফুলিছিল মানুহটো মৰাৰ সময়ত। জোঁৱাই গুৱাহাটীলৈ কিমানবাৰ যে অহা-যোৱা কৰিলে নাই পেঞ্চনটো উলিয়াব নোৱাৰিলে। টকাও খুৱালে বহুত কিন্তু আজিলৈকে পেঞ্চনটো নোলাল। মৰাৰ দুবছৰমানৰ মূৰত টকা ষাঠি হেজাৰ কিবা কিবা নামত পাইছিলো। তাৰ পাছত আৰু নাই। এতিয়া ল'ৰাটোও মৰি গ'লগৈ কিন্তু বাপেকৰ পেঞ্চনটো নোলাল।

সকলো কথাৰে এটা সীমা আছে। মই কান্দো কেনেকৈ? মোৰ কান্দোন ওলাব ক'ৰপৰা। যোৱা ছটা বছৰে যে মই অনবৰতে কান্দি আছো তেনেহ'লে

নতুনকৈ মোৰ চিঞৰ ওলাব ক'ৰপৰা। জানটোৰ শ বুলি যোৱা ছবছৰে যে মই কিমান ডেকা ল'ৰাৰ শ চালো এতিয়া মানুহৰ মৰাশই মোৰ মনত কোনো হেঁচা নিদিয়ে। মই ইহঁতৰ বৰবাপেকৰ ঘৰত সদায় বাতৰি কাকতখন চাওঁ। তাহানি তৃতীয় শ্ৰেণীলৈকেহে পঢ়িছিলো। পঢ়া-শুনাৰ অভ্যাস নাই যদিও ছপা আখৰবোৰ পঢ়িব পাৰো। আজিকালিৰ বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে হত্যাৰ খবৰ দিয়ে। মৃতকৰ ছবি দিয়ে। সেই ছবি দেখিলে ইহঁতৰ বৰমাকে ইচ্ ইচাই থাকে। বুঢ়ীজনীয়ে কিছুমান ছবি চাবই নোৱাৰে চকু মুদি দিয়ে। মোৰ একো নহয়। বাইদেৱে ছবিহে চাই আছে মই যে যোৱা ছবছৰে সঁচা মৰাশবোৰকে চাই আছো। সিহঁতৰ মুখ-নাক–চকুৰ চিন নাথাকে। কেতিয়াবা কাণখন গৈ নাকৰ ওচৰতে থাকে আৰু কাৰোবাৰ বা নাকটো গৈ পকা জলকীয়া ওলমি থকাদি কাণখনৰ ওচৰত ওলমি থাকে। কাৰোবাৰ হাত নাথাকে, কাৰোবাৰ ভৰি নাথাকে, কাৰোবাৰ পেটৰ নাড়ী-ভুঁৰু দ'মহে শটোৰ কাষতে টোপোলা এটা থৈ দিয়াদি থাকে। সেইবোৰ মই নিজ চকুৰে দেখি আছো। মই কিমান মাকৰ কান্দোন দেখিছো। তেনেকুৱা ছিন্ন ভিন্ন শ এটাকে সাবটি সাবটি কিমান মাকে থানাৰ চালৰ পুৰণা টিনপাত ঝনঝনাই যোৱাকৈ আকাশফলা চিঞৰ মাৰিছে। কিমান মাকে শৰ ওপৰত ঢলি পৰি অচেতন হৈ যোৱা দেখিছো। পুলিচে দাণ্ডি নি ডাক্তৰৰ হতুৱাই বেজী দিওৱা দেখিছো। কোনোবা এজনী মাকে শ হৈ পৰি থকা পুতেকৰ ছিগা হাত এখনকে বুকুৰ গাখীৰ খুৱাবলৈ হেঁচা মাৰি সুমুৱাই লোৱা কেঁচুৱাৰ দৰে হেঁচামাৰি সুমুৱাই লোৱা দেখিছো। বলিয়াৰ দৰে হঁহা, বলিয়াৰ দৰে পিছ মুহূৰ্ততে কন্দা দেখিছো। তেনেকুৱা মাক এজনীক চাৰিটা পাহৱাল ডেকা মানুহেও ধৰি ৰাখিব নোৱাৰা মই নিজেই দেখিছো। তেনেকুৱা পঁয়ষষ্ঠি-সত্তৰ বছৰীয়া মাক এজনীক চাৰি-পাঁচটা মতা মানুহে পুতেকৰ শটোৰ ওপৰৰ পৰা টানি এৰুৱাই আনিব নোৱাৰা মই নিজ চকুৰে দেখিছো। পকা মজিয়াত বোকাই-তেজে লুতুৰি-পুতুৰী হৈ থকা শ একোটাক মাকজনীয়ে চুমা খোৱা দেখিলে কেতিয়াবা নিষ্ঠুৰ পুলিচবো চকুপানী ওলোৱা দেখিছো মই। গোটেই অসমত যোৱা কুৰি বছৰে কিমান মাকে কিমান পুতেকৰ মৰাশৰ ওচৰত বহি হিয়া ভুকুৱাই কান্দিছে, কিমান মাকে কিমান হেৰোৱা পুতেকক বিচাৰি অনাই-বনাই ঘূৰি ফুৰিছে। সেইবোৰ মাকৰ চকুত আৰু পানী আছেনে ওলাবলৈ? বুকুৰ ভিতৰত ক'ৰবাত কোমল জেগা আছেনে তাৰপৰা বেজাৰত সৰ্‌সৰকৈ চকুৰেদি পানী ওলাই আহিবলৈ?

মই জীয়াই আছোনে? মৰাশ এটাই উশাহ-নিশাহ লৈ থকা কথাটোক জীয়াই থকা বুলি কয়নে? মই জীয়া মানুহ এজনী হৈ আছোনে? মোৰ জীযাই থকাৰ কি প্ৰমাণ আছে? এই যে মোৰ জানটো মৰি পৰি আছে, তাৰ চকু দুটা আধা মুদাকৈ বগা অংশটো ওলাই আছে, মুখখন মেল খাই আছে সেই জানটোৰ শটোৰ সন্মুখতে মই মাকজনী বহি আছো, মই কান্দিব পৰা নাই তেনেহ'লে মইনো ক'ত জীয়াই আছো? মই জীয়াই থকা মাকনে? তাৰ চকু দুটাত হাতখন ফুৰাই জপাই দিবলৈ ইচ্ছা কৰিও অথনিৰে পৰা মই মোৰ হাতখনকে জানটোৰ গাটোৰ পৰা দাঙিব পৰা নাই। তাৰ গাটো গৰমেইনে চেঁচা সেই কথাটোও মোৰ হাত দুখনে কোৱা নাই। মই জানটোৰ মেলখাই থকা ওঁঠ দুখন বাৰু জপাই দিব নালাগিছিলনে? ৰাতি কাৰণেহে মাখি অহা নাই। দিনততো মাখি উৰি আহি তাৰ মুখত পৰিবহি। সেই থানাৰ চোতালত পৰি থকা ডেকা ল'ৰাৰ শবোৰত মাখি পৰি থাকে। যিজনী মাকে মুখৰ আগত একমাত্ৰ ডেকা পুতেকটোৰ মৰাশটো ৰখি বহি থাকে মুখেৰে শব্দ এটা নকৰাকৈ, চকুৰে পানী নুলিওৱাকৈ সেইজনী মানুহ জীযাই থকা মানুহনে? আচলতে এটা মৰাশ। এজনী মৰা মানুহ। এজনী মৰা মানুহে উশাহ-নিশাহ লৈ মাত্ৰ বহি আছে।

মোক লৈ মানুহবোৰে ফুচফুচাই কথা পাতিছে।

—একেবাৰে কন্দা নাইনে?

—এৰা মুঠেই মুখেৰে শব্দই কৰা নাই। হাত-ভৰিও লৰ-চৰ কৰা নাই।

—আচৰিত কথা। ইন্‌জেকচন এটা দি দিব নেকি?

—মইতো ৰে'ডি কৰিযেই ৰাখিছো কিন্তু ইন্‌জেকচনটো দিযাৰহে সুবিধা পোৱা নাই। জোৰ জবৰদস্তি দি দিলে হিতে বিপৰীত হ'ব বুলিও ভয লাগিছে নহয়।

—এৰা বৰ ডাঙৰ কথা হ'ল।

—ডাঙৰ কথা তেনেকৈ একো হোৱা নাই যদিহে ধৈৰ্য ধৰিব পাৰিছে। কিন্তু ধৈৰ্য ধৰিছে বুলিও ক'ব নোৱাৰি কিজানি সচেতনভাৱে কমাতহে আছে, তেতিযা কিন্তু কথাটো বৰ বিপজ্জনক।

—ব্লাড প্ৰেছাৰ চাইছিল নেকি?

—নাই চোৱা। কৈছো নহয় চান্সেই পাবা নাই একোতেই। চান্স পাব লাগিবতো। মই অহাৰ পৰাই একেটা অৱস্থাতে দেখি আছো। বহিয়েই আছে আৰু হাত দুটা তেনেকৈ ল'ৰাটোৰ মূৰ আৰু বুকুত দি।

—কিজানি ল'ৰাটো মৰিল বুলি ভবাই নাই! গমেই পোৱা নাই যদি! কিজানি শুই আছে বুলিহে ভাবিছে!

—নাই গম পাইছে—তাতে মানুহবোৰে কন্দাকটা কৰি আছে নহয়। সেয়া বায়েকজনীক ধৰি ৰাখিব পৰা নাই, ইমান চিএঞৰি চিএঞৰি কান্দিছে এই বয়সীযা বায়েকজনীয়ে। মেডিকেল চায়েন্সত এনেকুৱা অৱস্থাৰ কথা আছে। এইটো অৱস্থাত আচলতে 'বান্‌চাছ কমা ষ্টেজ' বুলি ক'ব পাৰি। শৰীৰটো ঠিকেই আছে কিন্তু ব্ৰেইনটোৱে কাম কৰা নাই। অৰ্থাৎ ক'ৰবাত একেটা কথাতে ব্ৰেইনটো লাগি আছে। ব্ৰেইনৰ ফাংচনটো বৰ্তমান ডৰমেণ্ট হৈ আছে। কিন্তু যদিহে সেই লাগি থকা কথাটোৰ পৰা ব্ৰেইনটো এৰ খাই যায় তেতিয়া কিন্তু বান্ধ ভাঙি ভৰা নদীৰ পানী সোমোৱাৰ দৰে কথা হ'ব। একোৰে একো কথাতে বাধা দি ৰাখিব নোৱাৰিব।

—তেখেতক কোনোবাই মাত লগাই চাইছেনে বাৰু?

—নাই নাই মাতিব কোনে? আৰু মতা উচিতো নহয়। নিজে কাৰোবাৰ লগত উপযাচি কথা নাপাতিলে এনেকুৱা অৱস্থাত কথা ক'ব নালাগে। কেতিয়াবা আকৌ এনেকুৱাও হ'ব পাৰে যে এতিয়াৰ যিটো অৱস্থা সেইটোৱেই স্থায়ীকৈ থাকি যাব পাৰে। মেডিকেল চায়েন্সত তেনেকুৱা বহুত কথা আছে। বহুত উদাহৰণ আছে। দ্বিতীয় মহাসমৰত বিয়াৰ তিনিমাহৰ পিছত যুদ্ধত মৰা প্ৰেমিক স্বামীৰ মুখলৈ নীৰবে চাই তেওঁৰ পত্নী ছদিন বহি থাকিল কফিনটোৰ ওচৰত। কফিনটো তেওঁৰ মুখৰ আগৰ পৰা আঁতৰাই নিয়াৰ পাছতো মানুহজনী বহুত ঘণ্টা একে ঠাইতে বহিয়েই থাকিল। তাৰ পাছত টোপনি আহিল। টোপনি যেতিয়া ভাগিল তেতিয়া মানুহজনীয়ে মৰালৈকে একো কথাই ক'ব নোৱৰিলে। বিয়াৰ আগতে গান গোৱা, অভিনয় কৰা মানুহজনীয়ে মৰালৈকে একো কথাই ক'ব নোৱাৰিলে। বহুত চিকিৎসা কৰিও মুখেৰে কোনো ডাক্তৰেই মাত উলিয়াব নোৱাৰিলে। পিছে এনেকুৱা কেছ বৰ বিৰল। ক'ৰবাত কেতিয়াবা লাখৰ ভিতৰত এটা হয়। এনেকুৱা বহুত উদাহৰণ আছে।

গোটখোৱা মানুহবোৰে মোক অজ্ঞান হৈ আছো বুলিহে ধৰি লৈছে। শেহনিশা মোৰ ল'ৰাটো মৰি থাকিল সেই কথাটোৱে মানুহবোৰক বেছি চিন্তাত পেলোৱা নাই এতিয়া দেখিছো চিন্তাত পেলাইছে পুতেকৰ মৰাশটোৰ ওচৰত বহি থকা মাকজনীয়ে কিয় হাও হাওকৈ কন্দা নাই। হ'ব, মানুহৰ চিন্তা হ'ব। মোৰ জানটোক যে মই বহি ৰখি আছো প্ৰকৃতপক্ষে ক'বলৈ গ'লে সি মৰি আছেনে শুই আছে? মাকৰ মুখৰ আগত এটা পুতেক পৰি মৰি থাকেনে নাই নিশ্চিন্তে শুই থাকে। আৰু সিপিনেদিও এজনী মাকে শুই থকা পুতেক এটাক ৰখি থাকেনে নাই পুতেকৰ মৰাশ এটা ৰখি থাকে!

ইমানবোৰ মানুহৰ আগত বীণাই কান্দিছে কান্দক বাৰু কিন্তু জানটোৰ অতীতৰ গুণ বখানি বখানি বিনাব নালাগে নহয়। নিজৰ বায়েকজনীয়ে সহোদৰ ভায়েকৰ গুণ বখনা কামটোত শলাগ ল'ব নোৱাৰি তাকো চিএঞৰি চিএঞৰি। সেই একেটা কামকে কৰিছে জানটোক পাঁচ টকা দি কেঁচুৱাতে কিনি লোৱা হাগলী বেপাৰী আনোৱাৰেঁ। তেওঁ আকৌ কিনি লোৱা ল'ৰাটোৰ নাম ৰাখিছিল হানিফ। তেওঁ আকৌ কয় বোলে অজাতিযে কিনি লোৱা বাবেহে অপদেৱতাৰ ৰোষৰপৰা সন্তানটো বাচিল, কিন্তু জানটো গাত থিত দিযাৰ লগে লগেই যে ডিব্ৰুগড়ৰ মেডিকেলৰ প্ৰফেছাৰক দেখুৱাই মেলি নিতৌ তেওঁ লিখি দিযা ঔষধপাতি খাই আছিলো আৰু সেইবাবেই জানটো অন্যকেইটাৰ দৰে জন্মৰ পাছতে নমৰিল সেই কথাটো বীণাইঁতেও বিশ্বাস নকৰে আনোৱাৰৰ দৰে। আনোৱাৰে আকৌ সৰুতে জোকায় জানটোক ঐ গৰীয়া পোৱালি, হিন্দুৰ ঘৰত কেলেই আছ? ৰহ ডাঙৰ হ'লে তোক মুছলমান ছোৱালী এজনী বিয়া কৰাই দিম। তহঁতৰ ল'ৰা-ছোৱালীৰ জাতটো নতুন হ'ব–হিন্দুও নহয়, মুছলমানো নহয়–নতুন খিছিৰি জাত হ'ব। আনোৱাৰৰ এতিয়া সেইবোৰ তামাচাৰ কথাকে মনত পৰিছে নেকি? সেই কথাবোৰেই মানুহটোক এতিয়া আমনি দিছে নেকি? হোজা মানুহ নহয় যিটো কথাই মনলৈ আহে তাকে ব্যক্ত কৰি দিয়ে। পেটত কথা লুকুৱাব নাজানে। মনৰ কথাক আঁৰ-বেৰ দি ৰাখিব নাজানে, যিহকে ভাবে তাকে হাঁহৰ মাফৰৰ খুলি দিয়া ভুৰুংকৈ উৰি অহা পাৰ চৰাইৰ দৰে কথাবোৰ ওলাই আহে। সেইবাবেই সিও বীণাৰ দৰে জানটোৰ গুণ বখানি বখানি কিনাইছে। জানটোৰ সেইবোৰ গুণ চিএঞৰি বখানিব লাগে কিয়? দিবাকৰ কাকতিৰ কথা ইয়াত গোটখোৱা কোনটো মানুহেনো নাজানে? এই অঞ্চলৰ দিবাকৰক চিনি পোৱা কোন মানুহে দিবাকৰৰ কথা নাজানে। আনকি ঘৰ খানাতালাচ কৰিবলৈ অহা মিলিটেৰীৰ অফিচাৰজনেও

অসমীয়াতে মোক কৈছিল বোলে আপোনাৰ ল'ৰাৰ কথা চব মানুহেই বৰ বাল কৈছে। সি সন্দৰে পৰা বৰ ভাল ল'ৰা বুলি মানুহে কৈছে। বৰ মৰমিয়াল, নীতিত থকা বুলি মানুহে কৈছে। তেনেকুৱা ভাল ল'ৰা এটা কিয় ডকাইতৰ পাৰ্টিত যাব লাগে। এইটো আলফা এটা ডকাইতৰ পাৰ্টি আছে। মানুহক বন্দুক দেখুৱাই ভয় খুৱাই টকা আদায় কৰে। টকা নিদিলে গুলীয়াই মাৰে। আপোনাৰ ভাল ল'ৰাটো এইবোৰতনো যাব লাগেনে। আপুনি বাধা দিব লাগিছিল। আপোনাৰ একমাত্ৰ ল'ৰাটোক আপুনি বাধা দিব লাগিছিল।

অফিচাৰটোৱে ক'লে বাধা দিব লাগিছিল। কাক? মোৰ ল'ৰাটোক। জানক। দিবাকৰ কাকতিক। আনোৱাৰে কিনি লোৱা হানিফক। কোনে বাধা দিব লাগিছিল? মই। তাৰ মাকজনীয়ে। কেনেকৈ বাধা দিব লাগিছিল? শেহনিশা মৰা মোৰ ল'ৰাটোক মই কেনেদৰে বাধা দিব লাগিছিল? পাহাৰৰ নানা দিশৰ পৰা পানীৰ ধাৰবোৰ তললৈ বৈ আহি ভৈয়ামলৈ যেতিয়া এখন নৈ হৈ বৈ যায় তেতিয়া সেই নৈখনক ক'ত কেনেকৈ বাধা দিব পাৰি? দেহত কিছুমান বেমাৰ গোপনে আৰম্ভ হয় আৰু যেতিয়া ধৰা পৰে তেতিয়া আৰু নিৰাময় কৰাৰ সময় পাৰ হৈ যায। যেনে বোধেশ্বৰ বডোৰ কেন্সাৰ বেমাৰটো। মানুহটোৰ কলিজাত কেতিয়াৰে পৰা কেন্সাৰ হৈ আছে কোনেও গম নাপায। কিন্তু এদিন যেতিয়া কাঁহ মাৰোতে চেকুৰা চেকুৰ তেজহে ওলাবলৈ ধৰিলে তেতিয়া মেডিকেলত প্ৰফেছাৰে পৰীক্ষা নিৰীক্ষা কৰি চাই ক'লে বোলে বেমাৰ ঘাইটোৱেই। হোৱাৰো দিন হ'ল। এতিয়া শেষ অৱস্থাতহে ধৰা পৰিছে। গতিকে তোমালোকে ঘৰলৈকে লৈ যোৱা, এইকেইটা দৰৱ পাৰিলে খুৱাবা। এতিয়া আৰু ৰোগীক ক'তো ৰখাৰ দৰকাৰ নাই ঘৰতে ৰাখাগৈ। বৰ বেছিদিন নাথাকে শেষ অৱস্থাতহে ধৰা পৰিলগৈপ হয় আকৌ প্ৰফেছাৰজনে ঠিকেই ক'লে-তাৰ বিশ-পঁচিশ দিনমানৰ পিছতেই বিছনাতে তেজ বতিয়াই বতিয়াই বোধেশ্বৰ মৰি থাকিল। গতিকে কথাবোৰ তেনেকুৱাহে। আৰ্মিৰ অফিচাৰে ক'লে বোলে আপোনাৰ একমাত্ৰ ল'ৰা, তাতে সকলো ফালৰেপৰা ভাল ল'ৰা তাক এইবোৰলৈ যাবলৈ বাধা দিব লাগিছিল। দিওঁ কেনেকৈ? মোৰ জানটোক মই বাধা দিওঁ কেনেকৈ? পাৰৰ পৰা যেতিয়া নদীত জাপ মাৰিলেই পানীত পৰো পৰো হওঁতে আৰু বাধা দিব পাৰিনে?

বাপেকৰ নামত যেতিয়া ভিনিহিয়েকে লগলাগি টকা ৰাঠি হেজাৰ উলিয়াই দিলে ল'ৰা তেতিয়া ক্লাছ টেনত। জানটোৱে মোৰ সন্মুখতে ভিনিহিয়েকক ক'লে

বোলে ভিনদেউ, এই টকাখিনি মাৰ নামত ফিক্সড্ ডিপজিট কৰি থওক। তাৰ সূত্ৰেৰে মাৰ অসুবিধা হ'লে চলিব পাৰিব। আধি মাটিৰ ধানে বছৰটো জোৰেই যেতিয়া ডাঙৰ চিন্তা নাই। ভিনিহিয়েকে কওঁ নকওঁকৈ ক'লে বোলে গোটেইখিনি টকা তেনেকৈ জমা কৰিলে তোকে লাগিব কেতিয়াবা পঢ়া-শুনাৰ বাবে। অৱশ্যে আমি আছো। সি বোলে হ'ব। মই মোৰ পঢ়াৰ খৰচ আৰু তেল-নিমখৰ খৰচ উলিয়াব পাৰিম। বাৰু নালাগে ফিক্সড্ ডি পজিত কৰিলে মাহে মাহে মাই তাৰ ইণ্টাৰেষ্টটো উলিয়াব পাৰিব নহয়, সেইটোৱেই মাৰ হাত খৰচ হ'ব। ৰ'ব মাহে কিমান টকা মাই উলিয়াব পাৰিব। মাহে এহেজাৰকৈ সুত উলিয়াব পাৰিব। ভিনিহিয়েক মান্তি হ'ল। থ'লে। আৰু মোৰ ল'ৰা জানটোৱে কথামতে কাম কৰিলেই নহয। মেট্ৰিক সি ভালকৈয়ে পাছ কৰিলে। ইঁহা-কন্দা কথা। মোৰ জানটো সৰুৰেপৰাই গহীন-গম্ভীৰ বিধৰ। বৰকৈ কথা চেলচেলাই নাথাকে। ৰগৰ কৰে কিন্তু কথা বৰকৈ নকয। তাৰ সেইদিনা মেট্ৰিকৰ ৰিজাল্ট দিব। আগদিনাখন ৰেডিঅ'ত কোৱা কথাটো শুনি আৰু পাছত বাতৰি কাকতত খবৰটো পঢ়ি মোৰ নিজৰে পেটতে হাত-ভৰি লুকাইছে। ল'ৰাটোৰ ৰিজাল্ট বা কি হয়। বায়েকৰ মতে তাৰ ৰিজাল্ট ভাল হ'ব। কিন্তু জানটোক সুধিলে সি মুখেৰে নামাতে। মনে মনে থাকে। ৰিজাল্ট ওলাবৰ দিনা মোৰে মনটোত ভয় ভয় লাগিছে কিন্তু থাপনাৰ আগত চাকিটো জ্বলাই সেৱা কৰি মনে মনে ভুনভুনাই ভগবানক প্ৰাৰ্থনা কৰিলো বোলো ৰিজাল্ট ভাল হ'লে সইত সেৱা এভাগ পাতিম। সইত সেৱালৈ পিছে মই তাৰ পৰীক্ষাৰ প্ৰথম দিনাখনেই থাপনাৰ আগত টোপোলা বান্ধি আগ কৰিছিলো। পিছতহে গম পালো আনোৱৰেও শ'ৰাগুৰি চাপৰিৰ দৰগাহত মম আগবঢ়াই থৈছে। শ'ৰাগুৰিৰ দৰগাহ বোলে বৰ প্ৰামাণিক। আনোৱাৰৰ কথাটো পিছতহে গম পালো। এঘাৰ বজাত হেনো স্কুলত ৰিজাল্ট দিব। ল'ৰাই এঘাৰ বজালৈকে গাকে ধোৱা নাই। তাৰ গাত কথা লগাই নাইনে। আনোৱাৰ আহিলেই। আহিয়েই চিএৰ-বাখৰ লগালেই নহয বোলে তোৰ আজি ৰিজল নিদিব জানো হানিফ। বোলে দিব। পিছে ক'তা তই দেখোন গাকে তিওৱা নাই। ইপিনে ওপজি পুৱাৰে পৰা মায়েৰে চিএৰ-বাখৰ কৰি আছে বোলে ল'ৰাৰ ৰিজল দিব খবৰেই নাই। হেৰ' মায়েৰৰ চিএৰ-বাখৰত ক'ত গৰু এৰাল দিলো, ক'ত ছাগলী এৰাল দিলো আল্লাইহে জানে। হেৰ ওলা। ভাযেৰ-ভনীয়েৰকেটাৰ গাতো তত নাই। ইপিনে পৰহি দিনা হামিদা বাযেৰে ঘৰৰ পৰা গিৰিযেকক পঠাই দিছে, তাইক হেনো কোনোবাই তোৰ ৰিজল দিলে বুলিযেই ক'লে। মইহে বোলো

কালি আহিছো মই হানিফক লগ পোৱা নাই কি হ'ল বাইদেউক লগ পাই আহিছো কোৱা নাই। তোৰ ৰিজল লৈ আকৌ কুটুবক বৰবৰুৱালৈ পঠাব লাগিব। নহ'লে বাইটিয়েৰে মোকহে বকিব। যা যা বেগতে যা।

গা-পা ধুই ভাত-পানী খাই সি ওলাল। তাৰ চাইকেলত পাম কম আছিল বাবে আনোৱাৰৰ চাইকেলখনকে লৈ গ'ল। তাৰপৰা বহি আছো, বহি আছো আৰু ল'ৰা নাই। বৰমাক খুড়ীযেকহঁতো বহি আছে। বৰদেউতাকে ৰিং মাৰি জানটো আহিলেনে নাই খবৰ লৈ আছে। মোৰ গা চেবালে। যিমানে দেৰি হৈ গৈ আছে সিমানে মোৰ গা চেবাইছে। ল'ৰাৰ ৰিজাল্ট বেয়াহে হ'লনেকি? আহিল নহয়, আহিল। সকলোৱে তাক বেটি ধৰিছে সি কিন্তু চামোন। মোৰ তাক ৰিজাল্টৰ কথা সুধিবলৈ ভয় লাগিছে। বৰমাকেহে সুধিলে বোলে জানটো তোৰ ৰিজাল কি অ'?

—ভাল।

—এ ভালনে? কোন ডিভিজনত পাছ কৰিছ? আনোৱাৰে সুধিলে।

—ফাৰ্ষ্ট ডিভিজন।

—ফাৰ্ষ্ট ডিভিজন। বাইদেউ চাহ-মিঠাই খুৱাওক। আমাৰ হানিফে ফাৰ্ষ্ট ডিভিজনত পাছ কৰি । মোৰ মুখত হাঁহি ওলাল। হাঁহি হাঁহি সুধিলো বোলো কিহবাত লেটাৰ পাইছ নেকি? সিও ঢেক্ ঢেকাই হাঁহিবলৈ ধৰিলে। খুড়ীযেকৰ ফালে চাই ক'লে—'মাই লেটাৰৰ কথাও জানে।' মুখতে ধৰি বৰ বাপেকৰ ছোৱালী কলেজত পঢ়া নিৰ্মল৷ বায়েকে ক'লে—

—তইনো খুড়ীক ইমান অঁকৰা বুলি ভাবিছ কিয়? খুড়ীয়ে যিমান খবৰ কাগজ পঢ়ে আমিযেই নপঢ়ো। পিচে কচোন কিহবাত লেটাৰ পাইছনে নাই?

—পাইছো।

—লেটাৰ পাইছ অথচ মনে মনে আছ, কিহত পাইছ?

—অংক আৰু সমাজ অধ্যয়নত।

—দুটাত লেটাৰ পাইছ বুলি ক'বলৈহে পালে আনোৱাৰে ল'লৈই নহয় তাক দাঙি। তাহানি দুবছৰীয়া জানটোক দাঙি ওপৰলৈ দলিয়াই আকৌ খাপ মাৰি ধৰাৰ দৰে যেন আনোৱাৰে তাক দলিয়াই দলিয়াই ঢোপগুটিহে খেলিব এতিয়া। তাক দাঙি বোকোচাত লৈ সিনো কি নৱকিছে চিঞৰি চোতালখন পাৰ হৈ বৰবাপেকৰ ওচৰলৈ তাক নি ক'লে—'কোৱাইটি, ই বদমাছে পৰীক্ষাত ফেইল কৰিলে। ইয়াক

মৰিয়াই মৰিয়াই ঘৰৰ পৰা খেদি দিব লাগে। ই বোলে দুটাত লেটাৰ পাইছে বুলি আনোৱাৰৰ কি আনন্দ।'

সেয়া আনোৱাৰে তাহানিৰ সেইবোৰ কথাকে বকি বকি অথনিৰে পৰা বিনাই আছে। সেই বুঢ়া মানুহটোৱে অথনিৰে পৰা ইমান ইনাই বিনাই কান্দিছে কিন্তু তেওঁৰ মুখখন বন্ধ কৰিবলৈ কোনেও চেষ্টা কৰা নাই। ভালকৈ ৰাতি পুওৱাৰ পাছততো আৰু বিপদ হ'ব। আনোৱাৰৰ ঘৈণীয়েক আচমা যেতিয়া আহিব তাইক বাধা দিয়াহে টান হ'ব। বৰ চিঞৰিব তাই। তাই বুকু ভুকুৱাই ভুকুৱাই নাকান্দিবনে। আচমাই—?

মেট্রিক পাছ কৰাৰ পাছত বায়েক-ভিনিহিয়েকে তাক কলেজত নাম লগাবলৈ টকা দিলে। মই নালাগে বুলি কৈছিলো, আছে বুলি কৈছিলো, নামানিলে। মই মোৰ পইচাৰে নতুন চোলা-কাপোৰকে দুযোৰ আনি দিলো। তাৰ হাতত পইচা নিদিলো। কাৰণ তাৰ হাতত পইচা দিলে সি বাহিৰা কিতাপহে কিনিব। গতিকে খুড়ীয়েকৰ লগত দোকানলৈ গৈ ময়েই তাৰ কাৰণে পেন্টৰ কাপোৰ, চোলাৰ কাপোৰ আনি দিলো। আনোৱাৰে আকৌ তাৰ পুৰণা বাইচাইকুলখন নি কিবা বি বি নতুনকৈ লগাই সাইলাখ নতুন কৰি দিলে। এক পইচাও নল'সে মানুহটোৱে। দিলেও বেযাহে পায। তথাপিও মই কৈছিলো বোলো ঠাইতে ইমানবোৰ টকানো কিয খৰচ কৰিলা, কি বৰ ধনীটো তুমিহে। আনোৱাৰে আকৌ মুখহে ওন্দোলালে।

তাৰ পাছত জানটোৱে টিউচন ল'লে নহয। ৰাতিপুৱা এটা, ইবেলা দুটা। তিনিটা টিউচনত সি হেনো পাঁচশ টকা পায়। ঘৰৰ পৰা দুলীযাজানলৈ তাৰ কলেজলৈ অহাই-যোৱাই এঘাৰ মাইলমান হ্য। এই এঘাৰ মাইল বাট বাইচকুল চলাই অহা-যোৱা কৰি আকৌ টিউচন, আকৌ নিজৰ পঢা জানটোৰ বে'ছ কষ্ট হৈছিল। কিন্তু কোনোদিনা তাৰ মুখত কষ্ট পোৱাৰ কথা নুশুনিলো,বিৰক্তি নেদেখিলো। একো আপত্তি নাই একোতে। সেই টিউচন কৰোঁতেহে বোলে মণিকাৰ লগত প্ৰণয় হ'ল। মই পিছতহে গম পাইছো ৰুমা আৰু খুড়ীযেকৰ জীয়েক মালাৰ মুখে। গৈ গৈ বি এছ চিত ভালকৈ পাছ কৰিলে। তাৰ মাজতে আকৌ দেশৰ আন্দোলন। খাৱন-শোৱন নাই ল'ৰাটোৰ। ৰাতিক দিন কৰি ঘুৰিলে। এবাৰ মূৰত বেণ্ডেজ-তেণ্ডেজ লৈ তিনিদিনৰ মূৰত ঘৰ ওলালহি। কি হ'ল তোৰ? সি একো নক'লে। ক'লে অজিতেহে। বোলে খুড়ীদেউ ই জানটো কথমপিহে বাচিছে। পুলিচৰ গুলীত সাতোটা মৰিল। দুলীয়াজানত তেল

শোধনাগাৰ বন্ধ কৰিছিল। বাহিৰলৈ তেল নিবলৈ নিদিযে। প্ৰথমে পুলিচে লাঠিচালনা কৰিলে। অজিতৰ কঁকালত মাৰ পৰিল। জানটোৰ মূৰত মাৰ পৰিল। ছয়-সাত বছৰৰ আগতে বাছৰ পৰা পৰি অজিতৰ কৰঙনৰ হাড় ভাগি আছে। তাত আকৌ ডিব্ৰুগড়ৰ শিব বৰুৱা প্ৰফেছাৰে গজাল মাৰি থৈছে। লেঙেৰাই লেঙেৰাই খোজ কাঢে। গেলাতে টেঙা তাৰহে আকৌ কঁকালত পুলিচৰ মাৰ পৰিল। কোনোবা কেইটামানে সিহঁত দুটাক চোঁচোৰাই টানি নলা হ'লে তাতে আধ্যা পৰিলেহেঁতেন। জানটোৰ মূৰত তিনিটা চিলাই পৰিছে। দুদিন হাস্পতালত ৰাখি এতিয়া ঘৰলৈ পঠাই দিছে। অজিত জানটোতকৈ বয়সত তিনি বছৰমান ডাঙৰ যদিও দুয়োটা জয়-বিজযৰ দৰে ফুৰে। ৰাতি পুৱালে অজিতৰ তেসত্তৰ-চৌসত্তৰ বছৰীয়া মাকজনীও ওলাবহি।

ঘৰত ছয়-সাতদিন মানহে থাকিল ল'ৰা। বেণ্ডেজ খুলিলে মাত্ৰক ভাগিল। ৰাতিৰ ৰাতিটো খাপ দি থাকো। লেষ টোপনি নাহে। তাৰ চিন্তাতে মোৰ আগৰে পৰা লাগি থকা মূৰ ফুৰণিটো বেছি হ'ল। কেতিযাবা দোভাগ নিশা ঘৰ সোমাবহি। কেতিযাবা আহিব দোকমোকালি। মোৰনো ক'ত টোপনিখন আহে। উজাগৰে কটাব লাগে। বৰবাপেক-খুড়াকেও বহুত বুজালে তেনেকৈ আন্দোলনত গা ঢালি নিদিবৰ কাৰণে। ল'ৰাই আকৌ শুনিব লাগিছে নহয ডাঙৰৰ কথা। মই এদিন ক'লোহে বোলো দেশৰ পৰা বিদেশী খেদোৱাৰ দাযিত্বটো অজিত আৰু তোৰ ওপৰতহে পৰিছেনেকি? বোলে অজিত বৰঠাকুৰ আৰু দিবাকৰ কাকতিয়েহে বিদেশীবোৰ খেদাব লাগিব। কিন্তু ক'বতো নোৱাৰি। ক'লে জানটোৱে মুখেৰে নামাতে কিন্তু অজিতে বহি লৈ যেনেদৰে বুজাবলৈ ধৰিব যেন সত্ৰাধিকাৰ এজনেহে শিষ্যৰ আগত শাস্ত্ৰৰ ব্যাখ্যা দি বুজাইছে। সেইটো এটা ল'ৰা দেহি অকালতে হেৰাল। মাকক শুদা কৰি ল'ৰা গুচি গ'ল। আন্দোলনৰ হুৰহুৰ ল'ৰাটোৰ খাৱন-শোৱন নাই। টোপনি নাই। পেটত গেছট্ৰিক হ'ল ল'ৰাৰ খবৰ নাই । মৰাৰ পাছত মাকজনীয়ে মোৰ ডিঙিত ধৰি ধৰি তাকেহে বিনালে। বুকু ভুকুৱাই কান্দিলে বুঢীজনীয়ে। বেমাৰ লুকাই থ'লে। লিভাৰত কেন্সাৰ হ'ল। নিজৰ ইন্‌কাম নাই বাবে ককায়েকৰহঁতে খৰচ কৰিব লাগে বাবে বেমাৰৰ কথা নক'লে। আন্দোলন কৰাবোৰে চৰকাৰ পাতি তাক চাকৰি যাচিছিল। সি ক'লে বোলে যিবোৰে ৰজা হ'বৰ কাৰণে আন্দোলন কৰিছিল, চাকৰি ল'বৰ বাবে আন্দোলন কৰিছিল সেইবোৰৰ লগত মই নাই। নিজৰ শ্ৰমেৰে, নিজৰ মগজেৰে চাকৰি ল'ম। অনুগ্ৰহ কৰিব নালাগে। নল'লে চাকৰি। যেতিয়া তেজ বমি কৰিলে তেতিয়াহে ককায়েকহঁতে

গম পালে বোলে কিবা বিষম হৈছে। বোম্বাই পালেগৈ। দুদিন থাকি ল'ৰা মৰি থাকিল। তাকে মাকে কৈ কৈ কান্দিছে বোলে নিজৰ জন্মভূমিখনৰ কাৰণে আন্দোলন কৰি কৰি পেটত বেমাৰ লৈ মৰিল কিন্তু মৰাৰ পাছতো ল'ৰাটোৱে নিজৰ জেগাত থাকিবলৈ মাটি তিনিহাত নাপালে। কেতিয়াবা বোলে মৰিশালিখনলৈকে চাই হুমুনিয়াহ এটা এৰি বুকুখন শাঁত কৰো তালৈযো ল'ৰা থাকিলগৈ বোম্বেৰ কোনোবা শ্মশানতহে। মানুহজনীয়ে মোক গবা মাৰি গবা মাৰি সেইবোৰকে কৈ কৈ কান্দিলে। এতিয়া পোহৰ হ'লে ঢপলিয়াই আহিব বুঢ়ীজনী। কান্দিবহি।

আন্দোলনত লগাৰ দৰেই জানটো এইবাৰ ভোটত লাগিল। কিন্তু মই তেতিয়া বুজিব পৰা নাছিলো যে সিহঁতে লাগি ভাগি জিকাই দিযা চৰকাৰটোকে দুবছৰমানৰ পিছৰ পৰা কিয় সিহঁতে বেয়া পাবলৈ ধৰিলে। চৰকাৰৰ কথা ওলালেই দাঁত-মূৰ কৰচি উঠে। কেইবাটাও গোট খালে অনবৰতে চৰকাৰক গালি পাৰে। মই ভেবা লাগি শুনি থাকো। কি হৈছে ইহঁতৰ। কেতিযাবা সুধিবলৈ মন যায বোলো এইটো চৰকাৰ পাতিবলৈ তহঁতেই জানো ৰাতিক দিন কৰা নাছিলি? পিচে সোধো কাক? সুধিলে জ্বলা জুইত ঘিঁউ ঢলাহে নহ'বনে?

জানটোৱে বি এছ চি পাছ কৰাৰ পাছত অনাই-বনাই ঘূৰি ফৰোতে বাযেক-ভিনিহিয়েকে কেইবাদিনো কোৱা শুনিলো। আনোৱাৰেও কোৱা শুনিলো যদিহে তোৰ পঢ়াৰ মন বহা নাই তোৰ চিনাকি সেইবোৰ দেখোন মন্ত্ৰী-এম এল এ আছে কৈ মেলি চাকৰি এটা নলব কিয়? তাৰ উত্তৰ একেটাই শিয়ালবোৰৰ ওচৰলৈ নাযাওঁ। সেইবোৰ মানুহ নহয়—শিয়াল-বান্দৰহে। চেষ্টা কৰি আছো মগজেৰে পালে চাকৰি ল'ম কিন্তু শিয়ালৰ ওচৰত মূৰ দোঁৱাই বা বান্দৰক কল-কুঁহিযাৰ দি চাকৰি নলওঁ। বহুতদিন ঘূৰিলে জানটো। মই একো নকওঁ। জানটোক মোৰ ক'বলগীয়া একোৱেই নাই। নিজৰ ল'ৰা বুলি কোৱা নাই মই সকলৰে পৰাই তাৰ গাত একো বদগুণ দেখা নাই। অৱশ্যে দিনে-ৰাতিযে আন্দোলন কৰি ঘূৰি ফুৰোতে বেয়া পাইছিলো। ভয খাইছিলো। এদিন ভিনিহিযেকে আহি ক'লেহি—'শুনিছনে, বালিচৰ চাহ বাগিছাত বনুৱা কল্যাণ বিষয়াৰ পদ এটা খালী হৈ আছে। বৰকেৰেণীযে কোৱা মতে বৰ ভাল কেন্ডিডেট নাই। তই দৰ্খাস্তখন দি দেচোঁন। কাকো খোচামুতি কৰিব নালাগে। ইণ্টাৰভিউ হ'ব, ভাল কৰিলে চাকৰি পাবি। বাগিচাৰ মেনেজাৰটো ভাল—মন্ত্ৰী-চন্ত্ৰীৰ কথা নামানে। ইয়াৰ মন্ত্ৰীজনে কোনোবা এটা

ল'ৰাৰ কথা কওঁতে একে আষাৰেই ক'লে বোলে ইণ্টাৰভিউ ভাল কৰিলে চাকৰি পাব আৰু বেয়া কৰিলে নাপায়। মেনেজাৰে কেয়াৰ নকৰে মন্ত্ৰীক। বাগানৰ মালিক থাকে বাহিৰত। এই দৰ্খাস্ত এখন দি দেচোন। সি দিলে দৰ্খাস্ত। আৰু সঁচাকৈয়ে হয় একুৰি বাৰটা ল'ৰাৰ ভিতৰত মোৰ জানটোৱেই চাকৰিটো পালে। প্ৰথম দিনা চাকৰিলৈ যাবলৈ ওলাওঁতে দদায়েক-খুড়ীয়েকে জোকাইছে বোলে চাহাবৰ নিচিনা চাকৰি লৈনো তই এতিয়া চাইকেল লৈহে যাবি? মাৰুতী গাড়ী লৈ যাব লাগিছিল।

◆◆◆

—মানুহজনী অথনিৰে পৰা তেনেকৈ বহিয়েই আছেনে? ফুচফুচাই সুধিলে মানুহজনে।

—এৰা বহিয়েই আছে।

—নাই, কন্দা-কটা কৰাৰ কথা বাদেই দিয়ক মুৰটোকে দঙা নাই। সেয়া ডাক্তৰে হাতত বেজী ৰেডি কৰি লৈ আছে কিন্তু দিবলৈ চান্স পোৱা নাই।

—কথাটো ভাল হোৱা নাই নেকি? পাৰিলে কন্দুৱাব লাগিছিল যেনে-তেনে।

—কন্দুৱাব লাগিছিল মানে। মুখৰ আগত একমাত্ৰ ল'ৰাটো মৰি আছে, তাৰ গাতে মাকজনীয়ে হাত দি আছে তথাপিও কন্দা নাই আৰু কেনেকৈ কন্দুৱাব?

—কেতিয়াৰে পৰা তেনেকৈ আছে মানুহজনী?

—মৰাৰ আগৰে পৰাই আছে।

—আচলতে কথাটো কি হ'ল জানে, মানুহজনীয়ে হয় কান্দিবলৈ পাহৰিলে নহয় কান্দোনটোৱে ভিতৰত খুন্দিয়া খুন্দি কৰি আছে। বাহিৰ ওলাই আহিব পৰা নাই। কিন্তু এইটো কথা বৰ বিপজ্জনক। হয়তো খুন্দামাৰি মানুহজনী মাৰিও পেলাব পাৰে। নহয় পিছে কেতিয়া কান্দিব জানে—শটো আগৰ পৰা লৈ গ'লেই হাও হাওকৈ কান্দিব। তেতিয়া কিন্তু কন্দাৰ কাৰণেহে আকৌ অন্য এটা নতুন বিপদ হ'ব।

—এৰা কথাটো দেখি ভাল লগা নাই। চিন্তাৰ কথা হৈছে কিন্তু।

—আলিৰ মূৰত মই আৰ্মী আৰু পুলিচ দেখি আহিলো নহয়। কেবাখনো গাড়ী ৰৈ আছে।

—এতিয়া আকৌ সিহঁত কিয় আহিছে? শটোৰে কিবা বিপদ কৰিব পাৰে বুলি ভাবিছেনে নেকি?

—নহয় কিজানি কোনোবা সংগঠনৰ মানুহ আহে' তাক ধৰিবলৈ বা গুলীয়াবলৈ খাপ পিতি আছে ক'ব পাৰিব সংঘৰ্ষত মৰিল বুলি।

—নহয় অন্য এটা কথাও হ'ব পাৰে—সিহঁতে জানিছে যে এই মৰি পৰি থকা দিবাকৰ কাকতি ল'ৰাটো জনপ্ৰিয় আছিল। ল'ৰাটোৰ সংগঠনৰ আনবোৰৰ দৰে কোনো বদনাম নাছিল। গতিকে আজি শটোৰ ওচৰত হেজাৰ-বিজাৰ মানুহ গোট খাব বুলি সিহঁতে ধৰি লৈছে। ল'ৰাটো যদি থানাত মৰিলহেঁতেন তেতিয়া সিহঁতৰ এক্তিয়াৰ থাকিলহেঁতেন আৰু সিহঁতেই নিজাববীয়াকৈ মানুহক আহিবলৈ নিদি পুৰি পেলালেহেঁতেন শটো। এতিয়াতো সেইটো কৰিব নোৱাৰে—

—তাতে হাইকৰ্টে অ'ৰ্ডাৰ দি থৈছে পুলিচ-মিলিটেৰীয়ে এনে অৱস্থাত হস্তক্ষেপ কৰিব নোৱাৰিব বুলি—

—চৰকাৰে এতিয়া গোট খোৱা মানুহলৈকে একমাত্ৰ ভয় কৰে। মানুহ সিঁচৰিত হৈ থাকিলে চৰকাৰে ভয় নকৰে কিন্তু গোট খালেই বা মুঠ বান্ধিলেই চৰকাৰে ভয় কৰে। ক'ৰবাত ৰাজহুৱা পুখুৰী এটা সিঁচিবলৈযো যদি মানুহ গোট খালে পুলিচ আৰ্মিযে তৎক্ষণাৎ তদন্ত কৰিব কিযনো মানুহ গোট খাইছে।

—হয় আপুনি ঠিকেই কৈছে, মানুহক ভয় খুৱাবৰ কাৰণে, সন্ত্ৰাসিত কৰিবৰ কাৰণেই ৰাতি এডোখৰৰ পৰা আলিৰ মূৰত পুলিচ-মিলিটেৰীযে পহৰা দি আছে।

—আপুনি ভাবিছেনেকি ইযাতো যে চিভিল ড্ৰেছত সিহঁতৰ মানুহ নাই'

—আছে আছে, নাই বুলি ভাবিবই নোৱাৰি।

—চাওঁ এইফালে আহক, সেই মানুহটো চাওক।

—কোনটো?

—সৌ দুৱাৰখনৰ ওচৰত যে পিৰিকা পিৰিককৈ আমালৈ চাই কাৰোবাৰ লগত কথা পাতি আছে।

—কোনজন?

—সৌযে হাতত আৰু ওঁঠত পখৰা ওলোৱা মানুহটো, ডেকা মানুহ-দেখিছেনে পখৰা ওলোৱা মানুহটো?

—অ' দেখিছো,

—ডেন্‌জাৰাছ মানুহ। দুই তাল মাৰি ফুৰা মানুহ। পখৰা আগতেও এই বুঢ়ীজনীৰ ওচৰলৈ বহুতবাৰ আহিছে। আহি বহুতপৰ বহি বুঢ়ীৰ লগত কথা পাতিছে। পাতি চিধাই থানালৈ বা কেম্পলৈ যায়। এতিয়াও পখৰাই সেইবোৰ তালতে ইয়াত গোট খোৱা মানুহৰ চোৰাংচোৱাগিৰি কৰিবলৈ সোমাই আছেহি। আপুনি মন কৰিব দুজনে আছুতীয়াকৈ কথাপতা দেখিলেই সি নজৰ মাৰে। আমালৈ আঁৰ চকুৰে কেনেকৈ চাই আছে চাওক। বৰ পেটকুলি মানুহ। বৰ ঈৰ্ষাকাতৰ মানুহ সেইটো।

—ৰ'ব ৰ'ব আপুনি ঠিকেই আঙুলিযাই দিছে আৰু এটা মানুহৰ ওপৰত মোৰ সন্দেহ আছে। মই ভাবিছোহে ছয-সাত কিলোমিটাৰ দূৰৰ পৰা এই মহা কৃপণ মানুহটোৱে কিয় মাৰুতি লৈ ৰাতিখন ইযালৈ আহিছে। ইপিনে মানুহটোৰ হাই ব্লাড পেছাৰো আছে। সেই খিৰিকীখনৰ কাষত মানুহবোৰৰ মাজত যে আছে ক'লা চুলি পাতল মানুহটো। সেই যে ভেবেলামুখীয়া মানুহটো দেখিছেনে? সি আমাৰ লগতে পঢ়িছিল। তাৰ মুখত মৌ পেটত গৰল। তাৰো ইযালৈ অহাৰ কিবা মতলব আছে। তাৰ ডাঙৰ কথাটো হ'ল যে সি সদায় দুজনৰ মাজত কাজিযা লগাই ভাল পায। হাঁহি উঠা কথা—সি যেতিযা জানিব যে আপুনি দৰ্মহা বেছি পায তাৰ গাত সৰিযহ ফুটে। অন্য কোনো কাৰণ নাথাকিলেও কেৱল সেইটো কাৰণতে আপোনাক নমতা হ'ব। ইমান পেটকুলি স্বাৰ্থপৰ-ঈৰ্ষাপৰাযণ মানুহটোৱে গাড়ীৰ পেট্ৰল খৰচ কৰি ৰাতিখন ইয়ালৈ অহাৰ কিবা মতলব নাই বুলিছেনে?

—বুঢ়ীজনীযে মূৰটোও লৰচৰ কৰা নাই মন কৰিছেনে?

—মূৰটো লৰচৰ কৰা কথাটো বাদ দিয়ক হাত দুটা যি সেই ল'ৰাটোৰ হাতত তেতিয়াই তেনেকৈ থ'লে এতিয়ালৈকে চুলিডাল মানো লৰচৰ কৰা নাই। জঠৰ হৈ গ'ল চাগৈ।

ডাক্তৰৰ পৰামৰ্শ ল'ব লাগিছিল।

—ডাক্তৰ আছেই। বুঢ়ীজনীৰ পিছতেই সেয়া ডাক্তৰ বৈ আছে যদি বৰ

বেছি ভয় খাবলগীয়া কথা নাই কিন্তু আচৰিত লাগিছেহে।

—বাৰু চাওঁৰ আছে যদি বৰ বেছি ভয় কাবলগীয়া কথা নাই কিন্তু আচৰিত লাগিছেহে।

জানটো লাহে লাহে সলনি হৈ গ'ল। সময়মতেই বাগিচাৰ চাকৰিলৈ যায় কিন্তু আহোতে দেৰি কৰে। জানটো অহাৰ লগে লগেই ক'ত জানো মানুহবোৰে বাট চাই থাকে লাইন লাগে। বাগানৰ বনুৱাবোৰো আছে। আৰু কিছুমান নতুন আগতে নেদেখা অচিনাকি ল'ৰা আছে। কিছুমান ৰাতি থাকেও। ৰাতিৰ ৰাতিটো কথা পাতে। মই তাক কেইবাদিনো সুধিছিলো বোলো জানটো এইবোৰ ক'ৰ মানুহ আহে অ' সি পিছে মুখেৰে নামাতে। আৰু কেইবাদিনো সুধিছিলো বোলো তই দেখোন জানটো আগতকৈয়ো গহীন হৈ গ'লি কথাটো কি? ঘৰখনত মানুহ আছো আমি দুটাহে। তাতে যদি এটা নিমাত হৈ থাকে থাকিবি কেনেকৈ? তেতিয়াও সি নিৰুত্তৰ। মাজে মাজে ছোৱালীও দুই-এজনী আহে। মই কথা এটা মন কৰিছিলো যে যিবোৰ ল'ৰা-ছোৱালীয়ে জানটোক লগ কৰিবলৈ আহিছিল সেই সকলোবোৰে কিন্তু বৰ গহীন ধৰণৰ। সিহঁতৰ মুখলৈ চাবই নোৱাৰি—কিবা যেন বৰ চিন্তাত পৰি আছে। সিহঁতে কি কথা পাতে মই কেইবাদিনো শুনিবলৈ চেষ্টা কৰিছিলো। গম পালো সিহঁতে চৰকাৰটোৰ কথা পাতে। দাঁত-মুখ কৰচি সিহঁতে চৰকাৰক দকচি থাকে। মন্ত্ৰীবোৰৰ নাম কৈ কৈ সিহঁতে কথা পাতে। দেশখন যে সিহঁতে শেষ কৰি দিলে সেইবোৰ কথা পাতে। মই আজৰি পৰত বাতৰি কাকত পঢ়ো। চৰকাৰটো যে দুৰ্নীতিপৰায়ণ হৈছে সেইবোৰ মই কাকতত পাইছো। কিন্তু জানহঁতেও যে ইমান বেয়া পাইছে মই ধৰিবই পৰা নাছিলো। ধৰিবনো পাৰো কেনেকৈ। কাৰণ এসময়ত এই জানহঁতেই দেহে-কেহে খাটি এইটো চৰকাৰ পাতিছিল। সিহঁতে আন্দোলনো কৰিছিল। এটা সেয়া তাৰ লগত অজিত মৰিয়েই গ'ল। তেনেস্থলত সিহঁতে যে আকৌ চৰকাৰটো বেয়া পাব, দকচি থাকিব মই জানো কেনেকৈ?

জানটোৱে প্ৰথমটো দৰমহাৰ পৰাই পাবৰ দিনা সকলো টকা মোৰ হাতত বাহিৰে বাহিৰে জমা দিয়েহি। পাছত খৰচ কৰিবলৈ মোৰ হাতৰ পৰাই সি নি থাকে। সি দৰমহা পোৱাৰে পৰা মই আৰু বাপেকৰ জমা থোৱা টকাৰ সুতটো নুলিওৱা হ'লো। কিন্তু শেষলৈ সি মোৰ হাতত পইচা থ'বলৈ এৰিলে। পিছত

আকৌ সেই ল'ৰা-ছোৱালীবোৰ আহিলে তাৰ ওচৰলৈ সি মোক কেতিয়াবা মোৰ হাতত পইচা আছে নেকি সোধেহে। মই আকৌ মনে মনে সি মদপানী খাইছেনেকি গম ল'বলৈ চেষ্টা কৰিলো। নাই, ফুটকে নাপালো। কেতিয়াবা সিও ৰাতি ঘৰত নাথাকে। ক'ৰবাত থাকি বাহিৰে বাহিৰে চাকৰিলৈ গৈ ৰাতিহে ঘৰ সোমায়হি। মই বোলো তই কালি ক'ত আছিলি অ'। সি কওঁ নকওঁকৈ কেইবাবাৰো সোধাৰ মূৰত কয় বোলে গৈছিলো এফালে কামত। দেৰি হ'ল কাৰণে ঘৰলৈ নাহিলো। বচ্ সিমানেই কথা। তাৰ পৰাতো মই একোকে অনুমান কৰিব পৰা নাছিলো। এদিন আবেলি ভয়ে ভয়ে মণিকাই ক'লে—'ৰৰমা আপুনি কথা এটা গম পাইছেনে? মই বোলো কি কথা? মোৰ কথা শুনি তাই ইফালে-সিফালে চাই ফুচ ফুচাই কোৱাদি ক'লে—'এই দিবাকৰ যাবগৈ।

—যাবগৈ দিবাকৰ! ক'লৈ যাব?

—তেওঁ সংগঠনত যোগ দিবলৈ যাব।

—কি সংগঠন অ'?

—আলফা। আলফাত যোগ দিবলৈ যাব।' মণিকাৰ মুখৰ কথাষাৰ শুনাৰ লগে লগেই মোৰ যেন তালু ফুটি জীৱটো ওলাই গুচি গ'ল। মই চকুৰে ধোঁৱা কোঁৱা দেখিলো। এনেয়ে মোৰ বহুত দিন ধৰি মূৰফুৰণি এটা আছিল তেতিয়া মণিকাৰ কথাটো শুনি মূৰৰ পৰা মূৰফুৰণিটো গৈ যেন বুকুৰ ভিতৰত সোমাই ডিঙি মুচৰি পেলাই দিয়া পাৰ চৰাই এটাৰ দৰে ধৰফৰাবলৈ ধৰিলে। মই ঠাইতে চকীখনত বহি দি মণিকাৰ চকুলৈ চাইছোহে চাইছো কিন্তু তাইৰ মুখখন মই নেদেখোঁ। তাই কিবা কৈ আছে যদিও মোৰ কাণত সোমোৱা নাই। তাই কিবা কৈ আছে।

মই সেই বহাতে কিমানপৰ বহি থাকিলো ক'ব নোৱাৰো। আন্ধাৰ হৈ গ'ল। খুড়ীযেকেহে আহি লেম্পটো জ্বলাই দিছেহি। লাইট আজি কেইবাদিনো নায়েই। ভোগদাই সুধিলে বোলে বাইদেউ কি হ'ল দৰকাল দি বহি আছে যে। মূৰফুৰণি উঠিছে নেকি?

—এৰাহে মূৰটো ভাল লগা নাই।

—আজি তাতে বতৰটোও গোমা নহয়। জানটো অহা নাই হবলা।

—নাই অহা।

—ই আজিকালি বৰ দেৰিকৈ আহিবলৈ লৈছে। ইহঁতৰ বাপেকে কৈছেহে

বোলে দিন-কাল বৰ বেয়া হৈছে। ৰাতি-বিয়লি ডেকা ল'ৰাবোৰ ঘূৰি ফুৰাটো বিপদৰ কথা হৈছে।' কৈ কৈ ভোগদা গুচি গ'ল।

জানটো আলফাত যাব। কি কৰিবগৈ আলফাত গৈ? কি কৰিছে আলফাই? বাতৰি কাকতত পঢ়ামতে আৰু মানুহৰ মুখে মুখে শুনামতে আগতে আলফাই মানুহ কিছুমান মাৰিছিল। টকা এসোপা তুলিছিল। এতিয়া এই গোহালি টকলাটো মুখ্যমন্ত্ৰী হোৱাৰে পৰা ধুমধাম আলফাৰ ল'ৰাবোৰ আওমৰণেৰে মৰি আছে। আগতে মাৰিছিল এতিয়া মৰিছে। তাৰ বাহিৰেনো আলফাই আৰু কি কাম কৰিছে? আগতে মদ খোৱা মানুহক আঁঠুকঢ়াই থৈছিল এতিযা সেইবোৰেই মদৰ মহল দিছে। আগতে যিবোৰে মদৰ দোকান ভাঙিছিল এতিযা সেইবোৰেই হয় মদৰ দোকান দিছে নহয় মদৰ দোকানৰ পৰা টকা তুলিছে। তাৰ বাহিৰে আলফাই কি কৰিছে যে নতুনকৈ আকৌ ভাল চাকৰি এটা এৰি জানটো আলফালৈ যাব খুজিছে।

মই কিমানপৰ তেনেকৈ চকীখনত বহি আছিলো ক'ব নোৱাৰো। ঘিটিংকৈ চাইকেলৰ শব্দ হ'লতহে সাৰ পোৱাদি পালো। জানটো সোমাই আহিলত তাৰ মুখলৈ মই থৰ হৈ চালো। তেনেকৈ থৰ হৈ চোৱা দেখি সিও কেনেবা পালে। মোক সুধিলে,—'কি চাইছা?'

—তোক আজিকালি দিনে-পোহৰে দেখিবলৈকে নাপাওঁ বুলি মযে কথাৰ সুৰ সলাই ক'লো। সি এবাৰ মোৰ চকুলৈ চাই তাৰ নিজৰ কোঠাত সোমাল। সি দৈ খাই বৰ ভাল পাই বাবে দৈ এচুঙা লৈ থৈছিলো। দৈ-চিৰাৰ বাটিটো তালৈ আগবঢ়াই দি মই সি জলপান খোৱা চাই আছো। তাৰ মুখৰ আগৰ চকীখনতে মই বহি ল'লো। টেবুলত দ'ম হৈ থকা কিতাপবোৰৰ ওপৰত চকু ফুৰালো। চকুযোৰ বিছনাতে থাকিল বাবে খালী চকুৰে কিতাপবোৰৰ নামবোৰ পঢ়িব নোৱাৰিলো। কিছুমান কিতাপ ইংৰাজীৰ।

—কি হ'ল তুমি দেখোন এইখিনিত বহি ল'লা।

—তোৰ লগত কথা এটা পাতিব লাগে। মোৰ কথাটো শুনি সি মোৰ চকুলৈ চালে। আগতে মই তাক দুদিন বিয়াৰ কথা কৈছিলো। চাকৰিত সোমোৱাৰ পাছতেই আগলৈ নাই পাছলৈ নাই একেটাই ল'ৰা বাবে সোনকালে বিয়াখনকে পতাৰ কথা ভাবিছিলো। বৰদেউতাক-খুড়াকহঁতকো কৈছিলো, বায়েক-ভিনিহিয়েকহঁতকো কৈছিলো কথাটো—মানি লৈছিল। কিন্তু তাৰ আগত উলিয়াবলৈহে পালো সি দুয়োদিনাই মোক ভেকাহি মাৰিহে দিলে। কিজানি মই

সেইটো কথাকে উলিযাওঁ বুলি সি এবাৰ মোৰ চকুলৈ চাই হাতৰ আঙুলিত লাগি থকা দৈ-চিৰাখিনি জিভাৰে চেলেকি খাবলৈ ধৰিলে। সি মুখেৰে একোকে মতা নাছিল যদিও মোৰ চকুলৈ কিন্তু চাই আছিল। মযো তাৰ চকুলৈ চাই চায়েই ক'লো—"তই বোলে আলফাত যোগ দিবলৈ ওলাইছ? মই কথাটো শুনিলো। পিছে তযেই কচোন কথাটো সঁচানে মিছা। কথাটো শুনাৰে পৰা মোৰ মনটো কেনেবা লাগি আছে বাবে পোনে পোনে তোকেই সুধিলো—ক'। জানটোৱে অকণমানপৰ থৰ হৈ ৰৈ পিছত কোট্‌কোট্‌কৈ পানী গিলাছ খালে। গিলাছটোত থকা বাকীকণ পানীৰে বাটিটোত হাতটো ধুলে। সি কিনো ক'ব তালৈকে বাট চাই মই ৰৈ আছিলো।

—তোমাক কোনে ক'লেনো?

—কোনে ক'লে বাৰু নালাগে কিন্তু কথাটো সঁচানে মিছা।

—সঁচা।

—সঁচা!!

—সঁচা। জানটোৰ কথা শুনি মই শিলপৰা কপৌৰ দৰে জঠৰ হৈ পৰিলো কিছুপৰ। জানটোৱেও এনে সহজভাৱে ক'লে যেন সি ডিব্ৰুগড়লৈ যোৱাৰ কথাহে কৈছে। সি কিবা ক'ব বুলিযেই মই বাট চাই আছিলোনে নাই, তাৰ উত্তৰটো শুনিযেই মোৰ মুখৰ মাত হৰিল মই সতকাই ক'ব পৰা নাছিলো।

—চোৱা মা, তুমি নিজেই কথাটো উলিয়ালা যেতিয়া ভালেই হ'ল, মই কওঁ কওঁ বুলিও কেইবাদিনো ক'ব পৰা নাছিলো। তোমাক বাৰু এটা কথা সোধো, আমি গোটেইবোৰ বিদেশী খেদিবৰ বাবে ছবছৰ ধৰি আন্দোলন কৰিলো। তাৰ পাছত চুক্তি কৰিলো। তাৰ পাছত আন্দোলন কৰা নেতাবোৰকে ৰাজ্য চলাবলৈ ৰজা পাতি দিলো। এতিয়া মোক তুমি কোৱাচোন সিহঁত ৰজা হোৱাৰে পৰা যোৱা আঠ বছৰৰ ভিতৰত আঠোটা বিদেশীক খেদাব পাৰিলেনে? বাৰু বিদেশী নগ'ল নগ'ল অসমৰ ৰাইজৰ কিবা এটা উপকাৰ কৰিব পাৰিলেনে? বয়-বস্তুৰ দাম কমিলনে? ভেজাল বস্তু নোহোৱা হ'লনে? টকা নিদিয়াকৈ কোনোবাই চকীদাৰৰ চাকৰি এটাকে পালেনে যোৱা আঠবছৰৰ ভিতৰত? কোনোবা দিনা হত্যা বা ধৰ্ষণ নোহোৱাকৈ থাকিলনে? সিহঁতে কৰাৰ ভিতৰত আটাইতকৈ সকলোৱে চকুত পৰা কামটো কৰিলে দুৰ্নীতি। কোৱাচোন মা কোনে নাই কৰা দুৰ্নীতি বাৰু। দুৰ্নীতি কৰি সিহঁতৰ চৌধ্য পুৰুষলৈকে ধন-সম্পত্তি গোটাই ল'লে।

সিহঁতক ৰজা পাতিবৰ বাবে যে আঠশ মানুহ মৰিল সেইবোৰ সিহঁতে পাহৰি গৈ আকৌ প্ৰতিদিনে মানুহ মাৰিহে আছে। এতিয়া কিমান মানুহ মৰিছে তাৰ কিবা হিচাপ আছেনে বুলি ল'ৰাটো তাৰ কোঠাটোত ঘূৰিবলৈ ধৰিলে অস্থিৰভাৱে। মই ইমানপৰে তাৰ কথাবোৰ সাধু শুনাদি শুনি আছিলো। মই একোকে তাৰ কথাৰ মাজত কোৱা নাছিলো। তাক বৰ অস্থিৰ দেখি মই ক'লো—'পিছে তই যে আলফালৈ যাব খুজিছ আলফাইনো কি কৰিছে?' মোৰ প্ৰশ্নটো শুনি সি খন্তেকপৰ ৰ'ল। তাৰ পাছত ক'লে—'তুমিয়েই কোৱাচোন কি কৰিছে?'

—মই ক'বলৈ হ'লে এতিয়া আলফাই একোৱেই কৰা নাই। আগতে আলফাই অলপ ভাল কাম কৰিছিল যেন লাগিছিল। দুৰ্নীতিকাৰী মানুহক শাস্তি দিছিল। মদাহী মানুহক শাস্তি দিছিল। কিন্তু তাৰ পাছত কি কৰিলে? হাতীচোৰক এৰি বেঙেনাচোৰক ধৰিলে। যিবোৰে মদৰ দোকান ভাঙিছিল সিহঁতেই আকৌ চৰকাৰৰ ওচৰত শৰণ'লৈ নতুনকৈ মদৰ দোকান দিবলৈ ল'লে। দিন দুপৰতে বন্দুক টোৱাই ডকাইতি কৰিবলৈ ল'লে।

ৰ'বা ৰ'বা সেই বেযাবোৰ ওলাই আহিবলৈ বাধ্য হ'ল। কিন্তু সকলোবোৰতো ওলাই অহা নাই।

—বাৰু নাই অহা কিন্তু তহঁতি কৰিবি কি সেইটো ক।

—আমি সেই বান্দৰমখাৰ পৰা আমাৰ জন্মভূমিখন মুকলি কৰিব লাগিব।

—কেনেকৈ?

—বলেৰে। শক্তি প্ৰযোগ কৰি। ফেঁটীসাপৰ ওচৰত প্ৰাৰ্থনা কৰি বা অনুৰোধ কৰি কিবা লাভ আছে জানো? ফেঁটীসাপৰ পৰা বাচিবলৈ হ'লে হয় পলাব লাগিব নহয় সাপটো মাৰিব লাগিব। পলায়েই যাওঁ বাৰু যাবা ক'লৈ? ৰাইজখন ক'লে পলাব? গতিকে ফেঁটীসাপ মাৰিবই লাগিব।

মই আৰু তাৰ লগত কথা কোৱা নাছিলো। কিন্তু সেই ৰাতি মোৰ নিচেইকৈ টোপনি যোৱা নাছিল। খিৰিক কৰিলেই যেন সি যাবলৈ ওলাইছে মোৰ তেনে লাগিছিল। তাৰ দহদিনৰ পাছত এদিন ৰাতি নমান বজাত ভাতপানী খাই সি মোক ক'লে—

—মা মই আজি যামগৈ। তাৰ কথাষাৰ শুনি মই থৰ হৈ ৰ'লো। মই বহুতপৰ মুখেৰে মাত এটাও দিব পৰা নাছিলো। কি ক'ব লাগে কি ক'ব নালাগে একো ভাবিয়েই পাৰ নাপালো। মই হ্যাওহ্যাওকৈ কান্দিব লাগেনে নাই জানটোক গবা মাৰি ধৰি দুৱাৰ-ঘৰ মাৰি ভিতৰত ভৰাই থ'ব লাগে সেয়াও ভাবি নাপালো।

মোৰ মুখৰ পৰা আপোনা-আপুনি ওলাই আহিল—'এই বুঢ়ী মাৰজনীৰ বুকুত জুইকুৰা জ্বলালি তই।'

—তেনেকৈ কিয় কোৱা মা। তুমি ভবাবোৰৰ দৰে মই নহয়। চোৱা ইমান ভাল চাকৰি এটা মই এৰি দিছো। আৰু এটা কথা তুমি ভবাবোৰৰ দৰে মানুহ তাত বৰ কম আছে। যিবোৰ আছিল সেইবোৰ আহি চৰকাৰৰ ভৰিত পৰিলহি। এতিয়া যিবোৰ আছে সেইবোৰে নিজৰ প্ৰতিজ্ঞাপূৰণ কৰিহে এৰিব। তোমাৰ অসুবিধা নহয। খা-খবৰ লৈ থাকিম। বেংকৰ পৰা সুতটো উলিয়াই চলি থাকিবা। আমি বৰ সোনকালেই উভতি আহিম। মই তাক কি ক'ব লাগিছিল বাৰু সেইদিনা। সেই যে ছবছৰৰ আগত মাজনিশা মোৰ ভৰি দুটা ছুই সেৱা কৰি এটাৰ মটৰ চাইকেলত উঠি গ'ল—তাৰপৰা আৰু নাই, কোনোদিন সি ঘৰলৈ অহা নাছিল। সেইটোৰেই মোৰ ল'ৰা জানটো যাৰ আচল নাম দিবাকৰ কাকতি শেহনিশা মৰি থাকিল। মোৰ সন্মুখতে সি মৰি এয়া পৰি আছে। মই তাৰ শটোৰ ওপৰত হাত থৈয়ো তাৰ আধা মুদা চকুহাল চাই চায়ো কান্দিব পৰা নাই।

পোহৰ হৈছে। মোক লৈ মানুহবোৰে আলোচনা কৰিছে। ফুচফুচাইছে। বাহিৰত বহুত মানুহ গোট খাইছে। গুণগুণনি উঠিছে। মানুহবোৰে কথা পাতিছে বোলে শটো মানে মোৰ জানটোক বাহিৰৰ বাৰাণ্ডালৈ নিব লাগে। মানুহবোৰে জানটোক চাবলৈ আহিছে। ভিতৰৰ এই সৰু কোঠাটোত থাকিলে মানুহবোৰে চাবলৈ নাপাব। বিছনাখনৰ সৈতে তাক দাঙি নিবৰ বাবে মানুহবোৰ সাজু হৈছে। বিছনাখনৰ এটা মূৰত জোঁৱায়ে ধৰিলেই। শিতানৰ ফালে আৰু কেইটামানে ধৰিলে। মই থিয় হৈ দিযাৰ লগে লগেই বিছনাখন দাঙি বাহিৰলৈ লৈ গ'ল। ময়ো পিচে পিচে গৈ আছো। বহুতে কিজানি মই ঢাচকৈ বাগৰি পৰিম বুলি ভাবিছিল। ময়ো তেনেকৈ ভাবিছিলো কাৰণ মোৰ মূৰ আচন্দ্ৰাই কৰা মূৰঘূৰণি এটা আছিল। কিন্তু ক'তা মোৰ যে মূৰ ঘূৰোৱা নাই' মোৰ মূৰটো আছেনে নাই ডিঙিৰ ওপৰত।

ইমানবোৰ মানুহ ৰাতিপুৱাই ক'ৰ পৰা আহিল? কিয় আহিছে এই মানুহবোৰ? মোৰ জানটোক চাবলৈ। নাই, মই বহি থাকিব নোৱাৰো। মই জানটোৰ কাষতে বিছনাত শুই দিলো। মানুহে হেঁচা মাৰি ধৰিছে বিছনাখন। ফুল দিছে। কান্দিছে। মানুহবোৰে কান্দিছে। সেইজনী কোন? কোন সেইজনী বিছনাখনৰ ওপৰত যে উবুৰি হৈ হাওহাওকৈ কান্দিছে। মই চকু নেমেলাকৈয়ে গম পালো সেইজনী

আনোৱাৰৰ ঘৈণীয়েক। মই শেহনিশা জানটো মৰোতেই অনুমান কৰিছিলো যে পুৱাল-নুপুৱালতে আনোৱাৰৰ ঘৈণীয়েকজনী আহিব আৰু হুৰাওৰাৱে কান্দিব। এই মানুহজনীক জানটোৰ ওপৰৰ পৰা আঁতৰাই নিবলৈ কেও নাইনে? মই বিছনাৰ পৰা উঠিলো। উঠি বিছনাখনৰ কাষতে মাটিত বহি হাত এখন জানটোৰ মুৰৰ ওপৰত থৈ এখন হাতেৰে বিছনাত ভেঁজা দি ল'লো। নহ'লে মানুহবোৰে জানটোৰ গাৰ ওপৰত ঢালি দিয়া ফুলবোৰ মোৰ গাৰ ওপৰতো পৰিছে। উচুপি উচুপি মণিকাই ধূপ জ্বলাই দিছে। তাই কান্দিযেই আছে।

সাংবাদিকবোৰে মোক কিবাকিবি সুধিছে যদিও একো কথাকে মোৰ কাণত সোমোৱা নাই। কথাবোৰ যেন মই বুজিব পৰা নাই কি কৈছে। কিটিক কিটিক শব্দ হৈছে। সিহঁতে ফটো লৈছে। মোৰ মুখত পোহৰ পৰিছে। জানটোৰ গাত পৰা পোহৰ যেন উফৰি আহি মোৰ চকু মুখত পৰিছে।

মই খবৰ কাকতত পঢ়িছিলো জানটো গুৱাহাটীত কোনোবা এজনী ছোৱালীৰ লগত বিস্নাত যাওঁতে পুলিচৰ হাতত ধৰা পৰিছে। খবৰটো কাকতত নৌ ওলাওঁতেই পুৱাই মণিকা আহি মোৰ ওচৰত কান্দিলেহি। মই বোলো তই দেখোন কথা নাই, বতৰা নাই কান্দিছ। তাই একোকে নকৈ কান্দি কান্দি গুচি গ'ল। মোৰ ভয় লাগিল। মোৰ ইমান ভয় লাগিছিল যে কিবা ডাঙৰ ঘটনাৰ কথা কয় বুলি মই মণিকাক পেঘেনিয়াই পেঘেনিযাই একোকে নুসুধিলো। আবেলি যেতিয়া প্ৰণৱে বাতৰি কাকতখন আহি মোৰ হাতত দিলেহি আৰু যেতিয়া মই বাতৰি কাকতখন পঢ়িলো তেতিয়াহে মোৰ পেটৰ ভিতৰত ফুটবলটোমানকৈ গোট বন্ধা ভযটো সৰু হৈ গ'ল। মই অন্ততঃ এটা কথাত খাটাং হ'লো যে ওলাই যোৱা দিন ধৰি সেইদিনালৈকে নেদেখা মোৰ জানটো—মোৰ ল'ৰাটো বাচি আছে। গুপ্তঘাতকে মাৰি ক'ৰবাত ক'ৰবাত পুতি থোৱা বা নদীত পেলাই দিয়া খবৰবোৰ পঢ়ি-শুনিও মোৰ ভয় হৈছিল। এবাৰ বহুত কষ্ট কৰি খুড়াকৰ লগত তেনেকুৱা গেলা শ চাবিটা মই নিজে চায়ো আহিছিলো। ওচৰ চাপিবৰ সাধ্য নাই, গোন্ধ। কিন্তু মই কাপোৰ দাণ্ডি চালো। মইহে গোন্ধ পালো বা মানুহবোৰেহে গোন্ধত নাকত সোপা লৈছে কিন্তু তেনেকুৱা এটা গেলা শকে সকলোৰে চকুৰ আগতে মানুহ এজনীয়ে সাবটি সাবটি ধৰি হিয়া ভুকুৱাই কান্দিছে। সেইটো বোলে মানুহজনীৰ বৰপুত্ৰ। মানুহজনীৰ হাতৰ মুঠিৰ বৰপোৰ গাৰ গেলা মঙহ লাগি আহিছে তথাচ ক'ব নোৱাৰে—চিঞৰি চিঞৰি বুকু ভুকুৱাই ভুকুৱাই, কপালখন গেলা ল'ৰাটোৰ গেলি

যোৰা বুকুখনত খুন্দিযাই খুন্দিয়াই কান্দিছে। শেহনিশা মোৰ ল'ৰাটোও মৰিল--মৱো যদি তেনেকৈ কান্দিব পাৰিলোহেঁতেন।

সেইগৰাকী কোন? বৰদা বৰঠাকুৰ। তেসত্তৰ বছৰীয়া এই মানুহজনী কিয় দেদাউৰিযাই আহিছে? কি কৈছে মানুহজনীয়ে। অজিত যোৰাৰ পাছত তোমাকেই খিয়াই বা চাই আছিলো তুমিও গুচি গ'লাগৈ মনে মনে। কান্দিছে। মানুহগৰাকীয়ে কান্দিছে। গালি পাৰিছে। চৰকাৰক গালি পাৰিছে। শাও দিছে। মুখ্যমন্ত্ৰীটোৰ নাম ধৰি ধৰি মানুহগৰাকীয়ে শাও-গালি দি দি কান্দিছে। 'দিবাকৰ কাকতি জিন্দাবাদ, জিন্দাবাদ, দিবাকৰ কাকতি অমৰ হওক, অমৰ হওক।' মই মূৰ দাঙি কেনিও চাব পৰা নাই যদিও মাততহে গম পালো ইতিমধ্যে বহুত মানুহ গোট খালেহি। মানুহবোৰে অমৰ হওক, অমৰ হওক বুলি ডিঙিৰ সিৰা ফালি তেজ বোৱাই চিঞৰিলেও বাৰু জানটো জী উঠিবনে? নুঠে। শেহনিশা যে মোৰ ল'ৰাটো মৰিল—মৰাৰ আধাঘণ্টামানৰ আগতেও সি মোৰ মূৰটো হলাই নি কাণৰ ওচৰত শেহাই শেহাই কৈছিল—'মা, মোৰ কেন্সাৰ হোৱা নাই। সিহঁতে এনেয়ে কৈছে কেন্সাৰ হৈছে বুলি। মই অলপ কথা ক'ব পৰা হ'লেই সকলোবোৰ কথা তোমাক ক'ম।' সি আৰু কথা ক'ব নোৱাৰিলে। মৰি থাকিল। কোনে ক'ব মোক তাৰ কথাবোৰ?

গুৱাহাটীত জানটোক ধৰাৰ পাছত কেবাদিনো চেষ্টা কৰিও মই তাক চাবলৈ যাব নোৱাৰিলো। সেইকেইদিন মই বিছনাৰ পৰা মূৰটোকে দাঙিব নোৱাৰা হ'লো, মূৰ দাঙিলেই গোটেই ঘৰটো চক্ৰাকাৰে ঘূৰিবলৈ ধৰে। ৰঞ্জিত ডাক্তৰে আহি বেজী-চেজীও দিছে, ঔষধ-পাতিও খুৱাইছে নাই মই মূৰটো দাঙিব নোৱাৰো। বাহিৰলৈ গ'লেও ভোগদা বা কোনোবা দুজনীমানে মোক ধৰি ধৰিহে নিয়ে। বৰবাপেকে পুতেকহঁতৰ গাড়ী এখন ধৰিয়েই লৈ যাবলৈ কৈছিল পিছে মোৰহে সাহস নহ'ল। মই ভয় খাইছিলো যে বাটতে মই মৰি থাকিম আৰু তেতিয়া বহুৰ দিন নেদেখা মোৰ ল'ৰাটোক একেবাৰেই নেদেখাকৈয়েই যাব লাগিব। পিছত শুনিলো তাৰ বেমাৰ। আগতেও তাক দুবাৰ ধৰিছে যদিও এৰি দিছে। এইবাৰো এৰি দিব আৰু যেতিয়া তাৰ বেমাৰ হৈছে সি ঘৰলৈকে ঘূৰি আহিবলৈ বাধ্য হ'ব। তেতিয়া মই তাক দেখা পাম। বায়েক-ভিনিহিয়েকহঁত গ'ল। ককায়েকহঁত গ'ল। বৰবাপেকৰ পুতেক ককায়েকহঁতৰ লগত খুড়ীয়েক-বৌয়েকহঁতো গৈছিল। ইমান মূৰ দাঙিব নোৱাৰাকৈ মূৰঘূৰণি হৈছিল যদিও

বাতৰি কাকতবোৰ কিন্তু মই ঠিকেই পঢ়িব পাৰিছিলো। সেইকেদিন ইহঁতে বাতৰিও কেইবাখনো আনিছিল। কিছুমান কাকত ইহঁতে এই বোবাৰীকেইজনীয় মোৰ পৰা লুকাব খাজে। কাকতবোৰ পঢ়ি থাকোতে মোৰ বুকুখনত ঢপ্‌ঢপ্‌নি উঠে যেন ৰেৱতী বল্লভ গোসাঁইৰ ঘৰত দুৰ্গা পূজাত ছাগলি বলি দিবৰ সময়তহে বৰ দবাটোত বলি কটাৰ ছেও বজাইছে। এবাৰ কাকতত পঢ়িলো ল'ৰাই হেনো মাকক চাওঁ বুলিছে। পিচে নিদিয়ে। পুলিচে নিদিয়ে। মাককো চাবলৈ নিদিয়ে। মাকহে যাব লাগে। যাওঁ কেনেকৈ? বায়েক গ'ল। ল'ৰা তেতিয়া হাস্পতালত। ল'ৰাটোৱে তেজ বমি কৰিছে তথাচ পুলিচে নেৰে। পিছত কোনোবাই মোকৰ্দমা কৰিলত ক'ৰ্টে হাস্পতাললৈ নিবলৈ ক'লে। গুৱাহাটীৰ হাস্পতালে ক'লে বোলে ইয়াত নহ'ব। ৰোগ জটিল। বোম্বাইলৈ নিব লাগিব। চৰকাৰে নপঠায়। জানটো হাস্পতালত পৰি থাকে। ইটোৰ পিছত সিটো ছেলাইন লগাই থয়। খাব নোৱাৰে। মুখেৰে মাতিব নোৱাৰে। এতোলামান পেচাব কৰিবলৈ আধাঘণ্টামান সময় লাগে। পেঁচাব টোপ টোপকৈহে ওলায়। তাৰ ওচৰত বহি বহি বেমাৰী ৰখি ৰখি বীণাই চকুপানীকে টুকি থাকিলে সেইকেইদিন। আকৌ ববৰাপেকৰ পুতেক ককায়েকে কৰ্টত কেছ কৰিলে বেমাৰী ল'ৰাটো ব'ম্বাইৰ ডাঙৰ হাস্পতাললৈ নিবলৈ আদেশ দিবলৈ। কৰ্টে চৌবিশ ঘণ্টাৰ ভিতৰত ব'ম্বাইলৈ পঠাবলৈ আদেশ জাৰি কৰিলে।

জানটো হাস্পতালত থাকোতেই মই খবৰ কাকতত মোৰ জানটোৰ ওপৰত পুলিচে কৰা অত্যাচাৰৰ কথা পঢ়িবলৈ পাইছিলো। চকু জাপ খাই খাই যায় পঢ়োতে। ঘনে ঘনে মই চছমাযোৰ খুলি আয়না দুখন চাদৰৰ আগেৰে মোহাৰি লৈ পঢ়িবলৈ ধৰো। দুশাৰীমান পঢ়াৰ পাছত চছমাৰ আয়না দুখন ধুঁৱলী কুঁৱলী হৈ যায়। আকৌ মোহাৰি লওঁ। জানটোক বোলে পুলিচে ধৰাৰ দিনাৰে পৰা খুন্দিছে। পেটত গুৰিয়াইছে। ওপৰলৈ মুখ কৰি শুৱাই পেটৰ ওপৰত জোতাৰে পুলিচ উঠি গচকি দিয়ে। জানটোৰ চিএৰত লকআপত সোমাই থকা অন্য চোৰ-ডকাইতেও কান্দিছে। মুখেৰে হোলোকা হোলোক তেজকে বমি কৰে। চুৰট এটা জ্বলাই লৈ উদং গাটোৰ য'তে-ত'তে চুৰটৰ আগটো লগাই দিয়ে। চকুৰ পটাত লগাই দিয়ে। কাণৰ লতিত লগায়। নাকৰ আগত লগায়। কাগজত পোৱামতে তাৰ গুপ্তাংগৰ মূৰতো জ্বলা চুৰট লগাই দিয়ে। চিএৰত ল'ৰাই দেদাউৰি পাৰে। পানী খাব খুজিলে বোলে মুত খাবলৈ দিয়ে। গিলাচত মুতি সেই গিলাচ খাবলৈ দিয়ে। তথাপিও জানটোৱে সৈ নাকাঢে। সিহঁতৰ কথা মানি

নলয়। কিবা কাগজবোৰ আনি জানটোৰ পৰা তাত চহী লয়। পিছদিনা কিছুমান খবৰ কাকতত সি কোৱা বুলি কিছুমান কথা ওলায়। সেইবোৰ পঢ়ি মানুহে জানটোইঁতলৈ নাক কোঁচায়। হাস্পতালৰ জানটোৰ বিছনাতে বহি থকা বায়েক বীণাক বোলে সি সেহাই সেহাই কৈছিল বোলে বাইদেউ সংগঠনৰ ওপৰত মই কোৱা বুলি যিবোৰ কথা ওলাইছে সেইবোৰ মিছা কথা। মই সেইবোৰ এটা কথাও কোৱা নাই। সিহঁতে সাজি সাজি কৈছে সেইবোৰ। কথা নোকোৱাৰ বাবেই এয়া চা বুলি সি মুখখন মেলি দেখুৱালে। তিনিটা দাঁত তাৰ ভাগি আছে। সিহঁতে মুখত গুৰিয়াই গুৰিয়াই মোৰ দাঁত ভাগিছে তথাচ সিহঁতে ক'বলৈ কোৱা কথা মই কোৱা নাই। কিন্তু কাগজত কেনেকৈ ওলাইছে দেখিছেনে? মানুহক ভুলকৈ বুজাবলৈ এইবোৰ প্ৰচাৰ কৰিছে। সংগঠনৰ ওপৰত মানুহৰ ঘৃণা জন্মাবৰ বাবেই সিহঁতে এনেকৈ মিছা কথা প্ৰচাৰ কৰি থাকে। সি বোলে হাস্পতালতো বেছি কথা ক'ব পৰা নাছিল। কথা ক'লেই বুকু ঢপঢপায়, দাঁতবোৰ সিৰসিৰায়। আনকি বোলে কাঁহ এটা আহিলেও চকু টেলুকা-টেলুক হয়। মই বাট চাই আছিলো মোৰ ল'ৰাটো ছবছৰৰ মূৰত দেখা পাম। হাস্পতালৰ পৰা তাক ঘৰলৈ পঠাই দিব। কাগজত ওলাল তাৰ বোলে পেটত কেন্সাৰ হৈছে। তাৰ পাছত ল'ৰাই জোৰেৰে ক'লে বোলে তাৰ কেন্সাৰ হোৱা নাই। বেমাৰীয়েহে জানিব বেমাৰৰ কথা। গতি সি নিজেই কৈছে যেতিয়া তাৰ নিশ্চয় কেন্সাৰ হোৱা নাই। মই বাট চাই আ ছিলো-ল'ৰাটো আহিব, মই দেখিম ছবছৰৰ মূৰত। বেমাৰী হ'লেও সি মোৰ ল'ৰা। দদায়েকে উকীল এজন আনি মোৰ হতুৱাই কাগজকেইখনমানত চহীও কৰাই ল'লে। সেই কাগজ গুৱাহাটীৰ কৰ্টত দাখিলো কৰিলে। কৰ্টত বোলে আদেশো ওলাল জানটোক ঘৰলৈ পঠাবলৈ। তাৰ পাছত বোলে আৰু এটা নতুন গোচৰত তাক আটক কৰিলে। কি ভাগুকী কথা—পুৰণা গোচৰত কৰ্টে মুক্তি দিলে লগে লগে নতুন গোচৰ জাপি পুনৰ গ্ৰেপ্তাৰ কৰিলে। মনে সজা পূৰ্ব পৰিকল্পিত বুলি এইবোৰকে নকয়নে? মই বাট চাই আছো ল'ৰা আহিব, ল'ৰা আহিব। ইপিনে কাকতে হেনো ল'ৰাই কোৱা বুলি প্ৰকাশ হৈছে বোলে ল'ৰাই মাকক চাব খুজিছে। মাকক লগ পাব বিচাৰিছে। মই যাওঁ কেনেকৈ। বীণা আহিল। মই বেয়া পাওঁ বুলি, মই বেজাৰ কৰো বুলি, মই দুখ পাওঁ বুলি তাই মোৰ আগত বিতং একো নাই। কিন্তু ববমাক-খুড়ীয়েকৰ আগত জানটোৰ অৱস্থাৰ কথা কৈ কৈ বোলে কান্দিছে। ল'ৰাটোৰ ওপৰত এইবাৰ বহুত অত্যাচাৰ কৰিলে। আচলতে সিহঁতে তাক এইবাৰ মাৰি পেলাম বুলি লাগিলে। গুৰিয়াই

গুৰিয়াই বোলে ল'ৰাটোক খটখটীয়েদি তললৈ বগৰাই দিলে। বাগৰি বাগৰি আহি তলৰ পকা মজিয়াত পৰোতে জানটোৰ বোলে জ্ঞানেই নাছিল। তাৰ গাত এআঙুলো এনেকুৱা জেগা নাই বোলে য'ত ছুব পাৰি। গাত হাত দিলেই বিষত মুখ বিকটাই চকু টেলুকা-টেলুক কৰে। অন্য বিষালি মানুহৰ দৰে সি চিঞৰিবও নোৱাৰে। চিঞৰিলে বুকুত জোৰ পৰিলে সৰ্বশৰীৰত নতুন বিষ এটা হয় বোলে। বীণাই বৰমাকইতক কৈছে বোলে হাস্পতাললৈ নিবলৈ কৰ্টে অ'ৰ্ডাৰ নিদিয়া হ'লে পুলিচৰ অত্যাচাৰতে থানাতেই কেতিয়াবাই মৰি থাকিলহেঁতেন জানটো। মানুহ কামুৰি ফুৰা বলিয়া কুকুৰ এটা মাৰিবলৈয়ো ইমান অত্যাচাৰ নকৰে বোলে। একে কোবেই মাৰ মাৰি শেষ কৰি দিব কিন্তু তিলতিলকৈ অত্যাচাৰ কৰি নামাৰে মানুহে বলিযা কুকুৰ শিয়ালকো।

মই বাট চাই আছো ল'ৰাটো আহিব, আহি গাড়ীৰ পৰা নামি মা বুলি মাতিব। ছবছৰ দিন ধৰি সেই যে ৰাতি ওলাই গ'ল তাৰপৰা আৰু মই তাক দেখা নাই। ৰাতি মই বাৰাণ্ডাত লাইট নুনুমাওঁ। জানটোৰ কোঠাৰ লাইট নুনুমাওঁ। ওৰে ৰাতি লাইট জ্বলি থাকে। টোপনি নাহে। কেনেবাকৈ চিলমিলকৈ আহিলেও জেঠীৰ টিকটিক মাততে সাৰ পাই যাওঁ। দুৱাৰত কোনোবাই টুকুৰিওৱাৰ নিচিনা লাগে। ঘপহকৈ বিছনাতে বহি আঁঠুবাখন গাঁঠি ওলাই গৈ বাহিৰৰ দুৱাৰ খোলোগৈ। তেনেকুৱাতে যদি আকৌ জেঠীযে মাতে তেতিযাহে মোৰ ভ্ৰম ভাগে যে সেযা দুৱাৰত দিযা টোকৰ নহয—জেঠীৰহে টিক টিক মাত। আজিকালি মোক ঘৰটোত অকলে থাকিবলৈ নিদিযে। ভতিজাবোৰৰ কোনোবা নহয কোনোবা এটা কোনোবা এজনী মোৰ লগতে ৰাতি থাকে। কেতিযাবা জা-দুজনীৰো কোনোবা এজনী থাকে। তেনেকৈ ঘপহকৈ বিছনাৰ পৰা উঠি গৈ দুৱাৰ খোলোতে কেইদিন তেওঁলোকে মোৰ হাতত ধৰি ঘূৰাই আনি বিছনাত শুৱাই দি তালুখনত তেলপানী চলুৰে চলুৰে সানি দি বিচিছে। পুৱাৰে পৰা সন্ধ্যালৈকে আকৌ দিনৰ দিনটো বাৰাণ্ডাতে বহি বাটলৈ চাই থাকো। ভিতৰত নিজৰ কামকেইটা কৰোঁতেও খিৰিকীৰে বা বেৰৰ জলঙাৰে চকু বাহিৰত ৰাখো। কাণ উনাই থাকো। কাম শেষ হ'লেই বাৰাণ্ডালৈ আহো। ভতিজাকেইটাৰ কোনোবাটোৱে সেইদিনাৰ বাতৰি কাকতখন দিয়েহি। চকুযোৰ লগাই উধৰ পৰা মূধলৈকে পঢ়ো। জানটো বা জানটোৰ নিচিনা ল'ৰাৰ খবৰ থকা খবৰ পালে দুবাৰ-তিনিবাৰ একেটা বাতৰিকে পঢ়ো, জানোচা মই নুবুজাকৈ বা মোৰ চকুত নপৰাকৈ কিবা কথা বৈ গ'ল। কাগজখনকে অনবৰতে পঢ়ি থকা দেখিলে কেতিয়াবা ভতিজা ল'ৰাটোৱে থপিয়াই লৈ যায

বোলে বৰমাৰনো অথনিৰে পৰা কাকতখন পটি হোৱাই নাইনে? এদিন আহি ডাঙৰটো ভতিজা ৰমেনে ক'লেহি—'খুড়ীদেউ, মই কাইলৈ গুৱাহাটীলৈ যাম। পৰহিলৈ বা তাৰ পিচদিনা জানটোক বম্বেলৈ নিব লাগিব।' তাৰ মুখত কথাটো শুনি মানে জানটোক বম্বেলৈ নিব লাগিব বুলি কোৱা শুনি মোৰ বুকুত ধান বানিবলৈ ধৰিলে যেন। মোৰ অজিতলৈ মনত পৰিল।তাকো ককায়েকহঁতে বম্বেলৈ লৈ গৈছিল শেষ অৱস্থাত। আৰু তাৰ শটোও মাকজনীয়ে চাবলৈ নাপালে। তাতে শ সৎকাৰ কৰিহে ককাযেকহঁত ঘূৰি আহিল। সেইটো কথাকে কৈ কৈ তেসত্তৰ বছৰীয়া মাকজনীয়ে এতিয়াও সেয়া খুঁটাটোৰ ওচৰত বহি বিনাই আছে বোলে যিখন দেশৰ বাবে ল'ৰাই ৰাতিক দিন কৰি খাটিলে সেই দেশত মৰিলে থাকিবলৈনো তাৰ বাবে মাটি তিনিহাত নোলাল অ'। মোৰ অজিতলৈ মনত পৰিল। মোক থৰ হৈ তাৰ চকুলৈ চাই থকা দেখি ৰমেনে সুধিলে—'আপুনি যাব পাৰিব নেকি গুৱাহাটীলৈ? বাৰঘণ্টা সময় গাড়ীত যাব লাগিব।' মই তাৰ কথাত মূৰ জোকাৰিলো। বাৰঘণ্টা সময় যদি এইটো মূৰফুৰণি লৈ মই যাব লগা হয় তেতিয়া আৰু মোৰ ল'ৰা চোৱা নহ'ব ল'ৰাইহে ব'ম্বেলৈ যোৱাৰ আগতে মোৰ শটো চাই যাব লাগিব।

—বম্বেৰ পৰা সি বাৰু ঘূৰি আহিবনে ডাঙৰ পোনা?

—আহিব আহিব, তাৰ একো ডাঙৰ বেমাৰ হোৱা নাই নহয়। কাগজত পোৱা নাই জানো সি নিজেই কৈছে যে তাৰ কেন্সাৰ হোৱা নাই। কিন্তু এটা কথা ভাল হ'ব যে তাত ভালকৈ পৰীক্ষা-নিৰীক্ষা কৰি খাটাং কথা ক'ব আৰু তেতিয়াই বমাৰ হৈছে বুলি ক'টৰ পৰা অৰ্ডাৰ উলিয়াই তাক ঘৰলৈ লৈ আহিব পাৰিমহঁক।' জানটোক ঘৰলৈ লৈ আহিব। বেমাৰীযেই হওক বা যিযেই নহওক মোৰ জানটোক ঘৰলৈ লৈ আহিব। ছবছৰৰ মূৰত মই ল'ৰাক দেখিম। সি নজেই যেতিযা কৈছে যে তাৰ কেন্সাৰ হোৱা নাই তেনেহ'লে ঘৰতে প্ৰতিপাল কৰি ভালকৈ চিকিৎসা কৰি ল'ৰাটোক ভাল কৰিব পাৰিম। এইবাৰ ভাল কৰি তাক আৰু ক'লৈকো যাবলৈ নিদিওঁ। বধ শপত দি তাক ঘৰত ৰাখিম। সি কেনিবা যাওঁ বুলি ক'লে দুৱাৰডলিত দীঘল দি পৰি দিম—যাব যদি মোৰ গাৰ ওপৰেদি ডেই যা। সি নাযায়। তাক মই ঘৰতে বন্দী কৰি থ'ম। কিন্তু কি হ'ব সেইটো মোৰ ল'ৰা জানটো শেহৰাতি মৰি থাকিল। মই ৰখি আছো মাকজনীয়ে। ইমানবোৰ মানুহ ক'ৰপৰা আহিল জানটোৰ ওচৰলৈ? সকলো মানুহৰে সেই

একেটাই কথা মই চিঞৰি চিঞৰি কন্দা নাই কিয়? হিয়া ভুকুৱাই ভুকুৱাই মই কন্দা নাই কিয়? বাগৰি বাগৰি কান্দি কান্দি মই অচেতন হৈ যোৱা নাই কিয়? তেতিয়া ডাক্তৰে বেজী এটা দি মোক শুৱাই থ'ব। মইনো শুই থাকিব পাৰিমনে? ছবছৰ দিন ধৰি মই মোৰ ল'ৰাটো দেখা নাই এতিয়া তাক নাচাই মই বুঢ়ীজনী আৰামত শুই থাকিব পাৰিমনে? মই মানুহহে ৰাক্ষসী নহয় নহয়।

•

—নিউজ এটা ফেক্স কৰি দিয়া যে পুতেকৰ শটোৰ মুখলৈ চাই যোৱা ছঘণ্টা সময় মাকজনী একথৰে বহি আছে। কন্দাও নাই, একো কোৱাও নাই বা লৰচৰো কৰা নাই।

—নিউজটো বাৰু হ'ব, সন্ধিয়া কৰিলেও হ'ব— কিন্তু কথাটো বিপজ্জনক হোৱা নাইনে? ডাক্তৰে কি কয়?

—আটাইকেউজন ডাক্তৰে একেটা কথাকে ক'লে বোলে নিজে যি নাকান্দে জোৰ কৰি বা কন্দুৱাব নোৱাৰি। তেতিয়াহে বিপদ হ'ব।

—কিন্তু শটোৰ ওচৰৰ পৰাতো উঠিব লাগিছিল।

—নাই নুঠে। সেযা দেখা নাই জীযেক-জোঁৱাযেকইঁতেও বুঢ়ীক টানি লৰচৰ কৰিব পৰা নাই—গজাল মাৰি থোৱা কাঠৰ টুকুৰাৰ দৰে যি বহিল বহিলেই।

—বুঢ়ীজনীৰ শৌচ, পেচাব কৰিবও লগা নাইনে?

—সেইবোৰ কথাত ধ্যানেই নাই। তাতে যোৱা দুদিন বুঢ়ীজনীযে পানী এগিলাচো খোৱা নাই, খালেহে কৰিব লাগিব।

—শটোতো নিব লাগিব—তেতিয়া কি কৰা হ'ব?

—ডাক্তৰে কৈছে তেতিয়াও মানুহজনী এনেকৈযে নিশ্চল হৈ বহি থাকিব। বা কলাপচ কৰিবও পাৰে।

—কলাপচ কৰিব পাৰে

—কৰিব পাৰে একো আচৰিত কথা নহয়। পিচে এফালৰ পৰা ভালহে হ'ব। বুকুত যি যন্ত্ৰণা পাইছে এইজনী মানুহ আৰু জীযাই থকাৰ লাভ নাই। আচলতে মানুহজনী মৰিলেই এতিয়া মাত্ৰ মৰাশ এটাই উশাহ-নিশাহ লৈ থকাৰ নিচিনা হৈছে।

—কথাটো আচলতে কোনেও বুজা নাই, মানুহজনীয়ে অন্তৰত বুকু ভাঙি

কান্দিছে। মানুহজনী আচলতে ভোল হৈ আছে। ক'ত আছে কি কৰিছে নিজে নাজানে। ডাক্তৰৰ মতে সেই মানুহজনীৰ সন্মুখত যে হেজাৰৰ ওপৰ মানুহ গোট খাইছেহি সেইটোও তেখেতে নাজানে মানে সচেতন নহয়। সেয়া মনস্তত্ত্ববিদ ডাক্তৰ গোস্বামীয়ে ক'লেই নহয় যে মানুহজনীৰ সন্মুখত যে তেওঁৰ ল'ৰাটো মৰি শ হৈ আছে হয়তো সেইটো কথাও তেওঁৰ মনলৈ এই মুহূৰ্তত অহা নাই। তেওঁ কৈছে এইটো কনচিয়াছলি আনকনচিয়াছ ষ্টেট অব মাইণ্ড। হ'ব পাৰে। এনেকুৱা ঘটনা একো আচৰিত নহয়। গোস্বামী ডাক্তৰে আৰু অলপ আগুবাই ক'লে বোলে মহাকাব্যৰ কাহিনীত যে পোৱা যায় স্বামীৰ মৃত্যুৰ পাছত বা পুত্ৰৰ মৃত্যুৰ পাছত পত্নী বা মাতৃৰ মৃত্যু হয় তাৰ কাৰণো এনেকুৱা। অন্ধমুনিৰ একমাত্ৰ ল'ৰাটো দশৰথ ৰজাই ভুলতে হত্যা কৰিলে। পাছত ল'ৰাটোৰ শটো যেতিয়া মাক-বাপেকৰ আগত থ'লেহি অন্ধ মাক-বাপেকৰ থিতাতে মৃত্যু হ'ল।

—তেনেহ'লে এই সম্পৰ্কত আমাৰ কৰিবলগীয়া একো নাই।

—নাই, অৱস্থাই যি কৰে সেযাই হ'ব।

—বহুত মানুহ গোট খালেহে? অথচ বতৰটোও গোমা। ডাৱৰীযা।

—আৰু আহিবহে , এতিয়া দহ বাজিছেহে। তিনি বজাতো যদি শ্মশানলৈ নিযা হয় তেতিয়ালৈ কিমান মানুহ গোট খাব। পুলিচ-মিলিটেৰীযে অশান্তিখন নকৰিলেই হয।

—হস্তক্ষেপ কৰিব নোৱাৰে কৰ্টৰ অৰ্ডাৰ আছে নহয।

—এ আজিকালি পুলিচ, মিলিটেৰী আৰু মন্ত্ৰীৰ ওচৰত কেনো কৰ্টৰ অ'ৰ্ডাৰত মূল্য নাই, নামানে। পিছে আজি কিবা কৰিবলৈ হ'লে ৰাইজেই সুদাই নেৰিব।

মানুহবোৰৰ বজ্ৰবাইকত মোৰ ল'ৰাটো জী উঠা হ'লে। অথনিৰে পৰা ৰাইজে দিবাকৰ কাকতি অমৰ হওক, দিবাকৰ কাকতি জিন্দাবাদ , জিন্দাবাদ ধ্বনি দি আছে—ৰাইজৰ সেই বজ্ৰবাইকত যদি জানটো, মোৰ ল'ৰাটো জী উঠি মোক মা বুলি মাতিলেহেঁতেন। মা বৰ কষ্ট পাইছো বুলিও যদি ক'লেহেঁতেন। মোৰ জীউটোৰ বিনিময়ত যদি মোৰ ল'ৰাটো কোনোবাই জীয়াই দিব পাৰিলেহেঁতেন।

বাৰদিনৰ আগতে ল'ৰাটো ঘৰলৈ আহিল। সেই যে হবছৰৰ আগতে মাজনিশা মোৰ ল'ৰাটোৱে মোৰ ভৰি ছুই ওলাই গুচি গৈছিল হবছৰৰ পিছত ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিল। মই চিনি নাপালো। কি অমংগলীয়া কথা--দহমাহ দহ দিন গৰ্ভত ধাৰণ কৰি বুকুৰ পিয়াহ খুৱাই ডাঙৰ কৰা ল'ৰাটোক মই মাকজনীয়ে চিনি না পালো। এইটো মোৰ তাহানিৰে নোদোকা ল'ৰাটোৰ ঠাইত কোনো মানুহৰ জঁকা এটা দি পঠাইছে। জানটোৱে মা বুলি মাত লগাই হাঁহিবলৈ চেষ্টা কৰিলে। তাক গাড়ীখনৰ পৰা দুটাই দুমূৰে চাঙীখনত ধৰি দাঙি আনি বিচনাত শুৱাই দিছিল। তাক দেখি মোৰ বুঢীজনীৰ কান্দোন আহিল নহয়। পাকঘৰত সোমাই হুকহুকাই কান্দি থাকোতেহে ভোগদাই আহি গাত জোকাৰি বোলে বাইদেউ, আপুনি বুঢী মানুহজনীয়ে কি কাম কৰিছে এইটো? এনেযে তাৰ গাটো বেযা, তাতে যদি হবছৰৰ মূৰত ঘৰলৈ আহোতে আমিবোৰে কান্দোহে তাৰ মনটো কেনেকুৱা লাগিব। নৰীযা ল'ৰাটোৰ মনটো কি হ'ব।

সঁচাকৈয়ে এইটো মোৰ ল'ৰানে মোৰ জানটোৰ জঁকা। সি একোকে কথা ক'ব পৰা নাছিল। দিনৰ দিনটো চকু মুদি পৰি থাকে। ৰঞ্জিত ডাক্তৰে ইটোৰ পাছত সিটো ছেলাইন লগাই থাকে। কেতিযাবা বিষত গোটেই মানুহটো কোঁচ খাই যায়? চকু দুটা টেলুকা-টেলুক কৰে আৰু ওঁঠ দুখন বেঁকা হৈ যায। তথাপিও ল'ৰাই মই দুখ পাওঁ বুলি নেকেঁকায়। নিচিএৰে। এদিন বৰ কষ্ট কৰি মণিকা আৰু ৰঞ্জিত ডাক্তৰক সি শেহাই শেহাই কোৱা মই নিজেই শুনিলো ঃ ডাক্তৰ মই কৈছিলো নহয়--মোৰ পেটত কেন্সাৰ হোৱা নাই বুলি--কেন্সাৰ হাস্পতালত মোৰ পেটটো ফালি--এতিয়া আৰু অপাৰেচন কৰাৰ সময় নাই নোবাৰি বুলি ক'লে, অপাৰেচন কৰাৰ সময কেতিযাবাই পাৰ হৈ গৈছে বুলি তাত ক'লে। পেটৰ নাড়ী-ভুঁৰুবোৰ অত্যাচাৰত গেলি পচি যোৱা বুলি হে ক'লে। সিহঁতে মোৰ পেটত কম গচকিলেনে--কম গুৰিযালেনে। পিছত কথা ক'ব পৰা হ'লে--সকলোবোৰ কথা মুকলিকৈ ক'ম। মোকো কৈছিল। শেহনিশা মোৰ ল'ৰাটো মৰাৰ আগতে মোকো কৈছিল--'মা মোৰ কেন্সাৰ হোৱা নাই। কথা ক'ব পৰা হ'লে পিছত তোমাক সকলো ক'ম।' পিছে তাৰ আধাঘণ্টামানৰ পিচতে মোৰ ল'ৰাটো, মোৰ জানটো মৰি থাকিল। শেহনিশা সি মৰিল।

মই মোৰ ল'ৰাটোৰ লগত কথা পাতিব খোজো। ইমানবোৰ ৰাইজ গোট খাইছে মই কিন্তু মোৰ ল'ৰাটোৰ লগতহে কথা পাতিব খুজিছো। মই এতিয়া

মোৰ ল'ৰাটোৰ লগত কথা পাতিম। মোৰ জানটোৰ লগত মই এতিয়া হেঁপাহ পলুৱাই কথা পাতিম। মই আপোনালোকক কাবৌতি কৰিছো ৰাইজ মোক আমনি নকৰিব। মই তাৰ লগত অকণমান সময় কথা পাতিম। যোৱা ছবছৰ দিন ধৰি মই তাৰ লগত কথা পতা নাই। সিও মোৰ লগত কথা পতা নাই। তাৰো চাগে কিমান কথা পাতিবলগীয়া আছিল। সি কৈছিলেই নহয় সেয়া কথা কথা ক'ব পৰা হ'লে মই সকলো কথা ক'ম মা। পিছে সি আৰু কথা ক'ব নোৱাৰে। মই অকলেহে তাৰ লগত কথা পাতিম।

ক'চোন জানটো—মোৰ সোণটো, তই যে সেইদিনাখন ৰাতি ঘৰৰ পৰা ওলাই গ'লি? কিয় গ'লি? তই কি কৰিলি? কি কৰিব পাৰিলি যোৱা ছবছৰৰ ভিতৰত? তহঁতৰ আৰু কোনোবাই কিবা কৰিব পাৰিলেনে বোপাই? এফালে তহঁতে কিছুমানে হাতত অস্ত্ৰ লৈ কাৰোবাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছ আৰু কিছুমানে তাৰে গইনা লৈ তহঁতবোৰক গুলীয়াই মাৰিছে। গুৰিয়াই মাৰিছে। গচকত পেটৰ নাড়ী-ভুঁৰু ছিঙি মাৰিছে। তহঁতেনো কাক শত্ৰু ভাবিছ অ' বোপাই। মোৰ জানটো, মাৰৰ বুকুৰ পৰা ওলাই যে দেশখন স্বাধীন কৰিম বুলি গৈ নিজেই এই পৃথিৱীৰ পৰা মুক্ত হৈ গুচি গ'লি, স্বাধীন হৈ গুচি গ'লি, তেনেহ'লে কাৰ হাতৰ পৰানো দেশখন কাঢ়ি আনি স্বাধীন কৰিবলৈ গৈছিলি? কোনে তহঁতৰ দেশখন পৰাধীন কৰি ৰাখিছে? মই তাহানি গাঁৱৰ পাঠশালাত তৃতীয় শ্ৰেণীলৈকে পঢ়া এজনী গাঁৱৰ গৃহিণী। বিশেষ কথা মই নাজানো। যি জানিছো অকণমান—তই ঘৰৰ পৰা মাজনিশা ওলাই যোৱাৰ পাছৰ এই ছবছৰতহে ঠেকি আৰু দেখি শিকিছো। সেইকাৰণেহে তাক সুধিবলগীয়া হৈছে কচোন তহঁতৰ শত্ৰু কোন? কোনে তহঁতৰ এই দেশখন পৰাধীন কৰি ৰাখিছে? চৰকাৰে। এইটো চৰকাৰ জানো তহঁতেই পাতি দিয়া নাছিলি? পিছে তহঁতে পতা চৰকাৰটোৱেই তহঁত বাস কৰা দেশখন পৰাধীন কৰি ৰাখিছে, তহঁতে সেই শত্ৰুবোৰকে বধিবলৈ হাতত অস্ত্ৰ লৈ ওলাই গৈছ—কিন্তু পাৰিছহঁত জানো শত্ৰু বধিব? শত্ৰুৰ চোকোৰা এটাৰ কাষো যে তহঁত চাপিব পৰা নাই। ফলত কি হৈছে মৰি মৰি শ হৈ হৈ তহঁত থানাত পৰি আছ, ঘৰলৈ মাৰ-বাপেৰৰ ওচৰলৈ শ হৈ ঘূৰি আহিছ আৰু বা ক'ৰবাত মাটিৰ তলত হজম হৈ গৈছ। তহঁতৰ কিছুমানক সিহঁতে ফুচুলাই ফুচুলাই নি ধন দিছে, অস্ত্ৰ দিছে আৰু কৈছে যে এতিয়াও তহঁতৰ লগৰ যিবোৰে অসমৰ বিৰুদ্ধে মাত মাতি আছে সিহঁতক মনে মনে বধি যা। বধি আছে। গুপ্তহত্যা কৰিছে। এদিন একেখন থালতে ভাতখোৱা দুটাই এতিয়া ইটোৱে সিটোক দেখিলে

ৰক্তপান কৰিবলৈ যুদ্ধ কৰে। কিন্তু বোপাই ক'চোন, তইঁতে সঁচাকৈয়ে শত্ৰুক চিনি পাইছনে? যদি পাইছইঁতেই তেনেহ'লে শত্ৰুৱে ইমান বিসম্বাদে দপ্‌দপ্‌াই ফুৰিছে কেনেকৈ?

তোৰ এই দুখুনী মাৰজনী। মই কিহৰ আশাত এই তিনিকুৰি বাৰ বছৰলৈকে জীয়াই আছো। তই ওলাই যোৱাৰ দিন ধৰি বাট চাই আছো—তই আহিবি, দিনত আহিলে দপদপাই ভিতৰলৈ সোমাই আহি কবিহি। বৰ ভোক লাগি আছে মা,--কি আছে খাবলৈ দিয়া, আৰু ৰাতি আহিলে দুৱাৰত টোকৰ দিবি, মই সাৰ নাপালে ফুচফুচাই 'মা মা' বুলি মাতিবি। মইনো সাৰ নাপামনে? তই যোৱাৰ দিন ধৰি মোৰ কালিলৈকে পূৰা এনিশা টোপনি গৈছে বুলি ভাবিছনে? টোপনিয়েই নাযায়। কেতিয়াবা ক'ৰবাত চিলমিলকৈ টোপনি আহিলেও জেঠীৰ মাতত, পইতাচোৰাৰ দৌৰাৰ শব্দতে সাৰ পাই যাওঁ। সাৰ পাই উঠি যাওঁ। দুৱাৰ মেলি চাওঁ কিজানিবা তই মোক ভয় খুৱাবলৈ বা আচৰিত কৰি দিবলৈ ক'ৰবাত মনে মনে লুকাই আছ তাহানি স্কুলৰ পৰা অহা বাপেৰক ভয় খুৱাবলৈ দুৱাৰ চুকত মনে মনে লুকাই থকাৰ দৰে। তাহানি পুখুৰীৰ পৰা গাগৰীত পানী ভৰাই কাষত লৈ আহোতে যে মিঠা আমজোপাৰ তলত লুকাই থাকি 'হেস' বুলি মুখৰ আগত জঁাপ মাৰি দিওঁতে যে মোৰ কঁকালৰ পৰা গাগৰী পৰি গৈছিল, তাৰ পাছতে যে তোক মৰিয়াবৰ কাৰণে হাতত চামশলখা এডাল লৈ যে খেদি ফুৰিছিলো ঠিক তেনেদৰেই কিজানি ক'ৰবাত লুকাই আছ। লাইট নাথাকিলে হাতত লেম্পটো লৈ ঘৰৰ চাৰিওফালে চাওঁ। তাৰ বাবে বৰদেউতাৰে মোক কেইবাদিনো ডাবিও দিছে। পুলিচ-মিলিটেৰীৰ গাড়ীৰ শব্দ শুনিলেও য'ৰে কাম ত'তে এৰি উজুটিযাই আহো কিজানিবা কাগজত পঢ়াৰ দৰে তোকো পুলিচ-মিলিটেৰীযে ক'ৰবাত ধৰি আনি মোৰ ওচৰলৈ মোক দেখুৱাবৰ বাবে লৈ আহিছে। ঘৰৰ মুখেদি ডাকঘৰৰ পিয়নটো পাৰ হৈ গ'লেও খেদা মাৰি সোধো হেৰা মোৰ নামত কিবা চিঠিপত্ৰ আছে নেকিহে। তই দৈ খাই ভাল পাব—সেইবাবেই তই যোৱাৰ পৰা মই দৈ খাব নোৱাৰা হ'লো। কাৰোবাৰ ঘৰত কেনেবাকৈ খাবলৈ দিলেও মই গোন্ধ পোৱা হ'লো। কিমান আশা কৰিছিলো জানটো তোৰ পৰা। পঢ়া-শুনাত ঈশ্বৰে তোক ভাল কৰি দিছে। গাঁৱৰ কোনেও তোক বেয়া ল'ৰা বুলি কোৱা নাই। তোৰ স্বভাব-চৰিত্ৰ ভাল। আৰু সেইবাবেই শেষ নিশা তই মৰি থাকিলি বুলি গম পোৱাৰ পিছৰ পৰা তোৰ ওচৰলৈ ৰাইজৰ সোঁত বৈছে। এতিয়া ইমান মানুহ থিয় হৈ থাকিবলৈকে জেগা নোহোৱা হৈছে। ইমান মানুহ কিয় আহিছে? মোৰ

ওচৰলৈতো অহা নাই। তোক ভাল পায় সকলোৱে, তোৰ কথা মুখে মুখে কৈছে। তই মোলৈ খবৰ নিদিলে কি হ'ল মই তোৰ খবৰ পাই থাকো নহয়। ককায়েৰহঁতে কৈছে বোলে তই যদি অস্ত্ৰধাৰী সংগঠনলৈকে ঢাপলি মেলিলি তথাচ তই বোলে আজিলৈকে মানুহ মৰাটো দূৰৈৰ কথা সাপ এটাও মাৰি পোৱা নাই। ক'লে—ৰঞ্জিত ডাক্তৰেও কৈ থাকে কথাটো। কেনেকৈনো মাৰিবি বাৰু তই মানুহ। পাৰিলিহেঁতেন, শত্ৰু মাৰিব পাৰিলিহেঁতেন,ফেঁটীসাপ মাৰিব পাৰিলিহেঁতেন। পিছে তহঁতে চিনিয়েই নাপাৱ নহয শত্ৰু কোন মিত্ৰ কোন? আৰু এতিযা এনেকুৱা দিনহে চলিছে যে ফেঁটীসাপবা দেশৰ শত্ৰুবোৰহে আটাইতকৈ নিৰাপদে থাকে। সেইবোৰেহে আটাইতকৈ বেছি নিৰাপত্তা লৈ থাকে। ৰাইজেও সিহঁতকহে আগুৰি ৰাখে।

তাই মৰি থাকিলি মনে মনে। মোক এবাৰো তই নকলি গুচি যোৱাৰ কথা। তই ঘৰ এৰি গুচি যোৱাৰ কথা মই গম পাই তোক সুধিছিলো বোলো জানটো তই বোলে আলফাত যোগ দিবলৈ যাবি? তই হয় বুলি কৈছিলি। কিন্তু তই যে একেবাৰে গুচি যাবিগৈ মই জনা নাছিলো। মোক কোনেও কোৱাও নাছিল। অইনে নাজানিলেও চাগৈ ৰঞ্জিতে জানিছিল। সিও মোক নক'লে যে আপোনাৰ জানটো কিন্তু গুচি যাবগৈ। মই গম পোৱা হ'লে তোক সুধিলোহেঁতেন-ছবছৰৰ মূৰত তই আহিলি গুচি যাবলেহেনে? সঁচাকৈ তই যাবিগৈ নেকি? মই সুধিলোহেঁতেন। তইনো তোৰ মাৰজনীক ফাকি দিলিহেঁতেননে? আৰু যদি তই যোৱাৰ কথা মই জানিলোহেঁতেন তোৰ লগত বহুত কথা পাতিলোহেঁতেন। এজনী মৰমলগা ভাল ছোৱালীৰ লগত তোৰ বিয়া পাতিলোহেঁতেন। তোৰ পছন্দমতে মণিকাকে আনিলোহেঁতেন। বৰ ভাল ছোৱালী তাই। সেইজনীয়ে এইকেইদিন কান্দিযেই আছে। নাতি পোৱালি এটাৰ লগত মই খেলিলোহেঁতেন। দৌৰি ঢাপৰি ফুৰিলেহেঁতেন, মই বুঢ়ীজনীয়ে দিনৰ দিনটো তাক খেদি ফুৰিলোহেঁতেন। কঁকালৰ বিষত ৰাতি ভালকৈ শুব নোৱাৰিলোহেঁতেন। আকৌ বিছনাতে ধৰিলেইহেঁতেন নহয় গবা মাৰি। আইতা উঠা, ইমাননো টোপনিনে তোমাৰ । তাৰপৰা ৰক্ষা নাপালোহেঁতেন। দিনৰ দিনটো মাকে মোক তাৰ গোচৰ দিলেহেঁতেন, মা চাওক চাওক, নাতিনীযেকে কি কৰিলে চাওক, সেয়া আপোনাৰ চেনিৰ টেমাৰ পৰা চেনি উলিয়াই চাহ টেমাত ভৰাইছে, চাহবোৰ চেনিৰ টেমাৰ ভিতৰত ভৰাইছে। মা চাওক চাওক, সৌটো লুকাই লুকাই পিছলৈ চাই চাই সেয়া পুখুৰীলৈ গৈছে চাওক। আপোনাৰ পাকঘৰ কটি ভজা শলাডালত সূতা

বান্ধি বৰশী কৰি লৈছে, সূতাডালৰ মূৰত চেফটি পিন এটা বান্ধিছে—সেইটো হেনো বৰশী।' 'ভৰ দুপৰীয়াখন মনে মনে পুখুৰীলৈ গৈছে দেখিছানে? ঘূৰি আহা ঘূৰি আহা, তাত কেপ আছে?। খাই ঔ কেপে খাই ঔ। কেপ, ধৰা ধৰা সোণমণি গৈছে কেপ ধৰা।

তই সঁচাকৈ মাত এষাৰো নিদিলি যাওঁ বুলি। তই কৈছিলিহে বোলে কথা ক'ব পৰা হ'লে মই সকলো হ'ম। সেই কথাবোৰ মোক কোনে ক'ব? শেহনিশাখন তই গুচি গ'লি। মোৰ জানটো শেহনিশা মৰি থাকিল। তাৰ কথাবোৰ মোক কোনে ক'ব??

তই গুচি গ'লি। মই তোৰ নেতাবোৰক ক'ত লগ পাম? তহঁতৰ যিসকল নেতা সেনাপতি তেওঁলোক ক'ত থাকে? মই তেওঁলোকক লগ পাব লাগে। মই কথা পাতিব লাগিব তেওঁলোকৰ লগত। মোৰ ল'ৰাটো প্ৰথমবাৰ মাদ্ৰাজত অপাৰেচন কৰাৰ পাচতো গুৱাহাটীত পুলিচে তাৰ পেটত গুৰিয়াইছিল। গচকিছিল। তোমালোকে গম পোৱা নাছিলাইঁতনে হে জানটোহঁতৰ নেতা-সেনাপতি। মোৰ একমাত্ৰ ল'ৰাটোৱে কি দোষ কৰিছিল যে তাক তোমালোকে ৰাক্ষস-নৰখাদক পুলিচৰ হাতত মৰিবলৈ এৰি দিলা? মই আগতে মহামূৰ্খ আছিলো। একো কথাকে জনা নাছিলো। কিন্তু জানটো মাজনিশা ঘৰৰ পৰা ওলাই যোৱাৰ দিন ধৰি যোৱা ছবছৰত মই বহুত নজনা কথা জানিলো। বহুতে বহুত কথা ক'লে। জানটোৰ টেবুলত থকা অসমীয়া কিতাপবোৰ পঢ়িলো জুপি জুপি। তাতো বহুত কথা পালো। তোমালোকৰ লগৰ এজন যোদ্ধা যেতিয়া শত্ৰুৰ হাতত ধৰা পৰে তোমালোক কিয় মনে মনে বহি থাকা? কিয় সেই যোদ্ধাক উদ্ধাৰ কৰিবলৈ চেষ্টা নকৰা? মোৰ অকলশৰীয়া ল'ৰা জানটোক পুলিচে ইমান অত্যাচাৰ কৰিছে, তপত ফুটছাইৰ মাজলৈ দলিয়াই দিয়া জীয়া গৰৈ মাছ এটাৰ দৰে—মই তিনিকুৰি এঘাৰবছৰীয়া বুঢ়ীজনীয়ে চেঙালুটি পাৰি ছটফটাই আছোঁ—তোমালোকৰ কোনোবাই মোক মাত এষাৰ লগাবলৈ আহিলানে? মোৰ ল'ৰাটোয়ে কি অপৰাধ কৰিছিল যে তাক তোমালোকে মৰিবলৈ পঠাই দিলা। একুৰি চৈধ বছৰ হৈছিল তাৰ। চফল ডেকা। ঘৰপতাৰ উপযুক্ত বয়স হৈছিল। যিটো বয়সত সি ফুলশয্যাত শুব লাগিছিল সেইটো বয়সত সি এতিয়া শুব চিতাৰ ওপৰত। শেহনিশা মোৰ ল'ৰাটো তোমালোকেই ভৰবয়সত মাৰি পেলোৱা নাইনে? তাৰ লগতে মোকো মাৰি নেপেলালানে? তোমালোকৰ উদ্দেশ্য কি? তোমালোকে ভিয়েটনামৰ কথা

কোৱাইঁক। কিন্তু তাত কেনেবাকৈ সাধাৰণ বিপ্লৱী সৈনিক এটা সেনাৰ হাতত বন্দী হ'লেও সেনাৰ কেম্প আক্ৰমণ কৰিও তেওঁলোকৰ বিপ্লৱী লগৰীয়াক উদ্ধাৰ কৰে। কিন্তু শই শই তোমালোকৰ লগৰ ডেকা ল'ৰা জেইলত, থানাত, হাস্পাতালত কেম্পত জয়মতী শাস্তি ভোগ কৰি কৰি তিল তিলকৈ মৰিব ধৰিছে মোৰ ল'ৰাটোৰে দৰে, তোমালোকে কিবা চেষ্টা কৰানে সিহঁতক সেই নৰখাদকবোৰৰ মুখৰ পৰা উদ্ধাৰ কৰিবলৈ, পুলিচৰ হাতত ধৰা পৰাৰ পৰা শেহনিশা মৰালৈকে তিনিমাহ মোৰ ল'ৰাটো পুলিচৰ জিম্মাত থাকিল, বাতৰি কাকতবোৰত তাৰ ওপৰত কৰা নিৰ্মম অত্যাচাৰৰ বৰ্ণনা ওলাল—ক'তা তোমালোকে কি ব্যৱস্থা ল'লা।

মই তোমালোকক সুধিব খুজিছো—এই যে মাক-বাপেকৰ বুকুৰ পৰা ডেকা-গাভৰুবোৰ তোমালোকে উলিয়াই নি নি সাধুকথাৰ বনৰাজ সিংহৰ ওচৰলৈ প্ৰতিদিনে এটা এটাকৈ জন্তুক খাদ্য হিচাপে আগবঢ়াই দিয়াৰ দৰে পুলিচ আৰু সেনাৰ ওচৰত নিৰ্মম অত্যাচাৰৰ অন্তত মৰিবলৈ পঠাই থাকা তাৰ উদ্দেশ্য কি? তাৰ উদ্দেশ্য তোমালোকে নিজে বাচি থকাটোহে নেকি? মই মূৰ্খবুঢ়ীয়ে মানি লৈছো যে যাৰ হৃদয়েই নাই তাৰ হৃদয় পৰিৱৰ্তন কৰিব নোৱাৰি। গতিকে দেশখনক মুক্ত কৰিবলৈ হ'লে মিনতি কৰি প্ৰাৰ্থনা কৰি নোৱাৰি, বল প্ৰয়োগ কৰিব লাগিব, ফেঁটীসাপৰপৰা বাচিবলৈ হ'লে হাতযোৰ কৰি নহয়, সাপটো মাৰি পেলাব লাগিব। গতিকে দেশখনৰ পৰা অন্যায়, অধৰ্ম, অত্যাচাৰৰ বাবে যিবোৰে ক্ষমতা লৈ সেইবোৰ কৰি আছে সিহঁতক বল প্ৰয়োগেৰে আঁতৰাব লাগিব। তাৰ বাবে লাগিব অস্ত্ৰ। কিন্তু এটা কথা নহয় বোপাইহঁত—যাৰ বিৰুদ্ধে তোমালোকে অস্ত্ৰ হাতত লৈছা সিহঁত দেখোন মুকলি মনেৰে ঘূৰি ফুৰিছে। সিহঁতে গুপ্তঘাতকৰ হতুৱাই তোমালোকৰ সৈনিকবোৰ মাৰি ফুৰিছে। তোমালোকৰ পৰিয়ালৰ মানুহো সিহঁতৰ হাতৰ পৰা সাৰি যোৱা নাই। সিহঁতৰ নোম এডালো লৰাব পৰা নাই। গৰু-মহৰ খাদ্যৰ চাৰিশ কোটি টকা বাইজৰ তেজখোৰাগালৰ ওপৰত দেখোন তোমালোকে মাত এষাৰকে মতা নাই বোপাইহঁত। বাইজৰ গুণগুণনি শুনিছানে তোমালোকে? বাইজে গুণগুণাইছে বোলে সেই চোৰে চুৰ কৰাৰ ভাগ নিয়মমতে তোমালোকক দি আছে। ঘোচ খোৱা, দুৰ্নীতি কৰা বাইজৰ শত্ৰুবোৰ যে তোমালোকে ধৰি ধৰি নি কিছুদিনৰ পিছত উদ্ধিত ফুলাম গামোচা পিন্ধাই পঠাই দিয়াইহঁত কিয়? আৰুমানে সেই অন্যায়কাৰী বাইজৰ তেজখোৰাবোৰৰ পৰা টকা লৈ পাছত মানে-সন্মানে আকৌ বাইজৰ তেজ নিৰ্ভয়ে খাবলৈ পঠাই দিয়াইহঁত।

দেশখন এই নৰাধমটোৱে তেনেই মদৰ দোকানময় কৰিলে। তোমালোকে দেখোন তাত মাত এষাৰ দিয়া নাই বোপাইহঁত। এসময়ত তোমালোকে মদৰ দোকান ভাঙি ফুৰিছিলাহঁত, মদ খোৱা মানুহক ৰাজহুৱা শাস্তি দিছিলাহঁত। এতিয়া নিমাত কিয়? এসময়ত যিবোৰে তোমালোকৰ লগৰ মদৰ দোকান ভাঙিছিল এতিয়া সেইবোৰেই মদৰ দোকান দিছে।

এই পাষণ্ড চৰকাৰটোৱে কয় বোলে ৰাইজ সিহঁতৰ লগত আছে আৰু তোমালোকেও কোৱা বোলে ৰাইজ তোমালোকৰ লগত আছে। ৰাইজৰ গুণগুণনি, ৰাইজৰ ফুচফুচনি কাণপাতি শুনিছানে মইনাহঁত! ৰাইজ তোমালোকৰ লগলৈ গৈছেনে নাই তোমালোক ৰাইজৰ মাজলৈ আহিছা? মোৰ ল'ৰাটো শেহনিশা মৰি থাকিল। সেই তেতিয়াৰে পৰাই হেজাৰ বিজাৰ-ৰাইজ এযা গোট খাইছে। তোমালোকৰ কোনোবা আহিছানে এই ৰাইজৰ মাজলৈ? ৰাইজে তোমালোকৰ কথা কৈছেনে শুনাচোন। ৰাইজ আহিছে মোৰ জানটোৰ বাবে। দিবাকৰ কাকতিৰ বাবেহে ৰাইজ আহিছে। এজনী সকলো হেৰুৱাই পেলোৱা দুৰ্ভগীয়া বিধৱা বুঢ়ী মানুহৰ কাৰণেহে ৰাইজ গোট খাইছে। তোমালোক ক'ত আছাহে। শুনিছো আমাৰ নৰাধম মুখ্যমন্ত্ৰীটোৰ ল'ৰা-ছোৱালীও বহুত দামী-নামী স্কুলত পঢ়ে আৰু তোমালোকৰ নেতাবোৰৰ ল'ৰা-ছোৱালীও বহু দামী-নামী বিদেশৰ স্কুলত পঢ়ে। সঁচানে বোপাইহঁত শুনা কথাবোৰ? এই নৰাধমেনো ক'ত টকা পালে, তোমালোকেনো ইমানবোৰ টকা ক'ত পাইছা? জানটোৰ টেবুলত থকা কিতাপ পঢ়িহে গম পাইছো বহুত কথা, তোমালোকে উদাহৰণ দিয়া ভিয়েটনামৰ বিপ্লৱীযে কিন্তু নিজে শ্ৰম কৰিহে খৰচ উলিয়াইছিল। তেওঁলোকৰ নেতা হো চি মিনে ছদ্মবেশত ল'ৰা-ছোৱালীৰ ঘৰুৱা শিক্ষকতা কৰিও টকা আৰ্জিছিল। চীনৰ মাও চে তুং বোলা নেতাজনেও পৰিশ্ৰম কৰিছিল। তোমালোকে শুনিছানে মোৰ কথা? বোপাইহঁত কাণ থিয় কৰি শুনা মোৰ দৰে বহুত মাতৃযে তোমালোকক কথা কৈছে। ৰাইজে কৈ আছে। তোমালোকে দেশখন স্বাধীন কৰিবলৈ যদি এই গতিৰেই যোৱা তেতিয়া আমাৰ দেশৰ ডেকা-গাভৰুবোৰক সিহঁতে মাৰি মাৰি শেষ কৰিবগৈ। পুত্ৰ-কন্যাহাৰা বৃদ্ধ-বৃদ্ধা পিতৃ-মাতৃক লৈহে তোমালোক স্বাধীন হ'বাগৈ। কি অপৰাধত কিহৰ কাৰণে তোমালোকে এই ল'ৰা-ছোৱালীবোৰ নি নি মৰাই আছাহঁত। মানুহে কোৱাকুই কৰিছে মইনাহঁত বহুত মন্ত্ৰী-বিধায়কৰ লগত বোলে তোমালোকৰ গোপন সম্পৰ্ক আছে—সঁচানে? তোমালোকক হত্যা

কৰাবোৰক একো ক'ব নোৱাৰা কিন্তু তোমালোকক সমালোচনা কৰা বা তোমালোকৰ কথা-কামৰ ওপৰত প্ৰশ্ন তোলাজনক তোমালোকে শত্ৰুজ্ঞান কৰা। মই যে, তোমালোকক এই কথাবোৰ সুধিছো গম পালে মোক গুলীয়াই মাৰিবাইঁতনেকি? নে শত্ৰু বুলি সাৱধানবাণী শুনাবা। মই ক'ম, মই চিঞৰি চিঞৰি ক'ম, মোৰনো আছে কি। মোৰ শুকান বুকুখনৰ বাবে তোমালোকে গুলী খৰচ কৰিব নালাগে, ভয় খুৱাই দিলেই মৰি থাকিম। আচল শত্ৰু চিনি লোৱাইঁত অ', বোপাইহঁত আচল শত্ৰু চিনি লোৱা। নেভেটি জল সিঁচিলে নিজৰহে ক্ষতি। সাপ মাৰিবলৈ যাওঁতে কেনি যাবা, কেনেকৈ যাবা, লগত কাক লৈ যাবা, কিহেৰে ক'ত মাৰ-মাৰিবা এই সকলোবোৰ আগতে ঠিক-ঠাক কৰি ল'ব লাগিব। এইবোৰ কথা কোৱাৰ কাৰণে মোক তোমালোকে শত্ৰু বুলি নধৰিবানে? শেহনিশা মোৰ ল'ৰাটো মৰি থাকিল। মোৰ ল'ৰাটো জানটো শেহনিশা মৰি থাকিল, মই জীযাই আছোনে বাৰু?

—কি কৰা যায? তিনি বাজিলেই নহয়। বাৰঘণ্টাই হ'ল। এই গৰমত আৰু বেছিপৰ থাকিলে গোন্ধাবগৈ।

—বাযেক-ভিনিহিযেকহঁতেও কৈছে কথাটো। বৰদেউতাক-খুড়াকহঁতৰ মতে কেতিযাবাই নিব লাগিছিল শটো।

—বতৰলৈ মন কৰিছেনে নাই—ক'লা হৈ আহিছে।

মানুহো কেইবাহাজাৰো গোট খাইছে দেই— ক'ৰ পৰা আহিল ইমান মানুহ? পুলিচ-মিলিটেৰীযে দিগদাৰ নকৰিলেই হৈছে।

—পুলিচ-মিলিটেৰীৰ চোৰাংচোৱা পিনপিনাই ফুৰিছে।

—কিন্তু এতিয়া মাকজনীক কি কৰা যায়? যোৱা বাৰঘণ্টা সেই একেদৰেই শটোৰ মুখলৈ চাই বহি আছে? কি সাংঘাতিক কথা। এবাৰ কন্দা নাই—এষাৰ কথা কোৱা নাই। কি আচৰিত।

—মানুহজনী আচলতে ভোল গৈ আছে। একো কথা ক'ব নোৱাৰে।

—কিন্তু শটো মুখৰ আগৰ পৰা নিওতে যদি কিবা অঘটন হয়।

—সেই বুলিতো আৰু পুতেকৰ শটো মাকজনীক ৰখি থাকিবলৈ দিব নোৱাৰি। চাণ্ডী সাজি হৈ গ'ল, ৰেডি হৈ আছে।

—চাই থাকিলে নহ'ব, ব'লক ব'লক, কিবা এটা কৰিব লাগে বুলি মানুহবোৰে গুণ গুণাই থাকোতেই মেঘে গাজিবলৈ ধৰিলে। পুবাৰে পৰা মেঘ গোমাই আছিল। এইবাৰ বুঢ়ীজনীয়ে বাৰঘণ্টাৰ পাছত মুৰ দাঙি মানুহবোৰলৈ চালে গুণগুণাই থকা হেজাৰ-বিজাৰ মানুহ নিস্তব্ধ হৈ গ'ল। মানুহবোৰে ইমানেই মৌন হৈ পৰিল যেন নিজৰ উশাহ-নিশাহবোৰ শব্দহে শুনিছে নিজেই। মেঘে গাজিছে যেন আকাশখন মৰমৰাই ভাগিবলৈ ধৰিছে। মেঘে গজাৰ ফালে চাই জানটো অৰ্থাৎ দিবাকৰ কাকতিৰ তিনিকুৰি এঘাৰ বছৰীয়া মাকজনীয়ে শেহনিশা ল'ৰাটো মৰাৰ পাছত প্ৰথম কথা ক'লে—'উত্তৰে গাজিছে'। লগে লগেই ইজনে সিজনক সুধিলে--'কি ক'লে বুঢ়ীয়ে', 'উত্তৰে গাজিছে।' হেৰি মাকে কি ক'লে— 'উত্তৰে গাজিছে।' কি ক'লে? উত্তৰে গাজিছে।

— হেৰি বুঢ়ীগৰাকীয়ে কি ক'লে?

— উত্তৰে গাজিছে। কি? উত্তৰে গাজিছে।

উত্তৰে গাজিছে উত্তৰে গাজিছে উত্তৰে গাজিছে।

কি ক'লে বুঢ়ীজনীয়ে? উত্তৰে গাজিছে।

উত্তৰে গাজিছে।





কথা শিল্পী ৰূপে প্ৰতিষ্ঠিত (১৯৮৩ চনত) অৰুণ গোস্বামী

# বেয়া চৰিত্ৰৰ ছোৱালী

মাৰা মাৰা, খুন্দা—যিমান পাৰা খুন্দা। তিৰোতাক খুন্দিব লাগে। মাইকীজনীৰ ওপৰত বৰমতা নহ'লে কাৰ ওপৰত হ'ব পাৰিবা বুলি ভদ্ৰা বৰুৱা শোভনৰ নঙলামুখত চাইকেলৰ পৰা নামি মুখেৰে বকি আছে। মদ খাব লাগে, টেঁটুৰ গুৰিলৈকে মদ এসোপা খাব লাগে আৰু উপজিপুৰাৰে পৰা নিজৰ তিৰোতাজনী খুন্দিব লাগে। লোকৰ ঘৰৰ কথাত, লোকৰ মতা-মাইকীৰ কথাত তোক মাত মাতিবলৈ কিহে পালে বুলি হাতত শুকান ভেটা খৰিছটা লৈয়েই শোভন ওলাই আহি চোতাল পাই ভদ্ৰাৰ ফালে চাই চকু ৰঙা কৰি ক'লে। ভিতৰত জয়াই কন্দি আছে। ভদ্ৰাৰ মাত শুনি যেন জয়াৰ সাহসটো বাঢ়িল। তায়ো চাদৰখনৰ আগটো কঁকালত খোচমাৰি লৈ চোতাললৈ ওলাই আহিল।

—মই নকৈছিলোনে ভদ্ৰা, ককাযেৰে মোক খুন্দিব বুলি। চোৱাচোন এতিয়া ল'ৰা-ছোৱালী ডেকা- ।ভৰু হ'ল, এতিয়াওনো বাৰু মানুহটোৱে মোক গৰু মৰিওৱাদি মৰিযাব লা গনে? জয়াই বকি বকি কান্দি কান্দি নঙলামুখত ৰৈ থকা ভদ্ৰাৰ ওচৰ পালেহি। চাতালখনৰ লগতে সিখন চোতাল লাগি থকা শোভনৰ ভায়েকৰ ঘৈণীয়েক হীৰদাই ওৰণিখনৰ আগটো মূৰৰ পৰা খহি যাব নোৱাৰাকৈ দাঁতেৰে কামুৰি হাতত বাঢনীটাৰ লৈযেই জলফাই গছজোপাৰ আঁৰতে ৰ'ল। বৰজনাক-জাকৰ মাৰপিত কাজিযাখন চাই আছে। কেনেবাকৈ বৰজনাকৰ চকুত পৰে বুলিও হীৰদা সাৱধান।

—খুন্দিব খুন্দিব, অসমীয়া মতাৰ বীৰত্ব ঘৈণীয়েকৰ ওপৰতহে।

—তই মাত মাতিবলৈ কোন? পাৰোতে তোক পৈয়েৰে এৰিছেনে?—তোমাক সাৱধান কৰি দিছো আকৌ এবাৰ। বাৰেপতি তুমি একেটা কথাকে মোক কৈ নাথাকিবা। মোক পৈয়ে এৰা নাই—মইহে এৰিছো। তোমাৰ নিচিনা মতা এই বৌৱেও কেতিয়াবাই এৰিব লাগিছিল। ল'ৰা-ছোৱালী ডেকা-গাভৰু হ'ল—লাজ নালাগে এতিয়াও এইটো বয়সত তিৰোতাক কোবাবলৈ। মদ এসোপা খাবা।—

—সেইটোৱেই, কাৰণ সেইটোৱেই ভদ্ৰা। উপজিপুৰাৰে পৰা মানুহটোৱে

তথি ধৰিছে বোলে মইহে গাওঁখনত মদ বন্ধ কৰিবৰ বাবে তোমাক উচটাই উচটাই ময়ো লগ লাগিছো। আৰু মানুহটোৰ মুখত লাজবীজৰ সঁচ নাই। যিহকে আহিছে তাকে বকিছে। জয়াই নাকৰ পানীবোৰ চাদৰৰ আগটোৰে মোহাৰি ক'লে। শোভনে ভয় খালে। ভদ্ৰাৰ সম্পৰ্কত সি যিমানবোৰ কথা কৈছিল সেইবোৰ যদি এই মৰতীজনীয়ে এফালৰ পৰা এতিয়া খণ্ডৰ ভমকত গাই দিয়ে তাই শুদাই নেৰিব। কথাটো ভবাৰ লগে লগেই শোভনে পিৰালিত থকা কোৰখন হাতত লৈ ঢাপৰফালে কোব ল'লে। শোভনে এইটোকে ভদ্ৰাক বুজাব খুজিছে যে সি কামত ধৰিছে, এতিয়া তাই এইখিনিৰ পৰা যাব লাগে। ভদ্ৰাই শোভনে শুনাকৈয়ে চিঞৰি চিঞৰি ক'লে, 'মই পৈয়ে এৰা তিৰোতা ভদ্ৰাহে। গাওঁখনৰ পৰা মদ এৰবাম বুলিছো এৰবামেই। দৰকাৰ পৰিলে মদাহীবোৰক শাৰী পতাই থানালৈ লৈ যাম। ওঁ, কৈ থলো বুলি তাই চাইকেলত উঠিল। চুবুৰীটোতে ঘটনাটো, গতিকে তাই নিজৰ ঘৰৰ নঙলামুখত চাইকেলৰ পৰা নামোতেই বাপকে তাইলৈ চাই ক'লে—তোৰনো লোকৰ কথাত মুখ পাতিবলৈ কিহে পায। সেইবোৰ মদাহী মানুহৰ মুখত পৰি গোটেইখন ৰৌজাল-বৌজাল কৰি তোৰ বদনাম ৰতি ফুৰিব। শুনি ভাল পাবিনে?'বাপেকৰ কথাত ভদ্ৰাই একোকে নকৈ গোহালি ঘৰৰ কাষৰ বকুল জোপাৰ তলত চাইকেলখন থৈ ভিতৰ সোমাল।

নবৌৰেকে ছাগলীজনী খীৰাই আছিল। মাকে খুতৰা শাক বাছি আছিল। ককায়েক বোধহয মণ্ডলবৰীয়া বজাৰলৈ গ'ল। তাই শুই উঠিয়েই ওলাই ঘৰ সোমাওঁতে এয়া ন বাজি গ'ল। আজিকালি তাই ক'লৈ যায, কি কৰে ঘৰৰ কোনেও নোসোধে। মাকেও নোসোধে-ককায়েক-বৌৰেকেও নোসোধে। কেতিয়াবা তাই ঘৰত নথকা অৱস্থাত ভায়েকেহে আহি তাইৰ বিষয়ে বাহিৰত শুনা কথাবোৰ এফালৰ পৰা বকি যায়। কোনেও একো নকয যদিও তাইৰ বিষযে বাহিৰত ওলোৱা কথাবোৰ যে একেবাৰে মিছা সেইটো কথা কিন্তু ঘৰৰ সকলোৱে বিশ্বাস কৰে। আঠ বছৰীয়া, ছবছৰীয়া ভতিজাক দুটাই ভদ্ৰা পেহীক বৰ ভাল পায়। এতিয়া সিহঁতো স্কুললৈ গ'ল।

পানী দুবাল্টিং বাঁহৰ গাধৈৰে বেৰি লোৱা বাথৰুমটোত সুমুৱাই লৈ তাই গা ধুবলৈ কাপোৰ সলালে। বাহিৰৰ পৰা নেদেখিবৰ কাৰণে চকোৱা চাৰিখনত ভিতৰ ফালৰপৰা চতি কাপোৰ আঁৰি দিয়া আছে। দুৱাৰৰ ঠাইতো চতি কাপোৰেই। পেটিকোটৰ ৰচীডাল খুলি তাই বুকুত মেথনি মৰাদি মাৰি লৈ শিলছটাত বহি ভৰি দুটা মোহাৰিবলৈ ধৰিলে। শোভনে পৈয়েকে এৰা তিৰোতা বোলা কথাষাৰ

তাইৰ মনত পৰিল। বাকীবোৰে যেনিবা তাইৰ মুখৰ আগত নকয় কিন্তু শোভনে খুড়াৰ ভমকত তাতে নিজৰ বৰ বাপেকৰ পুতেক ককাযেক বুলি খাৰাং খাচ মুখৰ আগতে ক'লে। বোধহয় ৰাতি টেটুৰ গুৰিলৈকে খোৱা মদৰ নিচাও কিছু আছিল।

পৈষেকে তাইক এৰিলেনে তাই পৈযেকক এৰিলে এই কথাটো গাওঁখনৰ কোনে নাজানে। কিন্তু কেৱল তাইক আক্ৰমণ কৰিবলৈকে এই কথাষাৰ কৈ তাইক কাবু কৰিব খোজে। পৈযেকে খেদা তিৰোতাজনী যে কিমান বেয়া ছোৱালী হ'ব সেই কথাটোকে মানুহবোৰে তাইক বেযা বুলি প্ৰমাণ কৰিবৰ কাৰণে কয। কিন্তু সেইবোৰ মানুহেই তাইৰ বিযাৰ আগত নিজৰ জীযেকহঁতৰ আগত তাইৰ উদাহৰণ দিযে—"দেখিছনে সেইজনী ভদ্ৰা। বোৱাই-কটাই, পঢ়াই-শুনাই, গানে-বাজনাই, ৰোৱাই-তোলাই কিমান 'এচপাত'। পাৰিবিনে তাইৰ লগত ফেৰ মাৰিব? তহঁতৰ খালি কাম এখনৰ ভয, একোপিনেদি একো গুণ নাই কেৱল উনৈশত বা বলাই ফুৰিবলৈ লাগে।" মাক বাপেকৰ মুখে মুখে উত্তৰ দিযা জীযেকহঁতৰ আগতো তাইৰেই উদাহৰণ দিযে। "একেলগৰে সেইজনী বৃকোদৰৰ জীযেক ভদ্ৰাক দেখিছনে? কিমান ভদ্ৰ। তাইৰ নাম যেনেকৈ ভদ্ৰা স্বভাৱ-চৰিত্ৰ কথা-বতৰাও তেনেকুৱা ভদ্ৰ। মুখৰ মাত নাই। ডাঙৰৰ মুখে মুখে উত্তৰ দিযা শুনিছনে তাই কেতিযাবা। একেখন গাঁৱৰেনো তহঁতৰ মুখবোৰ ইমান লাওপাত-কচুপাত কেনেকৈ হ'ল? তহঁতৰ মুখত জুই লগালেও জুযে পুৰিবলৈ ভয কৰিব, যিহে মুখ। এনেকৈ হ'লে এঘৰলৈ গ'লে নাক-কাণ কাটিবিহঁত। মাহেক নৌহওঁতেই বোৱাৰীৰ মুখৰ কাৰণেই ঘূৰাই চমজাই দিবহি। থাকিবিহঁত ঘৰৰ বোজা হৈ লোকৰ ঠেকেচা নেকেচা খাই, চুৱা ধুই।" এতিযা সেই একেবোৰ মানুহেই তাইক কয বেযা চৰিত্ৰৰ ছোৱালী, চৰিত্ৰহীনা। জুই দিলেও মুখ নোপোৰে বুলি। সেই একেবোৰ মানুহেই এতিযা বাপেক-মাকৰ লগত কিবা কথাত তৰ্ক লাগিলে জীযেকহঁতে কয, "সেই পৈযেকে খেদাজনীৰ দৰে অৱস্থা হ'ব তহঁতৰ। এইখন মুখেৰে গিৰিযেকৰ ঘৰত নকন্দাকৈ এসাঁজো খাব নোৱাৰিবি। আগৰ দৰে গিৰিযেকবোৰে আজিকালি সহিও নাথাকিব—মাৰত হাড ভাঙি গুৰুলা গুৰুল কৰিব। সেইজনী মুখৰ যহতে মাৰ খাই খাই ঘৰ পাবগৈ তত্ধনি হেৰাই গ'ল নহয়? তেতিযা ডাংকাটিজনীযে গাওঁখনত বাইচকুল লৈ মতা ল'ৰাৰ দৰে অনাই-বনাই ফুৰে। সেই চৰিত্ৰহীনাজনীৰ লগ লাগিছ হ'ব পায়।"

লোকে লোকে লগোৱা এই সকলোবোৰ কথা ভদ্ৰাৰ কাণত পৰে। আৰু এই কথাবোৰকে ক'ৰবাত শুনি আহি ভায়েক ৰমেনে মাকহঁতৰ আগত কয়।

বায়েকৰ পৰা ৰমেনৰো অসুবিধা নোহোৱা নহয়। শেষ নম্বৰৰ লটাৰীত যিদিনাই বেয়াকৈ হাৰিব সেইদিনাই লগৰ এজনৰ লগত মদ এসোপা খাই মাজনিশা সকলো নিঃপালি দিয়াৰ পিছত ঘৰ সোমায়হি। পুৱা ন বজালৈকে শুব। শুই উঠিয়েই যেতিয়া গম পাব যে বায়েক ঘৰত নাই তেতিয়াই তাৰ মুখখন মন্ত্ৰীৰ ভাষণ দিয়া মুখৰ দৰে মেলখায় আৰু জাপ নাযায়। বায়েকক বকাৰ তাৰ প্ৰধান উদ্দেশ্য হ'ল যে তেতিয়া মাক-বাপেক, ককাযেক কোনেও মদ খাই ৰাতি দুপৰলৈকে ঘৰ নোসোমোৱা কথাটোত বকিব নোৱাৰে। সি বায়েকৰ বদ্‌নাম গাওঁতে যিটো উগ্ৰমূৰ্তি ধৰে বাকীবোৰৰ চুৰ্ত্তি হেৰায়, ক'ত আৰু তাক বকিব পাৰিব। বি এছ চি পাছ ল'ৰা এটা ঘৰতে বহি বুঢ়া হৈছে, নাই চাকৰি নাই বাকৰি, ঘৰতো কুটা এগছ দুডোখৰ নকৰে, খালি শেষ নম্বৰৰ লটাৰীত মছগুল। দুদিন কিবা এটা পালে চাৰিদিন হাৰে। মাজতে ঘৰৰ পৰাও কিবা কিবি নি বেচিবলৈ লৈছিল। ধৰা পৰাত ভদ্ৰাই কাণখনত ধৰি থালৰ থালৰ দুটা চৰ দিলে। তাৰপৰা সেইটো কাম কৰা নাই। মাক-বাপেকে ভয খাইছিল উভতি ধৰি বাযেককো মৰিয়াই বুলি ভদ্ৰাই কিন্তু জানে-সিহে নালাগে তাৰ নিচিনা মদাহী জুৱাৰী নিষ্কৰ্মা কোনেও তাইৰ গাত হাত দিব নোৱাৰে।

ভোলৰ জালেৰে ভৰিৰ ফাটিব খোজা গোৰোহা দুটা ঘঁহি ঘঁহি ভদ্ৰাই কথাবোৰকে ভাবি আছে। চতি কাপোৰেৰে কৰি লোৱা পদাই বোলক বা দুৱাৰেই বোলক ওপৰ ফালৰ ফাকটোৰে ৰ'দজাক তাইৰ মুখৰপৰা মেঠনি মাৰি লোৱা বুকুলৈকে পৰাত ভাল লাগিল। আঘোণমহীযা ৰ'দটোৰ সোৱাদ তাতে ঠাণ্ডাপানীৰে গা ধুব লগা হোৱা সময়ত গাত পৰাত বেলেগ উম এটা লাগে। কিমান বয়স হ'ল তাইৰ' ছয়ত্ৰিশ বছৰ। ছযত্ৰিশ বছৰ হ'ল যদিও তাতে লাগবান্ধ নোহোৱা শাকে পাতে দুসাঁজ খায় যদিও তাইৰ নিজৰ গাটো আটিল হৈ আছে। বুকুৰ পেটিকোটৰ গাঁঠিটো ঢিলাই তাই মূৰটো তল কৰি নিজৰ বুকুখনলৈ চালত নিজৰে অলপ লাজ লাগিল। তাই বুকুৰ প্ৰতি কোনো যত্ন নলয় যদিও এতিয়া ওঠৰ বিশ বছৰীযা গাভৰু ছোৱালীৰ দৰে বুকুখন দৃঢ আৰু টান মণ্ডহাল হৈ আছে। হালি পৰা নাই। বৰ দামী ব্ৰাও তাই পিন্ধিব নোৱাৰে যদিও, অপৰিচিত মতা মানুহৰ আগত গাৰ চাদৰেৰে বা শাৰীৰ আগেৰে ভালকৈ ঢাকি-ঢুকি লয় যদিও মতা মানুহৰ চকু তাইৰ বুকুত থৰ হয়। কেতিয়াবা কিছুমান ধৰা পৰি থতমত খায় আৰু উচাং কুচাং গাবলৈ ধৰে। তাই নাৰ্ভাছিনেচটো বুজি পাই অন্য কথাৰে সহজ কৰি দিয়ে বা মানুহ চাই পাতল কথাৰে তামাচা কৰি ধৰা পৰাটোৰ

লাজ লঘু কৰি দিয়ে। কেতিয়াবা কিছুমানক ইচ্ছা কৰিযেই অপ্ৰস্তুত কৰিবৰ কাৰণে তেওঁৰ চকুত পৰাকৈয়ে চাদৰৰ আগটো থানথিত্ লগাই আনকি ওলাই থকা ডিঙিৰ অংশটোও ঢাকি দিয়ে। তাই অন্ততঃ যোৱা দহ বছৰে গিৰিযেকৰ ঘৰৰ পৰা অহাৰ পিছত নিজৰ শৰীৰটোৰ প্ৰতি বিশেষ কোনো যত্ন লোৱা নাই। কেৱল অসুখ-বিসুখত নপৰিবৰ কাৰণেহে যি সাৱধানতা অৱলম্বন কৰি আছে ।

আজি কি তাৰিখ? বাৰ তাৰিখ। তাইৰ ভয় লাগিল তাৰিখটো মনতপৰাৰ লগে লগেই। বিশ তাৰিখলৈনো আৰুনো কেইদিন আছে। তাই লৰালৰিকৈ ভোলৰ জালটোৰে গাটো মোহাৰি গাত পানী ঢালিলে। গা ধুই উঠি ভীমকলেৰে পিঠাগুডিখিনি সানি খাই তাই লৰালৰিকৈ পাটিত কান্দি থকা কেঁচুৱাক পিয়াহ খুৱাবলৈ ঢাপলি মেলা মাকৰ দৰে তাঁত শালখনলৈ দৌৰ মাৰি গ'ল। কাপোৰ উলিয়াব লাগিব। ছশ টকা আগধনো লৈ থৈছে।

মনোযোগেৰে তাঁত বৈ থাকোতেই বাপেকে ক'ৰবাৰ পৰা আহি তাইৰ হাতত তিলৰ লাডুটোৰ সমান আমলখি দুটা দিলেহি। নামঘৰৰ ওচৰৰ জোপাৰ নেকি? বৰ মিঠা আমলখি। বোধহয এনে আমলখি খাই পানী খোৱাৰ পিছতেই মান সেনাই ঘোষণা কৰি গ'ল যে অসম দেশৰ পানী বৰ মিঠা বুলি। তাই দুটা দুফালে মুখত ভৰাই এটা সোঁ গালখনৰ তলত লৈ চোবাবলৈ ধৰিলে। তাই তাঁত বোৱাত লাগিল। কিবা কওঁ নকওঁকৈ বাপেকে তাইৰ ওচৰতে বৈ সৰু মাতেৰে সুধিলে,"আজিনো নামঘৰত কিহৰ মিটিং দিছহঁক?" মাকোৰ শব্দত তাই বাপেকৰ কথাটো ভালদৰে নুশুনি মাকোটো হাতত লৈ বাপেকৰ ফালে চাই সুধিলে, "কি ক'লে দেউতা?"

—আজিনো নামঘৰত কিহৰ মিটিং পাতিছহঁক,-গম পালো।

—অ' এই গাঁওখন তেনেই মদৰ আড্ডা হ'ল। চুবুৰিয়ে চুবুৰিয়ে চুলাই মদৰ দোকান। ল'ৰা-বুঢ়া চবেই মদ খায। গাওঁখন গুচিল। তাৰে কিবা কৰিব পাৰিনেকি-

—এস কিটো হ'ব মিছাকৈ? শত্ৰু বাঢ়িব। নিজে বিহবুলি জানিও মানুহে মদ খায়। তহঁতে ক'ত এৰুৱাব পাৰিবিহঁত মাইকী মানুহবোৰে' তাতে তোৰ বদ্‌নাম-

—এ বদনামৰ কথা বাদ দিয়ক দেউতা। নিজে ঠিক থাকিলে লোকে বদনাম উলিয়াই কি কৰিব? মোৰ মুখৰ আগত কওকচোন বাৰু চাওঁ,

—তোৰ মুখৰ আগত ক'ত ক'ব? এইবোৰ উৰহহে। টোচকৰ মাজত লুকাই থাকে। টোপনি আহিলে কামুৰিব আৰু সাৰ পালে পলাব। পিছে এটা

কথা নহয়। পুলিচে বন্ধ কৰিব পৰা নাই চৰকাৰে বন্ধ কৰিব পৰা নাই। ভি ডি পিয়ে বন্ধ কৰিব পৰা নাই। তেনেস্থলত তহঁত মাইকী মানুহবোৰে ক'ত বন্ধ কৰিব পাৰিবি?

—বুইছে দেউতা। মদ বন্ধ কৰিব পাৰিব মাইকী মানুহেহে। জন্মৰেপৰা মদখোৰা জাতি নগাবোৰ। কিন্তু এতিয়া নগালেণ্ডত মাইকী মানুহেই মদবন্ধ কৰি দিলে। মাত্ৰ ভয় নকৰিলেই হয়।

—জানো কি কৰ! আহিব জানো মানুহবোৰ?

## (দুই)

ভদ্ৰা অলপ হতাশ হোৱাৰ নিচিনা হ'ল। নিৰ্দিষ্ট সময়তকৈ প্ৰায় ডেৰ ঘণ্টা পাৰ হৈ গ'ল কিন্তু মানুহ নাই। মানুহ মাত্ৰ সাতজনীহে গোট খাইছে। এই গোটেই মহকুমাটোৰ ভিতৰতে এইখন গাওঁ ডাঙৰ গাওঁ। জয়থান গাঁৱত চাৰিশ ঘৰ ওপৰ মানুহ। গাওঁখনৰ বৈশিষ্ট্য হ'ল যে ইয়াত কমবেছি পৰিমাণে সকলো ধৰ্ম আৰু সকলো সম্প্ৰদায়ৰে মানুহ আছে। তাৰ ভিতৰত বৰ্ণহিন্দুৰ পৰিয়াল বেছি আছে। আজি পাঁচ-ছদিন ধৰি ছয়-সাতজনী মানুহে ভাগে ভাগে সকলোবোৰ মহিলাকে আজিৰ সভাখনলৈ মাতিছিল। সকলোৱেই বিষয়টো বৰ ভাল পাইছিল আৰু যেনেতেনে আহিবই বুলি কথা দিছিল। ভদ্ৰাই নামঘৰীয়াকো সুধি বিষয় এটা নিষ্পত্তি কৰি থৈছিল। মুছলমান মহিলা আহিলে নামঘৰত সোমালে কোনোবাই দোষ ধৰিব নেকি? কথাতো শুনি নামঘৰীয়া মোধ বৰাই জকজকাই আছিল। তেওঁ ডাঙৰ ছিলিমটোৰ ওপৰত জুই ওলাই যোৱাকৈ টান এটা মাৰি কাঁহি কাঁহি ভদ্ৰাৰ ফালে চাই ধমক দিয়াৰ সুৰতেই ক'লে, তই কি কথা সুধিবলৈ আহিলি অ' ভদ্ৰা! কি কথাষাৰ সুধিছ? এনেকুৱাতে মোৰ খং উঠে আৰু তাকে ক'লেই মোধ কমিউনিষ্ট।" ভদ্ৰাৰ পেটে পেটে হাঁহি উঠিল। মোধ নামঘৰীয়াই যেতিয়া অলপ বিৰক্তি হ'লেই বা খং উঠিলেই কথাটোৰ মূৰত কয়, "তাকে ক'লেই মোধ কমিউনিষ্ট" বুলি। তেওঁৰ এইটো মুদ্ৰাদোষৰ দৰে হৈ পৰিছে। অনবৰতে ভাং খাই থকা এই বয়সীয়া মানুহটোক বাকীবোৰ মানুহে ছেগ বুজি জোকায় কথাষাৰ শুনিবলৈ। নামঘৰীয়াই ভদ্ৰাৰ মুখলৈ চাই ক'লে, "তই কি কথাষাৰ সুধিবলৈ আহিলি হয়নে? কেলেই জন্মৰে পৰা নেদেখিলি জানো এইটো নামঘৰত ভাওনা হ'লে সকলোৱেই ঢাৰি পাৰি বহি ভাওনা চায়। তাত মুছলমান মানুহো নাথাকে

জানো? তেনেস্থলত যে তই সুধিলি বোলে নামঘৰত মুছলমান মাইকী সোমালে কোনোবাই দোষ ধৰিব নেকি? হেৰ', মণিকুটৰ সিংহদ্বাৰত যে গড়ুৰৰ কাঠৰ মূৰ্ত্তি দুটা আছে সেই দুটানো কোনে সাজি নামঘৰলৈ দান দিছে বুলি ভাবিছ? বেচেৰা মৰি দেৱতা হ'ল-সেই ফজল বাঢৈয়েহে দিছিল। ফজল হুছেইনৰ হুছেইন উপাধিটোকে লোপ পাই বাঢৈ উপাধি হ'ল। গাঁৱৰ চবেই তেওঁক মৰালৈকে বাঢৈ বুলি মাতিলে। আমি তেওঁৰ সমনীয়াবোৰে বাঢৈগৰীয়া বুলি তামাচা কৰি মাতো। আকৌ তই সুধিছ বোলে মুছলমান মাইকী নামঘৰত সোমালে কোনোবাই দোষ ধৰিবনেকি? এনেকুৱাতেহে মোৰ মইনা মাত ওলায় আৰু তাকে ক'লেই মোধ হয় কমিউনিষ্ট" বুলি নামঘৰীয়া বহাৰ পৰা উঠি চিলিমটো বাঁহৰ বেৰখনৰ কামিটোত ওভোতাই থৈ বাৰীৰ ফালে গ'ল? ভদ্ৰাৰ আৰু এটা কথাত হাঁহি উঠিল। এনেকুৱাতে মোৰ মইনা মাত ওলায় বুলি ক'লেই বুজিব লাগিব যে বুঢাই এতিয়া অবাইচ মাতষাৰ মাতিব যিষাৰ মাত আজিকালি গাঁৱৰ নিৰক্ষৰে ক'বলৈ প্ৰায় এৰি দিলেও কলেজৰ ল'ৰাই আৰু চৰকাৰী অফিচত চলাই থাকে। নামঘৰীয়ানীয়ে ভিতৰৰ পৰা আহি ভদ্ৰাক যামেই বুলি কওঁতেই বাৰীৰ ফালৰ পৰা নামঘৰীযাই নেলীয়া কটাৰিখনেৰে পিঠিফালৰ ঘামচি কেইটামান আগটোৰে ভাঙি ভাঙি ঘূৰি আহি ভদ্ৰাৰ ফালে চাই ক'লে, 'তহঁতে যিটো বিষয় লৈ মিটিংখন পাতিছ ভাল হৈছে। বৰ উত্তম বিষয় হৈছে। পিছে, মতা মানুহক নাই মতানেকি?'

—নহয়, বৰ্ত্তা, আমি এইখন মিটিঙৰ পিছতহে গাওঁখনৰ পুৰুষসকলক অৰ্থাৎ বাপেকবোৰক মাতিম।

—বাৰু হ'ব যা। সেই যাদৱৰ হাততে নামঘৰৰ চাবিকোছা আছে মই কৈ থ'ম ল'বি।

ভদ্ৰা চিন্তিত হ'ল। দুই বজাত সময় দিয়া মিটিংখনৰ এতিয়া চাৰি বাজিবৰ হ'ল তথাচ মানুহ গোট খালে মাত্ৰ নগৰাকীহে। ছোৱালীবোৰকো ধৰিলে এই বৃহত্তৰ গাঁওখনত আঠশমান মাইকী মানুহ আছে। প্ৰায় সকলোৱেই উৎসাহেৰে আহিম আহিম বুলি কোৱাৰ পিছতো এই দুঘণ্টা পাৰ হ'ল মানুহ গোট খালে মাত্ৰ নজনী।

—বুইছা ভদ্ৰা, মানুহ আৰু নাহে"। বাটৰ ফালে চাই আইমা বেগমে ক'লে।

—ময়ো তাকেহে ক'ব খুজিছো বুলি ঘুনুচা ঠাকুৰে আইমাক সমৰ্থন জনাই হাতৰ টোপোলাটোৰপৰা তামোল এখন উলিয়াই আইমাৰ হাতত দিলে। মেনকাৰ মুখখন মেল খালে বন্ধ নহয়। বি এ পাছ কৰি আজি আঠ বছৰ চাকৰি বিচাৰি

হেনো তাইৰ মূৰটোৰ ভিতৰখন খণ্ডত মাছ ভাজিবলৈ তপতোৱা উতলা তেলৰ দৰে মগজটো টগ্‌বগাই থাকে। তাই খণ্ডতে চিঞৰিয়েই কয়, চাকৰিও নাই, দৰাও নাই। চাকৰি থাকিলেহে আজিকালি শিক্ষিতা ছোৱালীক শিক্ষিত ল'ৰাই বিয়া কৰাবলৈ আগবাঢ়ি আহে। কাপুৰুষবোৰে আজিকালি ছোৱালী বিয়া নকৰায়-চাকৰিহে বিয়া কৰায়। সেই মেনকাই এতিয়া ঘুনুচা খুৰীৰ কথাষাৰ শেষ নহ'লেই বক্‌বক্‌াই উঠিলযেন গুৰৰ তপত ফেলাইতহে কুঁহিয়াৰৰ ৰসৰ উতল উঠিছে।

—ক'ত আহিব নাহে। ঘৰে ঘৰে মদাহী। বাহিৰত বৰচুৰীয়াৰ ফেৰ মাৰি কপালত ফোঁট লৈ নমো নমো হৈ থকা চোৰৰ ঘৰতেই বেছি মদাহী। মুখত বাপেকে দিনৰ দিনটো মানুহ লগ পালেই 'কৃষ্ণ কৃষ্ণ' কৰি হাতজোৰ কৰি ফুৰে আৰু সন্ধ্যা লগাৰ পিছৰে পৰাই সেই কৃষ্ণ কৃষ্ণৰ ঘৰত সেই আষাৰহে উচ্চাৰণ হৈ থাকে। সেই আষাৰ নোকোৱাকৈ কথাই প্ৰতি পুতেকহঁতে বাপেক-মাকৰ লগত কথাই নাপাতে। এতিয়া চোৱা ভদ্ৰা বাইদেউ, ইয়াতে যে আমি এতিযা নজনী মানুহ গোট খালো এই নজনীৰ কাৰোৰে ঘৰতেই মদাহী নাই। সেইকাৰণেই আমি গোটখালো। বাকীবোৰ আহে কেনেকৈ? হয় তেওঁলোকৰ পৈয়েকহঁতে মদ নহ'লে থাকিব নোৱাৰে নহ'লে গুণধৰ বংশধৰ পুতেকহঁতে মদ নহ'লে থাকিব নোৱাৰে। সেইবোৰৰ ঘৰৰ মাইকী মানুহ আজিৰ এইখন সভালৈ কেনেকৈ আহিব কোৱা?

—এস, তুমি মেনকাই বৰ চিঞৰি চিঞৰি কথাবোৰ কৈছাহে বুলি আইমা বেগমে ক'বলৈহে পালে মেনকাই ফেঁট তুলিহে যেন উঠিল। চিঞৰ বাঢ়িলহে। নক'ম কিয়? নক'ম কিয়? আজি মাইক এটা থকা হ'লে মই মাইকত চিঞৰি চিঞৰি ক'লোহেঁতেন মিটিঙলৈ নহা সকলোৱে ঘৰতে বহি শুনাকৈ। মাতোতেটো চবেই শলাগিছিল। চবেই আহিম বুলি কৈছিল। আজি নাহিল কিয়? কম মদাহী হ'ল এই গাঁওখনত। মোক নাম নুসুধিব—মই এতিযা নকওঁ, নকওঁমানে সিহঁতৰ মাকবোৰ থকা হ'লে নামবোৰ এতিযাই মই কৈ দিলোহেঁতেন যদিও পিছত ক'ম বাৰু; মই বাছৰ পৰা নামি আহি আছো। এনেয়েই মনটো খঙে দুখে মৰি আহিছে। ইণ্টাৰভিউটো পাতিব লাগে কাৰণে পাতিছে, তাৰ আগতে হেডমাষ্টৰ আৰু ইন্সপেক্টৰে গোট খাই—এই মাইকীবোৰে মতা মানুহতকৈয়ো বেছি টকা খায়। আমাৰ ইন্সপেক্টৰজনীয়ে কম পইচা লয়। তাই আৰু হেডমাষ্টৰে আগতেই কুৰি হেজাৰ টকা বন্দবস্ত কৰি থৈ কাউন্সিলাৰৰ জীয়েক অৰ্পণাক কেৰাণীৰ চাকৰিটো দিবলৈ ঠিক কৰি মানুহক দেখুৱাই ইণ্টাৰভিউ পাতিছে। অৰ্পণাৰ ঘৰ স্কুলৰপৰা

দুই কিলোমিটাৰ আঁতৰত আৰু মোৰ ঘৰ চাৰি কিলোমিটাৰ আঁতৰত। পঁচিশটামান ল'ৰা-ছোৱালীয়ে ইন্টাৰভিউ দিলে। মই বোলে লোকেল নহয়। চাৰি কিলোমিটাৰ আঁতৰৰ ছোৱালীজনী মই ফৰেইনাৰ, বিদেশীনি। লোকেল নহয়। সেইবোৰ খঙে-বেজাৰে বাছখনৰ পৰা নামি কোবা কোবিকৈ ঘৰলৈ আহিছো। সেই বামুণৰ চুকৰ ঘুমটি দোকান কেইখনৰ ওচৰ পাইছোহিহে—তেনেকৈ সন্ধ্যা লাগি আন্ধাৰ হোৱাই নাই, কি অশ্ৰাব্য মাত কথা। মোক জোকাইছে বুইছেনে? মই আটাইকেউটা ল'ৰাকে চিনি পাওঁ। কিমান সৰু ল'ৰা জানেনে? মোতকৈ দহ বছৰমানৰ সৰু হ'ব আটাইকেউটা। মোক জোকাইছে। লাজ নাই। মদৰ নিচাত লাজ নাই। সিহঁতে কাক কি কৈছে ক'বনোৱাৰে কিন্তু। সিহঁতৰ বাবে সেই সময়ত স্ত্ৰীলিংগ হ'লেই হয়। মোৰ সলনি যদি সেই ঘিটমিটিয়া আন্ধাৰত সিহঁতৰ মাক ভনীয়েকো আহিলেহেঁতেন তেতিয়াও সিহঁতে সেই অশ্লীল কথাবোৰকে কৈ জোকালেহেঁতেন। গতিকে কিয় আহিব এইখন মিটিঙলৈ সেইবোৰ মাক কওকচোন বুলি মেনকাই চিন্তান্বিত হৈ নামঘৰৰ পদূলিৰ ফালে চাই থকা ভদ্ৰালৈ চালে।

—নহয়, অহা হ'লে তেওঁলোকৰ নিজৰেই উপকাৰ হ'লহেঁতেন বুলি কমাই কৈ ঘুনুচা বৰমাৰ ফালে তামোল এখনৰ বাবে হাত মেলিলে।

গাঁওখনত অকল মদাহীয়েই নাই আজিকালি। দোকানে দোকানে, চুকে চুকে কে'বাঘৰতো লুকাই লুকাই মদ বেচে। চাপৰিৰ ফালৰপৰা, বাগানৰ ফালৰপৰা চুলাই আনে। লাওপানী আনে। আনি গিলাছে গিলাছে বেচে। সন্ধ্যা আঠবজাৰ পিছত গাঁওখনৰ বাটলৈ ওলাব নোৱাৰি। চিঞৰ-বাখৰ, উকিয়া উকি, কাজিয়া, গালি গালাজ অশ্লীল শব্দৰ কোবত বয়সীয়াবোৰ নোলায়। অকলে যে ডেকা ল'ৰাবোৰেই মদাহী হৈছে তেনেও নহয়। বুঢ়া বহুতেও মদত ধৰিছে। সুবিধা পালে স্কুলৰ ল'ৰায়ো এগিলাছ খায়হে। কলেজীয়া ল'ৰাৰটো কথাই নাই। সেই মদৰ নিচাতে পিকনিকলৈ গৈ ৰূপমে পল্লৱৰ ভনীয়েকক হাতত ধৰি টানি নিজবাটোৰ পাৰত জোপোহাটোত সুমাই শিলছটাত বগৰাই লৈ কাপোৰ টানিবলৈ ধৰিছিল। তাই চিঞৰ বাখৰ কৰিলত কেইটামানে ককায়েকৰ লগত গৈ ৰূপমক গৰুখুন্দা দিলে। অকল ৰূপমেই নহয় তাক মৰিয়াই দাঁত ভঙাকেটায়ো মদৰ নিচাত ক'ব নোৱাৰে। মদৰ নিচাতে বিধান মহন্তৰ নিচিনা বয়সীয়া শিক্ষকজনেও ঘৰত কাম কৰা তেৰবছৰীয়া ছোৱালীজনীক প্ৰেগনেন্ট কৰিলে। তাই শান্তি হোৱাৰ সাতমাহহে হৈছিল বোলে। নাৰ্ছিং হোমত বাৰ হেজাৰ ভৰি এবৰছন কৰালে। দোষটো লাগিলগৈ আকৌ বনকৰা সৰু ছোৱালীজনীৰ গাতহে। মহন্তনীয়ে

মৰিয়াই মৰিয়াই, গালত ইস্ত্ৰীৰ দাগ দি ঘৰলৈ পঠাই দিলে। তাইৰ বিধবা মাকজনীয়ে তাইক লৈ যাওঁতে গাঁওখনৰ মাজৰ পি ডব্লিউ ডি বাটটোত যিমান মানুহ পালে সকলোৰে আগতে বৈ বৈ মহন্তৰ কথা কৈ গ'ল। শাও দি গ'ল। পিছে কি হ'ব। ধন আছে। লগত গুণ্ডা পুতেক আছে। চৰকাৰী দল কংগ্ৰেছৰ মানুহ। কোনেও নোম এডালো লবাব নোৱাৰিলে। সেই মহন্তক আকৌ নামঘৰৰ ভাওনাত ৰামৰ ভাওহে দিয়ে। ৰাৱণৰ ভাও ল'বলৈয়ো সি অলায়ক। কাৰণ ৰাৱণে হমাহ সীতাক অকলে নিজৰ ৰাজ্যতে ৰাখিছিল যদিও বলাৎকাৰ কৰাটো দূৰৰে কথা কামনাৰে সীতাৰ আঙুলি এটাও স্পৰ্শ কৰা নাছিল। গতিকে বিধান মাষ্টৰ চৰিত্ৰৰ ফালৰ পৰা ৰাৱণৰ ভাও লোৱাও অনুপযুক্তহে। তেনেস্থলত ভাও লয় ৰামৰ, ৰজা হৰিচন্দ্ৰৰ, ৰজা মান্ধাতাৰ। তথাপি কোনেও একো নকয়। গাঁওখনৰ এই অৱস্থা হোৱাৰ বাবে কোনেও চিন্তা নকৰে। সৰু নগৰখনৰ গাতে গাঁওখন লাগি আছে, শিক্ষিত মানুহৰ সংখ্যাও বেছি, চাকৰিয়ালৰ সংখ্যাও বেছি, বৰ্ণহিন্দুৰ সংখ্যাও বেছি তথাচ কোনেও পৰিৱেশটোৰ উন্নতিৰ বাবে চিন্তা নকৰে। ষাঠি বছৰীয়া গাঁৱৰ পুথিভঁৰালটোৰ বাবে ডেৰলাখ টকা আনি ছেক্ৰেটেৰী আৰু সিয়েই ঠিকা লৈ চল্লিশ হেজাৰমানৰ কাম কৰি বাকীবোৰ টকা খাই লাইব্ৰেৰীটো আধা বখলিওৱা কল্প এটাৰ দৰে পেলাই থলে তাতো কোনেও মুখেৰে নামাতে। কাৰণ দুটা। ভয় আৰু তাকে ক'লে কোনোবাই বেয়া পাব। এই সকলোবোৰ কথাতকৈ আটাইতকৈ ডাঙৰ কথাটো হৈছে মদ। গোটেই গাঁওখনত মদৰ আড্ডা। আজিৰ পৰা কুৰি বছৰ আগতে গাঁওখনত মদ খোৱা মানুহৰ সংখ্যা আছিল তিনিটা। কেশ ড্ৰাইভাৰে মদ খায়, চুগাৰ মিলত কাম কৰা হুছেইনে মদ খায়, আৰু বেবাই শৰ্মাই মদ খায়। এতিয়া হিচাপ কৰি চালে কিজানি গাঁওখনত মদ নিচেইকৈ নোখোৱা মানুহৰ সংখ্যাহে তিনিটামান ওলাব। এতিয়া হুছেইনেইত জীয়াই থকা হ'লে চাগৈ আগতে তেওঁলোকক লেই লেই ছেই ছেই কৰাবোৰৰ দুৱাৰমুখত থিয় হৈ গালি পাৰিলেহেঁতেন।

তেনে অৱস্থাতে ভদ্ৰাইতে বাতৰি কাকতত খবৰ পঢ়িলে যে নগালেণ্ডত আৰু অৰুণাচলত মাইকী মানুহবোৰে আন্দোলন কৰি মদ বন্ধ কৰিছে। এতিয়া নগালেণ্ডত মদ নোহোৱাই হ'ল। কোনো মতা মানুহেই মদ খাই ঘৰলৈ যাব নোৱাৰা হ'ল। মিজোৰামতো বোলে মাইকী মানুহেই এই ব্যৱস্থা হাতত লৈছে। তাকে পঢ়ি-শুনি ভদ্ৰায়েই আগভাগ লৈ মেনকা, ৰুমা, নলিনী, জয়ন্তীৰ দৰে শিক্ষিতা হোৱালীকেজনীৰ লগত কথাপাতি এই জয়থান গাঁৱতো মদ নিবাৰণ

কৰিব কেৱল মাইকী মানুহবোৰেই পাৰিব বুলি আজি তাকে আলোচনা কৰিবলৈ গাঁৱৰ প্ৰায় সকলো মাইকী মানুহক বিশেষকৈ ঘৰত মদ খোৱা মানুহ থকা মাইকী মানুহবোৰক নিমন্ত্ৰণ কৰিলে। গাঁওখনৰ চাৰিশ ঘৰ মানুহৰ ঘৰতে যে মদাহী আছে তেনে নহয়। এশ ঘৰমানতহে চলে। তথাচ সেই এশ ঘৰেই গোটেই গাঁওখন বিষাক্ত কৰিছে আৰু বঢাই নিব সংখ্যাটো।

কিন্তু এতিয়া ছাৰে চাৰি বাজিলহি—মহিলা গোটখালেহি মাত্ৰ সোতৰ গৰাকীহে। ভদ্ৰা হতাশ হোৱাৰ দৰে হ'ল।

## (তিনি)

সেই একেটা কথাই যোৱা ছবছৰ ধৰি ভদ্ৰাক মানসিকভাৱে অতীষ্ঠ কৰি আছে। নামঘৰ মদ-নিবাৰণী সভাখন ব্যৰ্থ হোৱাত অৰ্থাৎ মানুহ গোট নোখোৱাত যি সোতৰগৰাকী মহিলা গোট খাইছিল তাৰে ইন্দ্ৰানী কলিতাক সভানেত্ৰী আৰু ভদ্ৰা আৰু মেনকাক যুটীয়া আহ্বায়িকা হিচাপে লৈ এখন আহ্বায়ক কমিটী গঠন কৰা হ'ল। আটাইকেউগৰাকীযেই প্ৰতিজ্ঞা কৰাৰ নিচিনাই কৰিলে বোলে গণতন্ত্ৰ দিৱসৰ দিনা যেনেতেনে মহিলাসকলক গোট খুৱাই এটা আন্দোলনৰ প্ৰস্তুতি চলাবই। ভদ্ৰাই ক'লে বোলে কোনোবাই মৰিয়াই মৰিযাই ঘুগুলা কৰিলেও গাঁৱৰ পৰা মদ নিবাৰণ কৰিব পাৰিলেহে তেওঁ অধিক সুখী হ'ব। কিন্তু চৰকাৰী চাকৰি কৰি এনেবোৰ দায়িত্ব ল'লে কিজানি চাকৰিত গোলমাল কৰিব পাৰে কোনোবাই। তেওঁৰ কথাৰ মৰ্ম বুজিব পাৰি মেনকাই মুখতে ধৰি ক'লে,— বাইদেউ, এইটো কথাত ভয় খাবলগীয়া নাই। বৰঞ্চ চৰকাৰে ভালহে পাব লাগে। কাৰণ চৰকাৰে মদ-নিবাৰণী সপ্তাহো পাতে, দিৱসো পাতে আৰু মদ-নিবাৰণী পৰিষদো আছে। তেনেস্থলত এনেকুৱা কথাত আগভাগ ল'লে ভালহে পাব লাগে। —এ, ওপৰে ওপৰে চালে কথাটো হয়। কিন্তু যিটো চৰকাৰে মদ-নিবাৰণী পৰিষদ পাতে সেইটো চৰকাৰেই দেখোন মদৰ দোকান পাতি দিয়ে। আমাৰ হৰিৰ পুতেক মনোজে বিলাতী মদৰ পাৰ্মিট পাইছে। বোলে তিনিলাখ খৰচ কৰিলে। ঘুনুচা ঠাকুৰে কথাটো কৈ শেষ নকৰিলেই আইমা বেগমে মুখতে ধৰি ক'লে বোলে কথাটো এনেকুৱা হৈছে যে মোৰ ল'ৰাটোক হাতত দা এখন দি মানুহ কাটিবলৈ মই পঠাই দি আকৌ পিছ মুহূৰ্ততে আপোনাক দায়িত্ব দিলো বোলে মানুহ কটাটো যে বেয়া ল'ৰাটোক বুজাই দিয়ক। আইমা বেগমৰ কথাত

আটায়ে গির্জনি মাৰি হাঁহিলে। ভদ্ৰাইহে মনে মনে ভাবিলে বোলে আজিকালি তলে তলে গাঁৱৰ ঘৰৰ ভিতৰত সোমাই থকা মাইকী মানুহবোৰেও ৰহণ লগাই কথা ক'ব জনা হ'ল।

নামঘৰৰ পৰা ওলায়েই চাইকেলখন লৈ ভদ্ৰাই মিটিংখনলৈনো কিয মানুহ নাহিল আলেঙে আলেঙে তাৰ বুজ ল'বৰ কাৰণে গাঁৱৰ দুই-চাৰিঘৰলৈ যাবলৈ ওলাল। জোনাক ৰাতি। তাতে অকলে অকলে ঘূৰি ফুৰে যদিও ভদ্ৰাক কোনেও পোনে পোনে একো কথা ক'ব পৰা নাই। তাই কেয়াৰেই নকৰে—অকলে অকলে ঘূৰি ফুৰে। তাইক দেখিলে উদণ্ডীযা ল'ৰাৰ জাকটো ঠাণ্ডা হয। পৰাপক্ষত তাইৰ চকুত পৰে বুলি মুখ ঘূৰায়। ভদ্ৰাই মহৰি চুকৰ ফালে গ'ল। যাদৱ গগৈৰ ঘৰতেই মদৰ বাবে আটাইতকৈ অশান্তি। মাইকী তিনিজনীক বাদ দি মতা পাঁচোটাই গেলা মদাহী। আনকি কলেজত পঢ়া ল'ৰা দুটায়ো মাজে মাজে মদ খাইহে কলেজলৈ যায। প্ৰফেচ্ছাৰে ক্লাছ লৈ থাকোতেই ছোৱালীৰ গালৈ কেৰমৰ গুটি টুকুৰিয়াই মাৰে। সিহঁতৰ বিষয়ে ক'বলৈ সাহস নকৰে কোনেও প্ৰফেচ্ছাৰক। প্ৰফেচ্ছাৰেও সিহঁতলৈ ভয় কৰে। সিহঁতলৈকে নহয মদ খোৱা ল'ৰালৈ প্ৰিন্সিপালেও ভয় কৰে অপমানিত হোৱাৰ ভযত। লিলি মাহীৰ অৰ্থাৎ যাদৱ গগৈৰ ঘৈণীযেকে মিটিংখন পতাত উৎসাহ দিও নোযোৱা কথাটোত ভদ্ৰা আচৰিত হ'ল। যদিহে ভয় কৰিছে তেনেহ'লে কালৈ ভয কৰিছে।

নঙলাডালত হাত দিযেই ভদ্ৰা তভক মাৰি ৰ'ল। ভিতৰত উচ্চস্তৰত তাইৰ বিষয়ে কৈ কৈ কোনোবাই—কোনোবাই মানে যাদৱ গগৈ আৰু তেওঁৰ ল'ৰাই গালি পাৰিছে। আন্ধাৰৰ মাজতেই ভদ্ৰাই নঙলা মুখত ৰ'ল। ভিতৰৰ পৰা উচ্চস্তৰত কৰা ককৰ্থনা গালি, ভৰ্ৎসনাবোৰ তাইৰ কাণত পৰিল। তাই কম বেয়া চৰিত্ৰৰ ছোৱালী। পাৰোতে তাইক গিৰিযেকে খেদিছে' ইমান ভাল মানুহটোৰ লগত ভাল ঘৰত থাকিব নোৱাৰিলে। তাইৰ চৰিত্ৰ কম বেয়া' কেনেকৈ মতা ল'ৰা যুৱাদি দংদংকৈ চাইকেলত ঘূৰি ফুৰে দেখা নাই। তই এতিয়া গাঁওখনৰ ছোৱালীবোৰ নষ্ট কৰিব। তাইৰ লগ লাগিছে নহয়, সেই ডাংকাটি কেজনী। চৰিত্ৰহীনা বৰ বেয়া ছোৱালী। গাঁৱত সোমাবলৈকে দিব নালাগিছিল। চিনি পোৱা নাই—কেতিযাবা বাটতে তৰ্ক কৰোতে কাণতলীয়া চৰ দিম। কি কৰিব? ছোৱালী বুলি সাৰি থাকিব পাৰিবনে? মদ নিবাৰণ কৰিবলৈ আহে। জন্মৰেপৰা মদ খাইছো। ক'ৰবাত কিবা গোলমাল কৰিছোনে? ক'ব পাৰিবনে ডাংকাটি চৰিত্ৰহীনাই ক'ৰবাত অসভ্যালি কৰিছো বুলি। অ' পৈযেকৰ লগত থাকিব নোৱাৰা বাবে পৈয়েতীজনীযে

এতিয়া ফ্রিকৈ ঘূৰি ফুৰি—ইস্ একেবাৰে স্বাধীন! ঘৰত কুটা এগছো নকৰি এনেকৈ ঘূৰি ।

ভদ্ৰাই আৰু শুনি নাথাকিল। চাইকেলখনত ধৰি তাই কিছুদূৰ খোজ কাঢ়িযেই গ'ল। মানুহবোৰে তাইক পৈযেকে এৰা বুলি কয। কিন্তু তাইক পৈযেকে এৰিছেনে তাই এৰিছে। তাইতো ঘৰখনলৈ আহি ঘৰখনৰ বোজা হোৱা নাই। জুতিয়ে জুতিযে তাঁতত কাপোৰ লগাই বিক্ৰী কৰিছে। মেট্ৰিক পাছ ছোৱালী যদিও লোকৰ ঘৰত হাজিৰা লৈ ধোৱা তোলা কৰিও পইচা আনিছে। তাই ঘৰলৈ অহাৰপৰা কৰোৰে ওচৰত হাত পতা নাই বৰঞ্চ ক'বলৈ গ'লে ঘৰখন কিছু চলাইছেহে। তাইকতো ঘৰত কোনেও চৰিত্ৰহীনা বুলি কোৱা নাই। পাৰিবনে তাইক ক'ব। তাই কি কাৰণে ঘৰখনৰপৰা ঘূৰি আহিল গাঁৱৰ সকলোৱে জানে।

তাই চাইকেলত উঠা নাই। চাইকেলখন টানি টানি তাই গৈ আছে পুৰুষে যিমান বেযা কাম কৰক তাত দোষ নাই। কিন্তু সেই বেযা কাম কৰা পুৰুষক যদি কোনোবা পত্নীযে থাকিব নোৱাৰি এৰি আহে তেতিযা তাই হয় চৰিত্ৰহীনা। বাযেকৰ ঘৰলৈ আহিছিল প্ৰমোদ। পুলিচত চাকৰি কৰে। সেই কেইদিন সিহঁতৰ গাঁৱৰ লাইব্ৰেৰীত ৰাস চলিছিল। তাই ভাও লৈছিল দৈৱকীৰ। মানুহে কোৱামতে আচল দৈৱকীও বোলে ইমান ধুনীযা হ'ব নোৱাৰে সজাই-পৰাই দিলত তাই যিমান ধুনীযা হৈছিল। পুলিচৰ এ এছ আই প্ৰমোদৰ চকু পৰিল তাইৰ ওপৰত। প্ৰমোদৰ বাযেক ভিনিহীযেকে বাট এটা কৰিলে—তাইক নিজৰ ভায়েকৰ কাৰণে লাগে। ঘৰখন ভাল। বৰ ধনী মানুহ। ছোৱালী বহুত পাইছে কিন্তু তাৰ মন খোৱা নাই। বৰ ভাগ্য বলেহে ভদ্ৰাই তেনেকুৱা দৰা এটা আৰু ঘৰ এখন পাইছে। বাপেক মাকে তাইক নুসুধিলে। বিযা বন্দৱস্ত হৈ গ'ল। দৰাটোৰ বিষযে নাজানিলেও তাইৰ এটাই শান্তি যে দৰাটো দেখিবলৈ ধুনীয়া। খেতিয়ক বাপেকে ডাঙৰকৈ বিযা পাতিব নোৱাৰিব বুলি দৰাৰ লগত ডাঙৰ ডাঙৰ পুলিচ অফিচাৰ আহিব বুলি, লগৰ মানুহ আহিববুলি প্ৰমোদে জোৰকৈয়ে ভাবী শহুৰেকৰ হাতত কেইহাজাৰমান টকা দি কেনেকৈ কি কৰিব লাগিব নিৰ্দেশ দিছিল। কিন্তু বিয়াৰ আগতেই প্ৰমোদক দুটা কথাত ভদ্ৰাৰ বৰ ভাললগা নাছিল। সি টকা দিয়া কথাটোত তাই ভাল পোৱা নাছিল। তাৰ বৰ ফুটনি ফুটনি কথা। কথাই প্ৰতি কিমান ডাঙৰ মানুহৰ লগত তাৰ ভাল, সি কিমান খৰচ কৰিব পাৰে এই কথাবোৰ ক'বলৈ পালে যেন প্ৰমোদৰ জনসভাত মন্ত্ৰীয়ে ভাষণ দিয়াৰ দৰে লাগে। তাৰ বাহিৰেও তাই আৰু এটা কথা পছন্দ কৰা নাছিল। বিয়াৰ আগতে সি ঘনে ঘনে

আহিবলৈ ল'লে। তাইক এটা কথাত জোৰ কৰিবলৈ ধৰিলে অকলে পালে। সি কাম কৰা নগৰখনৰ কোৱাৰ্টাৰলৈয়ো তাইক যাবলৈ জোৰ কৰিলে। তাই অকণমান ঢিলাই দিয়া হ'লেই মাক-বাপেকেও আপত্তি নকৰিলেহেঁতেন। মাপ-বাপেকে প্ৰমোদক নিজৰ ৰবপুত্ৰৰ দৰে ভাল পাইছিল আৰু বিশ্বাস কৰিছিল। তাই পিছতহে গম পাইছিল যে প্ৰমোদে তেতিয়াই অকলে পালে ভনীয়েক তুলুকীৰো গাত হাত দিবলৈ চেষ্টা কৰিছিল। বায়েকে বেয়া পায় বুলি তুলুকীয়ে তেতিয়া কোৱা নাছিল। তাইলৈও দামী দামী শাৰী, ভেনিটিবেগৰ উপহাৰ আনিছিল। তুলুকীয়ে বৰ আগ্ৰহ কৰা নাছিল।

ফুলশয্যাৰ দিনাই ভদ্ৰাই প্ৰমোদ অৰ্থাৎ তাইৰ স্বামী দেৱতাৰ স্বৰূপ দেখা পালে। প্ৰায় বাৰমান বজাত নিশা প্ৰমোদ ঢলং পলংকৈ তাইৰ কোঠাত সোমাল। সোমায়েই দুৱাৰ বন্ধ কৰি দিলে। ইতিমধ্যে ঘৰখন নিস্তব্ধ হৈছে। ভোজখোৱা মানুহবোৰ গ'ল। আলহী আৰু গৃহস্থবোৰো শুলে। ঢলংপলংকৈ অহা প্ৰমোদক দেখি তাই উচপখাই উঠিল। সাপৰ মুখত ভেকুলীৰ দৰে যেন তাইৰ অন্তৰখনে ভিতৰত 'কেপ কেপ' কৰি আটাহ পাৰিছে। হাঁহি হাঁহি তাইৰ ওচৰত যেতিয়া সি বহিলহি তাৰ মুখৰ পৰা ওলোৱা গোন্ধটোৱে তাইৰ সৰ্বশৰীৰ এনেদৰে টৌৱাই গ'ল আৰু তাইৰ এনে এটা অনুভৱ হ'ল চোতাল সাৰি থাকোতেই হঠাতে পিছল খাই চুৱাপাতনিৰ গেলেকনিখনতহে তাই লুতুৰি-পুতুৰী হ'ল। তাইৰ শৰীৰ ৰ নোমবোৰ টেঙাগছৰ কাঁইটৰ দৰে পোন হৈ গৈ সৰ্বশৰীৰ বিন্ধিবলৈ ধৰিলে। তাই এহোঁচোক আঁতৰি গ'ল। প্ৰমোদে লেবাই লেবাই কি কৈ আছে তাই বুজিবলৈ চেষ্টা কৰা নাই আৰু বুজাও নাই। সি এইবোৰকে কৈছিল লাগবান্ধ নোহোৱাকৈ। সি কাহানিও মদ নাখায়। লগৰ কেইটামানে আজি জোৰ কৰি খুৱালে। লগৰবোৰে তাক বৰ ফাইন মাল পাইছে বুলি কৈছে। তাৰ ঘৈণীয়েকক দেখিলে ঈৰ্ষা হৈছে বুলি কৈছে। টুৰত গ'লে কোৱাৰ্টাৰত অকলে এৰি যাবলৈ মানা কৰিছে। ডিউটিলৈ গ'লেও দুৱাৰত তলা লগাই যাবলৈ কৈছে। প্ৰমোদে তাইৰ বুকুত ডাঙৰ ডাঙৰ জোঙা জোঙা দুটা পদুম কলিহে লগাই থোৱা বুলি কৈছে। সি তাইক প্ৰাণভৰি ভাল পায়। জীৱনত কোনো ছোৱালীৰ হাতত হাত দি পোৱা নাই। ৰাসত প্ৰথম দেখিয়েই তাইৰ প্ৰেমত পৰিছে। তাইক নোপোৱা হ'লে সি বিয়াই নকৰিলেহেঁতেন বা আত্মহত্যা কৰিলেহেঁতেন । এনেকুৱা কথাবোৰ অনৰ্গল প্ৰমোদে বকিবলৈ ধৰিলে। কথাবোৰ কওঁতে সি জিভাখন দাঙিব পৰা নাই, যেন গধুৰ। তাৰ দুচকুৰেদি পানী ওলোৱা নাই যেঁচকুৰিহে ওলাইছে। ভদ্ৰাৰ ঘিণ লাগিল মানুহটোলৈ।

সি তাইক হাতত ধৰি টানি আছে। তাৰ কিছু দেৰিৰ পিছত প্ৰমোদৰ টোপনি গ'ল। ওৰে ৰাতিটো তাই কান্দি কান্দি কটালে। তাই জীৱনত আটাইতকৈ বেযা পোৱা আৰু ঘিণ কৰা বস্তুটো হ'ল মদ। তাই সৰুতেই দেখিছিল মদ খোৱাৰ বাবেই তাইৰ মোমায়েক এটাৰ লিভাৰ নষ্ট হৈ কেনেকৈ পেটটো জয়ঢোলটোৰ দৰে হৈ গৈ গোটেই মানুহটো খেৰ শুকুওৱা দি শেষত মৰি থাকিলগৈ। বেমাৰটোৰ নামটো তেতিয়া তাইৰ মনত ৰোৱা নাছিল। এতিয়াহে মনত পৰিছে বেমাৰটোৰ নাম লিভাৰ চিৰচিচ। লিভাৰটো শুকাই যাযগৈ। সম্ভৱতঃ সেইটোও এটা কাৰণ হ'ব পাৰে তাইৰ মদৰ প্ৰতি সোমোৱা তীব্ৰ ঘৃণা আৰু আতংক। প্ৰতিদিনেই প্ৰমোদে মদ খাই আহিবলৈ ধৰিলে। আচৰিত কথাটো হ'ল যে সেইবাবে ঘৰত কোনেও একো নকয়। তাই শাহুৱেকক কেইবাদিনো ক'লে। কিন্তু উত্তৰ সেই একেটাই। মতা মানুহে নিজে ধন ঘটে যেতিয়া যি মন যায় খাবই বাধা দিলে বেছিহে হ'ব। ধন। হোৱা হোৱে ধন আনে। ক'ত পায় সেই টকা।

তাই যিমানেই আঁতৰি ফুৰিবলৈ চেষ্টা কৰিলে প্ৰমোদে সিমানেই তাইক টানি ফুৰিবলৈ ধৰিলে। এনেকৈ প্ৰথম তিনিমাহতে তাই প্ৰেগনেণ্ট হ'ল। কিন্তু নাৰ্ছিং হোমলৈ নি তাইৰ প্ৰৱল ইচ্ছাৰ বিৰুদ্ধে এবৰচন কৰালে। তাৰ যুক্তি হ'ল এতিয়াই ল'ৰা-ছোৱালী হ'লে ফূৰ্তি কৰিব কেতিয়া। তিনি বছৰমান নিচুৰীয়াহৈ ফূৰ্তি-ফাৰ্তা কৰাৰ পিছতহে বোলে ল'ৰা ছোৱালী লাগিব। এই ধুনীযা চেহেৰাৰ মানুহটোৰ বাহিৰৰ ৰূপটো ভিতৰৰ কদৰ্যতাই যেন ঘৃণ্য কৰি তুলিলে! যেন কুৰূপ হৈ পৰিল মানুহটো! তাইৰ প্ৰৱল অনিচ্ছা সত্বেও প্ৰমোদে তাইক কোৱাৰ্টাৰলৈ লৈ গ'ল। অন্যবোৰ নৱ বিবাহিতা ছোৱালীয়ে গিৰিয়েকক এৰি থাকিবলৈ টান পায়, লগত নিনিও বুলিলেও জাভুৰ খাই উঠে। কিন্তু তাই প্ৰমোদৰ লগত কোৱাৰ্টাৰলৈ নাযাবৰ বাবেহে তথি ধৰিলে। তেনেকুৱা দিনবোৰত তাইৰ গাঁৱৰ মহেনলৈ মনত পৰিছিল। একেলগে পটি সি ক্লাছ নাইনত স্কুল এৰি দিলে। বাপেক মৰিলত খেতি কৰিব লাগে। কুঁহিয়াৰ খেতিও কৰে ধান খেতিও কৰে। সি বোলে তাইক বৰ ভাল পাইছিল। মৰসাহ কৰি দুবাৰমান কৈছিলেও। কিন্তু ভদ্ৰাৰ ৰূপৰ এটা অহঙ্কাৰ আছিল। সৰুৰেপৰা তাই ভাবিছিল-বি এ পাছ কৰি টাউনৰ কোনোবা ভাল ঘৰৰ বোৱাৰী হ'ব। গাঁৱত তাই নাথাকিব। কিন্তু প্ৰমোদে এতিয়া টাউনলৈ নিব খোজোতেও তাইৰ যাবলৈ ভয় লাগিছে।

সমাজত কোনো নাৰীৰ কথাই নৰজে। অৱশেষত তাই প্ৰমোদৰ লগত গ'ল। গ'ল মানে নিলে। বলিৰ শাললৈ টানি নিয়া ছাগলীটোৰ দৰে যেন তাইক

প্ৰমোদে নগৰৰ তাৰ চৰকাৰী কোৱাৰ্টাৰলৈ লৈ গ'ল।

টৰ্ছৰ পোহৰ এটা দেখিলে। তাই ইমান পৰে চাইকেলখনে টানি টানিহে আনিছিল। নিজৰে গাওঁ যদিও, নিজৰে পৰিচিত ৰাস্তা যদিও এই ৰাতিখন দূৰণিত পোহৰ এটা দেখি তাইৰ ভয় লাগিল। বিশেষকৈ আজি মিটিংখন নোহোৱা কথাটোৱে, মানুহ গোট নোখোৱা কথাটোৱে তাইক যেন ভয়াতুৰা আৰু দুৰ্ব্বল কৰি দিলে। আজি চাঁগৈ গাঁৱৰ প্ৰতি ঘৰে ঘৰে তাইৰ বিষয়ে আলোচনা হৈছে। তাইক বেয়া চৰিত্ৰৰ ছোৱালী বুলি আলোচনা কৰিছে। গতিকে বেযা চৰিত্ৰৰ ছোৱালীক অকলে আন্ধাৰত পালে কোনে কি কৰিব নোৱাৰিব! ভয় লাগিল।

## (চাৰি)

সাধাৰণতে ক'ৰবাৰপৰা আহি হেজাৰ ভাগৰ লাগক ভদ্ৰা বিছনাত নপৰে। আজি চাইকেলখন আওঁজাই থৈ তাই নিজৰ বিছনাখনত দীঘল দি পৰিল। বহুতপৰ ভিতৰৰপৰা নোলোৱা দেখি নবৌৱেক জুনু সোমাই গৈ ক'লে, 'কি হ'ল তুমি দেখোন বিছনাত পৰিলাহি৷ গা বেয়া নেকি! মই আকৌ তুমি কাপোৰ-কানি সলাই ওলাই আহিবা বুলিহে ভাবি আছিলো। গাটো বেযা নেকি বিছনাত পৰিলা যে?

—নাই নহয়, গা-চা-বেযা নহয়, এনেয়েহে বাগৰ দিছো।

—চাহ খাবানে?

—নাই নাখাওঁ।

—কিয়? ক'ৰবাত খালা নেকি?

—ওঁ খালো।

নবৌৱেকে তাইৰ বিছনাৰ ওচৰত কথাপাতি থাকোতে দুৱাৰমুখত ৰলহি বাপেক, মাক আৰু ককাযেক। আচৰিত হ'বৰ কথাই, কাৰণ তাই বিছনাত নপৰে অসময়ত। ককাযেকে বাহিৰৰ পৰাই স্বগতোক্তি কৰাৰ দৰে কৰিলে, 'তইঁতৰ মিটিঙত আজি ক'ত মানুহ হ'ব। এফালৰপৰা তইঁতে মানুহবোৰ মিটিঙলৈ মাতিছ আৰু এফালৰপৰা বিজয়া, ৰেখাইঁতে মানুহবোৰ ভঙাইছে। মানুহ নহয় বুলি মই আগতেই জানো।

—ভদ্ৰাই একোকে নক'লে যদিও বাহিৰত ককায়েক, নবৌৱেক, বাপেক-মাকে আজি নামঘৰত মানুহ গোট নোখোৱা কথাটোকে নিজৰ ভাগেৰে আলোচনা

কৰিবলৈ ধৰিলে। শেষ নম্বৰ লটাৰীত বলিয়া ভাযেকটো তেতিযালৈকে ঘৰ সোমাবৰ হোৱাই নাই।

ভদ্ৰাৰ কাণত কথাবোৰ সোমাইছে যদিও মূৰৰ ভিতৰত মাত্ৰ এটা কথাইহে ঢোলৰ হাত কৰাদি যেন নিৰন্তৰে টুকুৰিযাই আছে। তাইবেয়া চৰিত্ৰৰ ছোৱালী। তাই চৰিত্ৰহীনা। কিন্তু কোনেও তাইৰ চৰিত্ৰহীন গিৰিযেকটোৰ কথা নকয়। তাইক সৰু দুকোঠলীয়া কোৱাৰ্টাৰিটোত সুমুৱাই প্ৰমোদ থানাৰপৰা বাহিৰলৈ গ'লে আগে পিছে দুটা তলা মাৰি থৈ যায। সেই সময়ত ভূমিকম্পই ঘৰ-দুৱাৰ ভাঙিলেহে তাই ওলাব পাৰিব বাহিৰলৈ। নিজৰ বিযা কৰোৱা তাতে নিজে বাছি লোৱা তিৰোতাজনীৰ ওপৰত ইমান সন্দেহনে' যেন দেশখনত আৰু মাইকী মানুহ নাই তাইক দেখিলেই গেলা বস্তুত বৰ মাখিৰ জাক পৰাদি মতামানুহবোৰ উবুৰি খাই পৰিবহি বা তাই যেনবাৰেবণিতাহে—পুৰুষ দেখিলেই গিৰিযেক নথকা অবস্থাত হাত বাউল দি মাতিব' এই বাহিৰৰ পৰা তলা মাৰি যোৱা কথাটোৱেই তাইক-তাইৰ প্ৰমোদৰ প্ৰতি থকা ঘৃণা আৰু বিতৃষ্ণা বঢাই দিলে। এদিন তাই যিটো লাজ-দুখ পালে মনত পৰিলে এতিযাও মুখৰ ভিতৰত ঘৃণাত প্ৰমোদলৈ থুই জমা হয। প্ৰমোদ গৈছিল দূৰণিলৈ আলফাৰ অভিযানত। ৰাতি কিমান হয ঠিক নাই। দুৱাৰৰ দুইফালে তলা লগাই গৈছে। প্ৰায় দুইমান বজাত ভনীয়েক তুলুকী আৰু বাপেক .াহিল। তাইৰ চিলমিলকৈ টোপনি গৈছিল। তলাটো জোকাৰি বাপেকে বে।ৱা শুনিলে। ইহঁত কেনিবা গ'ল। দুৱাৰত তলা লগাই থোৱা আছে।' তাই ি তৰৰ পৰাই বাপেক আৰু ভনীয়েকৰ কথা বতৰা শুনি আছে। লাজতে তাই মাত দিয়া নাই আৰু খিৰিকীৰ পৰ্দা দাঙিও চোৱা নাই। কিন্তু বাপেকক চাবৰ বাবে বৰ হেঁপাহ হৈছে তাইৰ। এই আবেলি বাপেকহঁত ঘৰলৈ কেনেকৈ যাবগৈ' পঞ্চাশ মাইলৰ বৰ বেছি দূৰ। বাপেক-ভনীযেক দুৱাৰমুখৰপৰা আঁতৰি যোৱাৰ পিছত তাই লাহেকৈ খিৰিকীৰ পৰ্দাখন সামান্য ফাঁক কৰি চালে। বাপেকৰ পিছে পিছে ভনীয়েক। পকা ৰাস্তাত উঠিলগৈ। তাই মনে মনে ঈশ্বৰক ধন্যবাদ দিলে বাপেকে যে ওচৰৰ কোনোবাটো কোৱাৰ্টাৰত সোমাই নুসুধিলে দুৱাৰত তলা লগাই জীয়েক-জোঁৱায়েকনো কেনি গ'ল বুলি। সোধা হ'লেই যিটো উত্তৰ পালেহেঁতেন তাই আৰু কেতিয়াবা ঘৰৰ মানুহৰ আগত মুখ দেখুৱাব পাৰিলেহেঁতেন নে'

বিছনাখনত পৰি তাই হুক হুকাই কান্দিলে। গাৰুটোত কামোৰ মাৰি ধৰি তাই তাইৰ কান্দোনৰ শব্দ নিয়ন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিলে। যিটো মানুহে তাইক

সন্দেহ কৰি দুৱাৰৰ আগে-পিছে তলা লগাই থৈ যায সেই একেটা মানুহেই কিন্তু চেহেৰা আৰু ধনৰ বলত অবাধে যৌনবিলাস কৰি থাকে। ভদ্ৰাক এহু আই আহমেদৰ ঘৈণীয়েকে কোৱা মতে দুজনী মহিলা কনিষ্টবলৰ লগত সকলোৰে জনাকৈ প্ৰমোদ আৰু অ' চিটোৰ মুক্ত সম্পৰ্ক আছে। অ' চি কিৰণ গগৈৰ ঘৈণীয়েক ঘৰলৈ গ'লে ভাত পানী ৰান্ধি দিয়ে মুনু হালৈয়ে। তাই ৰাতি থাকেও। প্ৰমোদৰ লগতো মুনুকে ধৰি বিৰজা পাটৰৰ সম্পৰ্ক আছে। ভদ্ৰাই এইবোৰ কথা গম পাইছে আৰু প্ৰমাণো পাইছে। তাই মাজে মাজে গিৰিয়েকৰ ওপৰত খং উঠিলে এই প্ৰসঙ্গত কিবা ক'ব খুজিলেও মানুহটোৱে মদৰ নিচাত তাইক গৰু মৰিওয়াদি মৰিয়ায়। তাইক মাকৰ ঘৰলৈও আহিবলৈ নিদিয়া হ'ল। বাপেক-ভায়েক কোনোবা আহিলেও ভাল ব্যৱহাৰ নকৰাৰ বাবে নহা হ'ল। এদিন তাই মুখপাতি ধৰোতে সি তাইৰ চুলিকোছাত ধৰি ক'লে, 'তোক নগদ দহ হেজাৰ টকা দি খাহী ছাগলী কিনা দি কিনি আনিছো। মোৰ মুখত মাত নামাতিবি।' সঁচাকৈয়ে তাই মাত নমতাকৈ আছিল বাধ্য হৈ। কিন্তু তিনিটা ঘটনাই এই শান্ত, শিষ্ট, চৰিত্ৰৱতী ভদ্ৰাক বলিয়া কুকুৰৰ দৰে হিংস্ৰ কৰি দিলে। এদিন মদৰ নিচাত মাজনিশা তৰ্কাতৰ্কি কৰি প্ৰমোদে তাইৰ সমুখত থিয় হৈ ক'লে, "মই তোৰ ভনীয়েৰকো আনি আছো ৰ। টকা কুৰিহেজাৰ দি দিলেই বাপেৰে দি দিব আৰু টকাৰ জাপ, অলঙ্কাৰ-পাতি দেখুৱালেই পকা কঠালৰ বাদু দেখাৰ পিছত খোজ লোৱা গৰুৰ দৰে ভনীয়েৰো মোৰ পিছে পিছে আহি থাকিব।' ফেঁট তুলি ধৰিলে ভদ্ৰাই। তাই নিজক চম্ভালিব নোৱাৰি গিৰিয়েক লুৎসা আৰু লম্পট বুলি চিঞৰি চিঞৰি ক'লে। প্ৰমোদ বৈ নাথাকিল।. ভদ্ৰাই পাহৰি গৈছিল যে প্ৰমোদ লম্পটেই নহয় এটা নিষ্ঠুৰ পুলিচো। তাইক গোৰ মাৰি দি বিছনাত বগৰাই লৈ মুখতো দুটামান গোৰ মাৰিলে। তাই একোবত উঠি গৈ ইটো কোঠাত সোমাই ভিতৰৰ পৰা খিলি লগাই দিলে। সি বাহিৰৰ পৰা দুৱাৰখন গুৰিয়াই চিঞৰিবলৈ ধৰিলে, 'ৰহ তোক অ' চি ছাৰে ছান্দি আছে। সুবিধা পালেই সৰু মৰ্টন চোবোৱাদি চোবাব ঐ বনৰী ৰহ। চাই আছে।'কোঠাটোৰ বিছনাখনত পৰি তাই হুকহুকাই কন্দাৰ বাহিৰে অন্য একোকে আৰু কৰিব নোৱাৰিলে। তাই কান্দি কান্দি প্ৰথমবাৰৰ বাবে ভাবিলে ক'ৰবাত যদি আলফাই এইটোক গুলীযাই মাৰিলেহেঁতেন। অন্ততঃ তাই বৰ সুখত থাকিব পাৰিলেহেঁতেন।

দ্বিতীয়টো ঘটনা আৰু মৰ্মান্তিক। প্ৰথমে নৱবিবাহিতা বা প্ৰেমিকাক কোৱা কণ্ঠৰ কোমলতাৰে তাইক কেইদিনমান তাইৰ গৰ্ভত থকা চাৰিমহীয়া সন্তানটো

এবৰছন কৰিবলৈ লাগি আছিল। তাই কোনোপধ্যেই মান্তি হোৱা নাছিল। প্ৰথমটো এবৰছনতেই তাইৰ মন-দেহ ভাগি গৈছিল। এইটো তাই কেতিয়াও কৰিব নোৱাৰে। বিয়া হোৱা দুবছৰ পাৰ হৈ গ'ল। এইটো সন্তান তাই ৰাখিব। অন্ততঃ ইমান অশান্তিৰ মাজতে তাই এই সন্তানটোৰ মুখলৈ চাযেই অকণমান শান্তি পাব। প্ৰমোদে নামানে। ইয়াৰ পিছৰটো তাই ৰাখিব পাৰিব বুলি ক'লে আৰু সিও আপত্তি নকৰিব বুলি ক'লে। মানুহটোৰ যৌন ক্ষুধা ইমান বেছি যে কেতিয়াবা ভৰ দুপৰীযাও মতা মুৰ্গীযে মাইকীজনীক হেঁচা মাৰি ধৰাদি জোৰ জবৰদস্তি ভোক মাৰে। সেই সমযকণতেই ভদ্ৰাৰ আটাইতকৈ দৈহিক যান্ত্ৰণা বেছি হয আৰু তাইৰ দেহৰ ভিতৰলৈ কাঠখোলা গিৰমিট এটা সোমাই যোৱাৰ নিচিনা লাগে। সি চাগৈ ভয খাইছে সন্তান হ'লে কিছুদিন তাইৰ পৰা যৌন ক্ষুধা গুচাব নোৱাৰিব বুলি। তাই নাৰাজ। এৰাতি তৰ্ক-বিতৰ্ক এনে এটা পৰ্যায় পালেগৈ যে তাইক গতামাৰি লৈ প্ৰমোদে তাইৰ তলপেটটোত গুৰিযাযেই নেৰিলে গছকিও দিলে। লগে লগে তাইৰ যি যন্ত্ৰণা আৰম্ভ হ'ল পিছদিনা নাৰ্ছিংহোমত ভৰ্তি কৰিবলগীযা হ'ল। বাথৰুমত বাল্টিংটোৰ ওপৰত পেটটো দি তাই পিছলি পৰিলো বুলি ডাক্তৰনীজনীক ফাঁকি দিলে। আৰু যেনে তেনে তাইৰ সন্তানটিক বচাবলৈ কাকুতি কৰিলে। সন্তানটো বচাব পাৰিলে আৰু চাৰিমাহৰ পিছত তাই এটা সান্ত্বনা পাব। তাৰ মুখলৈ চাই, তাক লালন-পালন কৰি তাই হযতো পাবলগীযা যান্ত্ৰণাবোৰৰপৰা কিছু ৰেহাই পাব।

তাই যদিও বিশ্বাসযোগ্যভাৱে ডাক্তৰণীক ক'বলৈ চেষ্টা কৰিলে তথাপিও ডাক্তৰণীগৰাকীযে তাইৰ কথাত মুঠেই বিশ্বাস নকৰিলে। বিশ্বাস নকৰাৰ আৰু এটা তাইৰ অন্যতম কাৰণ হ'ল তাইৰ মুখ আৰু সৰ্বাঙ্গত থকা কিছুমান ক'লা ক'লা দাগ। ছনগ্ৰাফী কৰিলে। আল্ট্ৰাচাউণ্ড কৰিলে। ডাক্তৰণীয়ে তাইৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰাৰ কথা ক'লে আৰু গৰ্ভতে তাইৰ সন্তান নামৰ মাংসপিণ্ডটো লাহে লাহে গেলিবলৈ আৰম্ভ কৰিছে বুলিও ক'লে। চাৰিদিনৰ আগতে অৰ্থাৎ নাৰ্ছিং হ'মলৈ অনাৰ আগদিনাই এই মাংসপিণ্ডটো নিৰ্জীৱ হৈ গ'ল। ভদ্ৰাই চেতনা হেৰুৱালে। তাতোতকৈ যদি ডাক্তৰণীজনীযে ক'লেহেঁতেন বোলে চাৰিদিনৰ আগতে আপোনাক পেটত গোৰটো মৰাৰ লগে লগেই আপুনি নিৰ্জীৱ হৈ গ'ল তেতিয়াও বৰ শান্তি পালোহেঁতেন। তাৰ পিছদিনা অপাৰেছনৰ পিছত ডাক্তৰণীজনীয়ে কওঁ নকওঁকৈ তাইক যিটো সংবাদ দিলে সেয়েই আছিল তাইৰ বাবে অৰ্ধমৃত্যুৰ সংবাদ। কোনোপধ্যেই বহু চেষ্টা কৰিও জৰায়ুটো বচাব পৰা

নগ'ল। অর্থাৎ তাই আৰু কোনো দিনে সন্তান ধাৰণ কৰিব নোৱাৰিব।

নির্বাক নিথৰ হৈ পৰিছিল ভদ্রা। তাইৰ গিৰিয়েকেটোৰ মুৰটো চোবাই গুৰি কৰি খাব যেন লাগিছিল। মানুহটোক দেখিলেই সর্বাঙ্গ গেলি যোৱা এটা কুষ্ঠৰোগীৰ দৰে লাগিল তাইৰ। তাইৰ চকুলৈ চাই এই তিনিবছৰৰ ভিতৰত প্ৰথম চকখাই উঠিল প্ৰমোদ। পুলিচ হিচাপেও সি বৰ নিষ্ঠুৰ আৰু স্বামী হিচাপেও। কিন্তু নাৰ্ছিংহোমৰ বিছনাত পৰি থকা তাৰ পত্নী সি গুৰিযাই ভুকুৱাই কাবু কৰি ৰখা ভদ্রাৰ চকুলৈ চাই এই প্রথমবাৰৰ কাৰণে পুলিচৰ হাতত হাতে লোটে ধৰা পৰা এটা চোৰৰ দৰে যেন উচপ খাই উঠিল। কিবা ভয় এটাই সৰু হাতুৰি এটাৰ দৰে যেন প্রতিটো কোবতে গাঠিৰ পৰা মূৰৰ তালুলৈকে কোবাবলৈ ধৰিছে আৰু প্রতিটো কোবতে তাৰ জিনজিননি উঠিছে। সি ভদ্রাক কিবা ক'ব খুজিও ক'ব নোৱাৰিলে আৰু খিৰিকীৰে জাপ মাৰি ক্লাছৰ পৰা পলাব খোজা ক্লাছ এইটৰ ল'ৰাটো কঢা হেডমাষ্টৰৰ সন্মুখত ধৰাপৰাৰ দৰে সি বেঙে মূতা গৰুৰ দৰে কঁপিবলৈ ধৰিলে। কঁপা কঁপা খোজেৰে কৰুণা নামৰ তাৰ লগত অহা মহিলা কনিষ্টবলজনীৰ লগত সাউতকৈ ওলাই গৈ পর্দাখনৰ বাহিৰতহে কঁপি কঁপি উশাহ সলালে। তাৰ খং উঠিল। সি জঙ্গী পুলিচী মেজাজেৰে গহীন গম্ভীৰ আদহীযা বয়সৰ ডাক্তৰণী স্নেহা দত্তৰ কোঠাত সোমাই টান মাতেৰে ক'লে, 'পেচেণ্টক সকলোবোৰ কথা কৈ দিয়াটো ডাক্তৰৰ ধর্ম নেকি? মোৰ মিছেছৰ ইউটেৰাচটো আঁতৰাই পেলাবলগীয়া কথাটো কিয় কৈ দিলে? মই আপোনাৰ ওপৰত ক্ষতিপূৰণ গোচৰ তৰিম।' স্নেহা দত্তই গহীন মুখখন দাঙি তাৰ মুখলৈ চালে। ডাক্তৰণীয়ে এটা এটা শব্দ উচ্চাৰণ কৰি ক'লে, 'পুলিচৰ মেজাজ আপুনি থানাত দেখুৱাব। অপৰাধীৰ লগত থাকি থাকি আপোনালোক নিজেই এজন দাগী অপৰাধীলৈ পৰিণত হৈছে। মানুহজনী অর্থাৎ আপোনাৰ মিছেছে আচল সত্য কথাবোৰ এতিয়াও কোৱা নাই। যদিহে নকয় তেনেহ'লে মানুহজনীৰ গর্ভত পাঁচমহীযা সন্তানটো কি পৰিস্থিতিত মৃত্যু হ'ল সেই বিষয়ে যদি আমি ৰিপর্ট দি কর্টত গোচৰ তৰো আপোনাৰ চাকৰি যোৱাৰ লগে লগে নিচেই কমেও চাৰিবছৰ সশ্ৰম কাৰাদণ্ড হ'ব। গতিকে নিজৰ তিৰোতাৰ ওচৰত বৰমতা দেখুউৱাদি মোৰ ওচৰত নেদেখুৱাব। আপুনি ভালে ভালে ওলাই যাওক বুলি ডাক্তৰণীয়ে তলৰ কাগজ-পত্ৰবোৰ পৰীক্ষা কৰাত লাগিল। কৰুণাই প্রমোদতকৈ বেছি ভয় খালে। প্রমোদেও কম ভয় খোৱা নাই। সি কেইমুহূর্তমান থৰ হৈ বৈ জেপৰ পৰা এশটকীয়া নোটৰ খমখমীয়া জাপ এটা উলিযাই কঁপা হাতেৰে চুচুক চামাককৈ চিৰিয়াখানাৰ

সিংহৰ গডাললৈ কিবা এটা বাহিৰৰ পৰা সুমাই দিয়া শিশুৰ দৰে ডাঃ স্নেহা দত্তৰ ফালে আগবঢাই দিলে।

—আপুনি এইটো লৈ যাওক। প্ৰমোদ বৈয়েই আছে।

—আপুনি টকাখিনি লৈ যাবনে নাই মই পুলিচলৈ ফোন কৰো।' শুনি কৰুণাই ডাক্তৰণীৰ মুখৰ আগত থকা টকাখিনি নিজেই লৰালৰিকৈ হাতলৈ লৈ প্ৰমোদৰ জেপত ভৰাই দিলে।

ক'বলৈ গ'লে নাৰ্ছিংহোমৰপৰা ওলাই অহা মুহূৰ্তত যেন ভদ্ৰাৰ গাত জীৱ নাই আছে হাড মঙহ এসোপাহে। যেন তেজ নাই—আছে দেহাটো গধূৰ কৰা পানী এসোপাহে। তাৰ বাহিৰেও এই যে কদাপিও মাতৃ হ'ব নোৱাৰে এই কথাটোৱে তাইক চম্পাৱতীক গিলা অজগৰটোৰ দৰে মূৰৰ ফালৰপৰা চোবাই চোবাই গিলিবলৈ আৰম্ভ কৰিছে। আৰু লগে লগে তাইৰ গিৰিয়েকেটোক সেই পেটত গোটে গোটে মানুহ সুমাই থ'বপৰা অজগৰটো যেন লাগিল, পাৰ্থক্য মাথোঁ এটাই অজগৰৰ বোলে বিষ নাই কিন্তু এই স্বামী অজগৰটোৰ বিষ আছে। তাৰ নিশ্বাসত তাই ঢলি পৰিছে। বিছনাত পৰি থকা অৱস্থাত প্ৰমোদ তাইৰ কোঠালৈ সোমাব পৰা নাই আৰু কেনেবাকৈ সোমালেও মেকুৰীৰ গোন্ধত পলোৱা নিগনিৰ দৰে ততাতৈযাকৈ ওলাই যায়। কিন্তু তৃতীয়টো ঘটনাই আৰু ভদ্ৰাক তথাকথিত ভদ্ৰা কৰি নাৰাখিলে। তাই উন্মাদ হৈ পৰিল।

### (পাঁচ)

তাই চৰিত্ৰহীনা। তাই বেযা চৰিত্ৰৰ ছোৱালী। কিন্তু তাইৰ স্বামী দেৱতা প্ৰমোদকতো কোনেও আজিলৈকে চৰিত্ৰহীন বুলি কোৱা নাই। প্ৰথম অৱস্থাত তাইৰ বাপেকক বাদদি আনকি মাকেও তাইৰ গাতহে দোষ দিছিল প্ৰমোদৰ বিষয়ে সকলো জানি শুনিও। বিবাহিতা তিৰোতাৰ বোলে স্বামীযেই পৰম দেৱতা। হিন্দু নাৰীৰ স্বামীতকৈ অন্য দেৱতা নাই। স্বামীয়ে নিৰ্যাতন দিলেও স্বামীক দেৱতাজ্ঞান কৰিব লাগে। একালত ভাৰতবৰ্ষত স্বামীৰ মৃত্যুত তেওঁৰ পত্নী স্বামীৰ চিতাজুইত আত্মজাহ দি সতী হৈছিল। তেনে নাৰীৰহে মুক্তি আছে, পুণ্য আছে।

যিমানেই নকওক ভদ্ৰাই নোৱাৰিলে। তাই সৰুৰেপৰাই শান্ত প্ৰকৃতিৰ ঘৰৰ ভিতৰতে সোমাই থকা ছোৱালী আছিল। কিছুমান কথাৰ তাই ভুৰেই পোৱা

নাছিল। সেয়েহে বিয়াৰ পিছত প্ৰথম ফুল শয্যাৰ নিশাৰপৰাই তাইৰ গিৰিযেক সুন্দৰ চেহেৰাৰ প্ৰমোদৰ যি কদৰ্যৰূপ দেখিবলৈ ধৰিলে আচৰিত হোৱাৰ বাহিৰে তাইৰ অন্য ধাৰণা হোৱা নাছিল। প্ৰায় প্ৰতিদিনেই মদ এসোপা খাই আহি প্ৰমোদে তাইৰ ওপৰত অত্যাচাৰ কৰা কথাও সহি আছিল। পৰ পুৰুষলৈ চকু দিয়ে বুলি কেনিবা ওলাই গ'লে ঘৰৰ আগে-পিছে তলা মাৰি থৈ যোৱাৰ কথাও মানি লৈছিল। চকুৰ আগতে দুজনীকৈ মহিলা পুলিচৰ লগত যৌনাচাৰ কৰা কথাটোও তাই অতিশয় কষ্টেৰে চাই আছিল। সেই বিষয়ে কিবা ক'লেই যিহেতু তাইহে মাৰ খায় গতিকে নীৰৱেই আছিল। প্ৰতি গৰাকী বিবাহিতা নাৰীৰেই মাতৃ হোৱাৰ অদম্য প্ৰবল বাসনা থাকে। দুবাৰকৈ তাইৰ অমতত জোৰজবৰদস্তি এবৰছন কৰালে। গৰ্ভাৱস্থাত পেটত গুৰিয়াই গুৰিয়াই যিটো সংকটজনক অৱস্থাত পেলালে অৱশেষত মানুহজনী বচাবৰ কাৰণেই জৰায়ুটোকে উঠাই পেলাবলগীয়া হ'ল। তাতোতকৈ আৰু কিবা যন্ত্ৰণা থাকিব পাৰেনে এগৰাকী বিবাহিতা গাভৰু নাৰীৰ বাবে। তথাপিও তাই সেই দুখৰ বোজা বুকুত লৈ আছিল। তাই দুবাৰ আত্মহত্যা কৰাৰ কথাও ভাবিছিল। নোৱাৰিলে, আজিকালি প্ৰমোদে তাইৰ পৰা যেন কিছু পলাই থকাৰহে চেষ্টা কৰে।

কিন্তু ভদ্ৰাই নোৱাৰিলে। এই তৃতীয়টো মাৰাত্মক ঘটনাই তাইক যেন প্ৰমোদৰ কোৱাৰ্টাৰৰ পৰা চুলিত ধৰিহে চোচোৰাই আনিলে। প্ৰায় এঘাৰমান বজাত এজন বয়সস্থ মানুহৰ লগত এজনী শকত আৱত হোৱালী আহিছিল। লগত আছিল তিনি বছৰীয়া এটা ল'ৰা। ভদ্ৰাই অকণোকে আপত্তি কৰা নাই যদিও আজিকালি প্ৰমোদে মাজে মাজে ওচৰে পাঁজৰে থাকিলে দুৱাৰত তলা নমৰাকৈ যায়। বয়সস্থ মানুহজনৰ লগত অহা ডাফলী হোৱালীজনী আহি সিহঁতৰ কোৱাৰ্টাৰৰ সমুখত বৈ দুৱাৰত টোকৰ দিলে। তিনিবছৰমান হোৱা ল'ৰাটোৱে আঁজুৰি আঁজুৰি গোলাপ ফুলবোৰ ছিঙিছে। ভদ্ৰাই দুৱাৰখন মেলিয়েই ফুলছিঙি থকা ল'ৰাটোক টান মাতেৰে ক'লে, 'তুমি ফুলবোৰ কিয় ছিঙিছা? ফুল ছিঙিব নাপায় নহয়। মানুহজনীয়ে ল'ৰাটোৰ হাতত ধৰি টান মাৰি নিজৰ গাৰ ওচৰলৈ আনিলে।

'—এহ আই প্ৰমোদ কলিতাৰ ঘৰ হয়নে এইটো!' বুঢ়াই সুধিলে।

—হয় ভদ্ৰাই চমুৱাই উত্তৰ দিলে।

—তেখেত ঘৰত আছেনে?

—নাই , থানালৈ গৈছে।

—ক'তা থানাতটো কোৱাৰ্টাৰতহে আছে বুলি কৈছে।

—নাই দুবন্টামান হ'ল যোৱা। ভদ্ৰাৰ কথাৰ মূৰত তাই ভিতৰলৈ নেমাতোতেই তেওঁলোক ভিতৰ সোমাই গ'ল। নিজৰ ল'ৰাটোক হাতেৰে খামোচ মাৰি ধৰি থকা মানুহজনীয়ে ভদ্ৰাৰ ফালে বাঘৰ চাৱনিৰেহে যেন চাবলৈ ধৰিলে।

—তুমি তেওঁৰ মানে প্ৰমোদৰ কি হোৱানো?' বুঢ়াই সুধিলে।

—মই তেওঁৰ মিছেছ।

—কি বুলি মানুহজনীয়ে চিঞৰি উঠিল। তাইৰ চিঞৰত ভদ্ৰা উচপখাই উঠিল আৰু আচৰিত হ'ল দোষটোনো কি হ'ল বুলি?

—তুমি তেওঁৰ ঘৈণীয়েক। বুঢ়ায়ো চিঞৰি সোধাদিয়েই সুধিলে।

—হয়। ভদ্ৰাই ক'লে আৰু লগে লগে বহি থকা মানুহজনী ঘপহকৈ থিয় হ'ল। বুঢ়াই ভদ্ৰাক আকৌ সুধিলে,'তোমালোকৰ বিয়া হৈছিল নে নাই নিজেই আহিলা তুমি ?' ভদ্ৰাৰ খং উঠিল। তাই এই মানুহকেটাক ঘৰৰ পৰা বাহিৰ হৈ যাবলৈ ক'ব নেকি ভাবিলে যদিও সেয়া নকৈ স্বাভাৱিক সুৰত ক'লে, 'কিয় নিজেই আহিম। মোক বিয়া কৰাই আনিছে তেওঁৰ ঘৰে।

—কিমান দিন হ'ল তোমাৰ বিয়া হোৱাৰ? বুঢ়াই সুধিলে।

—তিনিবছৰ হৈ গ'ল।

—কেনেকৈ হ'ব? চাৰিবছৰৰ আগতে তেওঁ মোক কৰ্টত বিয়া পাতি থৈছে। কৰ্টত বিয়া পাতোতেই ই মোৰ পেটত আছিল। এইটো মোৰ আৰু প্ৰমোদৰ ল'ৰা। নিজৰ বিয়া কৰোৱা মাইকী থাকোতে মই নজনাকৈ তেওঁ তোমাক কেনেকৈ বিয়া পাতিব পাৰিব বুলি মানুহজনীয়ে দুখোজ চোঁ মাৰি আহি ভদ্ৰাৰ ওচৰত ৰওঁতে সোঁহাতখনেৰে তাইক বাধা দিলে। মানুহজনীয়ে বকিবলৈ ধৰিলে। মানুহজনীয়ে ইমান চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে যে ওচৰৰ কোৱাৰ্টাৰ কেইটাৰ পৰা ঘৰত থকা মানুহবোৰ নিজৰ নিজৰ চোতালত থিয় হ'ল। কনিষ্টবল নুৰুলৰ ঘৈণীয়েক আচমাই আহি ভদ্ৰাৰ ওচৰত বৈ সুধিলে, ' কি হ'ল বাইদেউ। কি হ'ল?' ভদ্ৰাই কিন্তু একোকে ক'ব পৰা নাই। আচমাৰ প্ৰশ্নৰ উত্তৰ দিলে সেই ডাফলী তিৰোতাজনীয়েহে, 'চাওকচোন এই মানুহটোৱে মোক বিয়া কৰাই থৈছে। মোৰ এইটো ল'ৰা আছে। আজি তিনিবছৰে মানুহটোৰ খবৰ নাই। মোক লৈ আহিছিল বোলে কোৱাৰ্টাৰ পোৱা নাই, পালেই মোক লৈ আহিব। যোৱা বছৰ দুৰাতিৰ বাবে গৈছিল। নিজমুখে কৈ আহিছে কোৱাৰ্টাৰ পালেই ল'ৰাটোৰে সৈতে মোক আনিব বুলি, এতিয়া এইজনী মানুহ তাৰ ঘৰত সোমাই তাৰ ঘৈণীয়েক

বুলি কৈছে চাওক।' ভদ্ৰাই তেতিয়াও একো কোৱা নাই। মানুহজনীয়ে ভদ্ৰাৰ নীৰৱতাত তাইৰ অপৰাধ বুলি ধৰি লৈ উচ্চস্বৰে ভদ্ৰাক ভৰ্ৎসনা কৰিবলৈ ধৰিলে।

—আপোনালোকৰ ঘৰ ক'ত? আচমাই সুধিলে।

—গোসাঁই গাঁৱত। গোসাঁই গাঁও থানাত থাকোতেই মোক বিয়া কৰাইছে। তুমি মই থাকোতেই কিয় আহিলা? এইটো মোৰ ল'ৰা। প্ৰমোদ তাৰ বাপেক। সি সদায় তোমাৰ বাবেই মোক ফাকি দি আছিল। তই বৰ বেয়া মাইকী বুলি মানুহজনীয়ে তুমিৰ পৰা গৈ ভদ্ৰাক যেতিয়া তই বুলি গালি পাৰিবলৈ ধৰিলে ভদ্ৰাৰ এনে লাগিল যেন তাইৰ মূৰৰ ঘিউবোৰ তপতোৱা তেলৰ দৰে উতলিবলৈ ধৰিলে বক্‌বক্‌কৈ। ভদ্ৰাৰ অৱস্থাটো দেখি আচমাই মুখ পাতি ধৰিলে।

'আপুনি এই নিৰ্দোষী মানুহজনীক কিয় গালি পাৰিছে। তেওঁৰ গাত দোষ কি?' ইতিমধ্যে কোৱাৰ্টাৰবোৰত থকা আটাইবোৰ মানুহ আহি হেঁচা মাৰি ধৰিলে। নাতিদূৰতে থকা থানাখনলৈয়ো কোনোবাই প্ৰমোদৰ খবৰ কৰিবলৈ গ'ল। ঘূৰি আহি ক'লেহি বোলে অলপ দেৰীৰ আগলৈকে থানাতে আছিল যদিও এতিয়া নাই। কেনিবা গ'ল মটৰ চাইকেল লৈ। আচমাৰ কথা শেষ নহ'লেই মানুহজনীয়ে ফেঁটিসাপৰ দৰে ফেঁট তুলি ফোঁচ কৰিহে উঠিল যেন। তাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে,—আমি বডো মানুহ। বডো মানুহে ফাকি কথা নকয়। কিন্তু অসমীয়া মানুহে ফাকি দিয়ে। ইও পলাব খুজিছিল। তেতিয়া মোৰ ল'ৰাটো জন্মই হোৱা নাছিল। ই পলাব খুজিছিল। গাঁৱৰ মানুহে ধৰি মেলপাতি পিছদিনা কৰ্টলৈ নি বিয়া পাতি দিলে। এইখন চাওক বুলি মানুহজনীয়ে হাতত থকা ভেনিটি বেগটোৰ পৰা কাগজ এখন উলিয়াই আমাৰ হাতত দিলে। আচমাই ইংৰাজী নাজানে বাবে ভদ্ৰাক দিলে। সেইখন কৰ্টৰ বিযাৰ দলিল। কৰ্টত বিয়া পতাৰ কাগজ ভদ্ৰাই প্ৰথম দেখিলে।

—নাযাওঁ। তই ওলাই যা ঘৰৰ পৰা। মই আজিৰ পৰা ইযাত থাকিম। মোৰ মতাৰ লগত মই থাকিম। কোনে খেদে চাওঁ। তিনিবছৰ সি মোক ফাঁকি দিলে। কোৱাৰ্টাৰ পালেই লৈ আহিম বুলি কৈছিল। সি কোনখন থানাত কাম কৰে তাকো কোৱা নাছিল। আজি এমাহমানৰ আগতেহে গম পালো আমাৰ গাঁৱৰে পুলিচ এটাৰ পৰা সি এইখন থানাত কাম কৰিছে বুলি। তাক তাৰ ঘৰলৈ আনিবলৈ বাৰে বাৰে কওঁতে ক'লে বোলে বড়ো ছোৱালী বাবে তাৰ গাঁৱৰ ঘৰত সোমাবলৈ নিদিয়ে। সেই কাৰণে কোৱাৰ্টাৰ পালেই লৈ আহিব। এতিয়া তই ওলা। মই আজিৰ পৰা মোৰ মতাৰ লগত থাকিম বুলি বডো মানুহজনীয়ে

অনৰ্গল বকি গ'ল। তাইৰ মুখৰ গতি দেখি গোটখোৱা কোনো মানুহেই তাইৰ মুখত মাত নিদিলে। বাপেকটোও মনে মনে বহি আছে। তিনিবছৰীয়া ল'ৰাটোৱে মাকৰ কাষতে বৈ মাকৰ মুখলৈ চাই মনে মনে আছে। তাৰ বোধহয় ভয় লাগিছে। ল'ৰাটোক দেখি তেনে এটা অৱস্থাতো ভদ্ৰাৰ তালৈ মায়া হ'ল। বড়ো মানুহজনীলৈ ঈৰ্ষা হ'ল তাই এটা ল'ৰাৰ মাক। তাইৰ এটা ল'ৰা আছে। তাই আকৌ ইচ্ছা কৰিলেই মাক হ'ব পাৰিব। ভদ্ৰাই নোৱাৰে।

ভদ্ৰাৰ মগজে কাম নকৰা হ'ল। তাইৰ চকুৰ আগত জুম বন্ধা মানুহবোৰ তাই নেদেখা হ'ল। কি হ'ল ক'ব নোৱাৰে—সাউতকৈ ভদ্ৰা ভিতৰলৈ সোমাই গ'ল আৰু চকুৰে একোকে নেদেখা হ'ল। নাৰ্ছিংহোমৰ পৰা অহাৰ পিছত ভদ্ৰা বৰ দুৰ্বল হৈ আছিল। কিছুপৰ বিছনাখনত বহি চকুৰে বস্তুবোৰ দেখা হ'লত ডাঙৰ চুটকেচটো আনি ভদ্ৰাই তাইৰ কাপোৰকেযোৰ তাত ভৰালে। হাতৰ ডিঙিৰ সোণৰ অলঙ্কাৰবোৰ খুলি গডৰেজ আলমাৰীটোত ভৰাই তলা লগাই দিলে। আচমা আৰু ৰিণিমা সোমাই আহিল। সিহঁত দুজনীয়ে তাইক বুজাব খুজিছিল যদিও তাই সিহঁতৰ কথালৈ কাণ নিদিলে। গডৰেজৰ চাবিটো আচমাৰ হাতত দি ক'লে, ' সি আহিলে চাবিটো দি দিবা। অলঙ্কাৰ পাতিবোৰ তাতে ভৰাই থৈছো। এয়া চোৱা মই একোকে অনা নাই ' বুলি চুটকেচটো হাতত লৈ ওলাই আহিল। তেনেকৈ ওলাই অহা দেখি বড়ো মানুহজনীকে ধৰি সকলো ক্ষন্তেকৰ বাবে নীৰৱ হৈ ৰ'ল।

ভদ্ৰাই সিহঁতৰ মাজেদিয়েই চোতাল পালেহি। আচমাৰ ল'ৰা হামিদক ক'লে, 'চাইকেলত এই চুটকেচটো লৈ বাছ ষ্টপেজত থৈ আহাঁগৈচোন।' এতিয়া তেনে এজনী মানুহক নিজৰ গাঁৱৰে মানুহে কয় চৰিত্ৰহীনা বুলি। বেয়া চৰিত্ৰৰ ছোৱালী বুলি। গৈয়েকে খেদা তিৰোতা বুলি। তাই প্ৰমোদৰ লগৰ পৰা গুচি আহোতেই প্ৰতিজ্ঞা কৰি আহিছিল যে তাই কাৰো বোজা নহ'ব। আজিৰ দিনত বি এ এম এ পাছ কৰা মানুহেই হেজাৰে হেজাৰে টকা দি চাকৰি পোৱা নাই তাই সাধাৰণ মেট্ৰিক পাছ ছোৱালী এজনীয়ে ক'ত পাব। কিন্তু তাইৰ মনোবল আছে। তাই কৰি খাব আৰু খুৱাব। ক'বলৈ গ'লে তাই সলনি হৈ গ'ল। কিছুমান কথাত তাইৰ মনত তৃপ্তি পোৱা হ'ল। কাৰোবাক কিবা সহায় কৰি দিয়া, কাৰোবাৰ কাম কৰা, সমাজৰ কিবা কাম কৰা। কিন্তু মদ বুলিলেই তাইৰ নোম থিয় হয়।

—আচলতে কথাটো কি জানা ভদ্ৰা, ককায়েৰে গম পোৱা মতে ৰেখাইঁতে

আজিৰ মিটিঙ লৈ মানুহবোৰ অহাটো বন্ধ কৰি দিলে। নবৌয়েকে ক'লে—ভাত খাওঁতে। মাকে ভাতৰ গৰাহতো মুখত ভৰাই বোবাবীয়েকলৈ চালে।

—নাই নহয়, কোনেও বন্ধ কৰা নাই। ঘৰে ঘৰে মদাহী নাই জানো। কোনটো লাজত আছে মাইকী মানুহবোৰ। তাতে মদাহী গিৰিয়েক-পুতেকহঁতে চাগৈ দম দিলে, মিটিঙলৈ আহিলে বেয়া হ'ব বুলি ক'লে। ঘৰতে কোনে অশান্তি কৰে।' ভদ্ৰাই ক'লে।

—সেইটোতো হয়েই -তাতে ইটো কথাও হয়। তোমালোকে মিটিঙলৈ মাতিবলৈ যাওঁতে বহুতেতো সমৰ্থন জনাই আহিম বুলি কৈছিল! নাই কোৱা জানো?—কৈছিল। আমাতকৈ বেছিহে উৎসাহ দেখুৱাইছিল।

—কিন্তু সেইখিনি মানুহো যে নাহিল। ৰেখা, বিজয়াহঁতে ঘৰে ঘৰে গৈ হাক দিলেগৈ।

—কিয়? সেইটোৰেইতো কথা। তুমিহে কথাটো ধৰিব পৰা নাই। ৰেখা, বিজয়া, সুশীলাহঁতে ভাবিছে যে তুমি গাওঁখনত এইবোৰ কৰি অহা ডিচেম্বৰত হ'বলগীয়া পঞ্চায়তৰ নিৰ্বাচনত উঠিবা। সিহঁত তিনিজনী উঠিবলৈ ঠেং দাঙি আছে। এজনী প্ৰেচিডেণ্ট, এজনী কাউন্সিলাৰ আৰু এজনী সদস্যা উঠিব বুলি--বাক্যটো নবৌয়েকে শেষ কৰিবলৈ নেপালেই ভদ্ৰাই ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। মুখৰ ভাত উফৰি পৰে বুলি তাই হাতটো মুখৰ আগত দি ল'লে। নবৌয়েকে আৰু মাকে তাইৰ হাঁহিৰ কাৰণটো নুবুজি তাইলৈ চাই আছে। তেওঁলোক দুজনীয়েও কিন্তু ভদ্ৰা নিৰ্বাচনত উঠিব বুলিয়েই মনে মনে ভাবি আছে। তাই অকলেই গাওঁখনত যিমানবোৰ কাম কৰি আছে নিৰ্বাচনত উঠিলেই জিকিব বুলিয়েই ভাবিছে।

—কাইলৈ অলপ সোনকালে জগাই দিবা নবৌ, কাপোৰজোৰ উলিয়াব লাগিব। বাতুল পৰহিলৈ নিবলৈ অহাৰ কথা। বিয়া পালেহিয়েই নহয় বুলি ভদ্ৰা ভাতৰ পাতৰপৰা উঠি ঘটিতো লৈ বাহিৰলৈ গ'ল।

(ছয়)

বেয়া চৰিত্ৰৰ ছোৱালী ভদ্ৰাই হাৰ নামানিলে। তাই এতিয়া যিটো কথা কৰিবলৈ ওলাইছে মনে মনে হাঁহিও উঠিল। চাইকেলখন লৈ তাই নবৌয়েকক ক'লে, 'বৌ, সেই মোৰ বিছনাৰ ওপৰত কাপোৰজোৰ আছে। বাইশ শ টকা লৈ

কাপোৰজোৰ দি দিবা। আগতে তিনিশ তেওঁ এডভান্স দি থৈছিল। ভাল দৰ্জী এটাৰ ওচৰত চিলাই ল'বলৈ ক'বা।

—টকা যদি পুৰাই নিদি বাকী কৰে তেতিয়া?

— তেতিয়া নিদিবা। আগতে কিমানবোৰ ঠগ খাইছো দেখিছাই নহয়। বাকী কৰিব খুজিলে কাম অলপ বাকী আছে বুলি ক'বা, নিদিবা -বুলি ভদ্ৰা চাইকেলত উঠিল। এনেয়ে হোৱা হ'লে তাইৰ ৰেখাইঁতলৈ খংহে উঠিলহেঁতেন যদিও আজি তাইৰ পুতৌহে লাগিছে। বেয়াহে লাগিছে। প্ৰথমতে ৰেখাৰ ওচৰলৈ যাবনে নে বিজয়াৰ ওচৰলৈ যাব ভাবিলে চাইকেল চলাই থাকোতে। ৰেখাৰ ওচৰলৈকে যোৱা ভাল হ'ব। তাইহে কাউন্সিলৰ হৈ উঠিব খুজিছে। ৰেখাইঁতৰ পদূলিত চাইকেলৰ পৰা নামি চোতাল পাওঁতেই সাজি কাচি ৰেখাও কেনিবা যাবলৈ ওলাইছিল। হঠাতে ভদ্ৰাক দেখি যেন তাই থতমত খালে।

—তুমি কেনিবা যাবলৈ ওলাইছা নেকি?

—নাই ব্লকৰ পৰা আহিব খুজিছো। লাইব্ৰেৰীটোৰ টকাবোৰ কি হ'ল তাকে জানি আহিব খুজিছো।

—আজি চাৰিবছৰ লাইব্ৰেৰীটো তেনেকৈয়ে পৰি থাকিল আজিহে সাৰ পালা।

—নহয ভদ্ৰা বাইদেউ আপুনি তেনেকৈ নক'ব। আপুনিওতো সামাজিক কাম কৰিয়েই ঘূৰি ফুৰে। আপুনিওতো খবৰ নকৰিলে এবাে।

—বাৰু খবৰ কৰিলোনে নাই গম পাবা ৰ'বা তোমাৰ লগতে ময়ো ব্লকলৈ যাম। ব্লকলৈ বৰ ভাল বি ডিঅ' এজন আহিছে বুলি গম পাইছো। তোমাৰ লগত কোন যাব আৰু?

—নাই বিজযা আৰু পূৰ্ণিমা যাব।

—ৰ'বা, ময়ো যাম। তাৰ আগতে তোমাৰ খাটাংকৈ কথা এটা ক'বলৈ আহিছো। কালি আমি নামঘৰত গাঁৱৰ মহিলাসকলক লৈ মদ নিবাৰণৰ বাবে কিবা এটা কৰিবলৈ মিটিং এখন পাতিছিলো জানাই নহয়। মাতিছিলো নহয়?

—ওঁ।

—তোমালোক নগ'লা কিয়?

—নাই মানে বাইদেউ সময় কৰিব নোৱাৰিলো।

—মই কওঁ শুনা। তুমিতো জানা মই খাবাংখাচ কথা কওঁ। আৰু সেইবাবেই গাওঁখনত মোক বেয়া চৰিত্ৰৰ হোৱালী বুলি কয়। মই তোমাক ক'ব খুজিছো যে

মই গম পোৱা মতে মিটিংখনলৈ মানুহ নাযাবলৈ তোমালোকেও তলে তলে বাধা দি ফুৰিছিলা। তোমালোকে ঘৰে ঘৰে বাধা দি ফুৰিছিলা বুলি গম পালো।

—নাই নাই বাইদেউ মই, আপুনি, মই

—ৰ'বা ৰ'বা মোক ক'বলৈ দিয়া। মই কৈ লওঁ।

—নহয় অ' ভদ্ৰা তই ভুল নুবুজিবি, ৰেখাই তোৰ কামত বাধা নিদিয়ে। তাই তোক বৰ ভাল পায় বুলি ওচৰতে আহি ৰোৱা ৰেখাৰ মাকে কোৱাত ভদ্ৰাই হাঁহি এটা মাৰি ক'লে। 'হয় ৰেখাই মোক বেযা নাপায়। কিন্তু আপুনি কথাটো বুজা নাই। শুনা ৰেখা। মোক যদি গোটেই দেশৰ ৰাইজেও কয, গৰমেণ্টেও যদি কয় বোলে তুমি গাঁও পঞ্চায়তৰ পৰা ধৰি এম এল এলৈকে যিকোনো এটা নিৰ্বাচনত উঠা, উঠিলেও জিকি যাবা আৰু তেতিযা আমি তোমাক মন্ত্ৰী পাতি দিম আৰু যদি কোনো এটা নিৰ্বাচনতেই নুঠা তেনেহ'লে তোমাক কুৰিবছৰ জেইলত ভৰাই থ'ম তেতিযা মই হাঁহি হাঁহি দ্বিতীযটো হুকুম মানি ল'ম। অৰ্থাৎ মই নিৰ্বাচনত উঠাতকৈ কুৰিবছৰ জেইলতে থাকিবলৈ যাম। মই কাহানিও, কাহানিও কোনো এটা নিৰ্বাচনত নুঠো। তুমি চিন্তাই নকৰিবা মই ক'তো একো নিৰ্বাচনতেই নুঠো। মই কাম কৰিম। কিন্তু নিৰ্বাচনত নুঠো বুলি কোৱাৰ লগে লগেই ৰেখাৰ মুখখন যেন আখৰ লিখা কাগজখনৰ দৰে শেঁতা পৰি গ'ল। মই গম পাইছো সিদিনা তোমালোক কেউজনীযে ঘৰে ঘৰে মানুহবোৰক মানা কৰি ফুৰিছিলা আৰু—

—নহয় ভদ্ৰা বাইদেউ, আপুনি—

—ৰ'বা ৰ'বা মোক ক'বলৈ দিযা, মই কৈ লওঁ বুলি ভদ্ৰাই ৰেখাৰ মুখখন বন্ধ কৰি ল'লে। তুমিযেই নহয মযো যদি এনেকুৱা কিবা নিৰ্বাচনত উঠাৰ কথা ভাবিলোহেঁতেন মযো তাকেই কৰিলোহেঁতেন। লোকৰ জনপ্ৰিযতাক মযো বাধা দিলোহেঁতেন। এতিযা তুমি চোৱা এইখন গাঁৱত দুখীযা মানুহৰ সংখ্যা অধিক। অথচ ইমান মদাহী। মনে মনে মদৰ দোকান চলায। এই উঠি অহা ল'ৰাবোৰে মদত ডুব গৈছে আৰু বেছি দিন নাই—এতিযাই গাঁৱৰ জীযৰী-বোৱাৰী সন্ধিযা কেনিও ওলাব নোৱাৰা হৈছে। কিছুদিনৰ পিছত দিনতে অসম্ভৱ হ'ব। মই তোমাক আকৌ কৈছো কোনো নিৰ্বাচনতেই মই নুঠো। মোক যদি গৰমেণ্টে বাধাও কৰে বা অৰ্ডাৰো দিযে বোলে ভোটত নুঠিলে জেইললৈ যাব লাগিব মই তালৈকো ৰাজি আছো। মই সঁচাকৈ কৈছো বৰবৌ মই জেইললৈকে যাম তথাপিও ভোটত নুঠো বুলি ওচৰতে কথা শুনি ৰৈ থকা ৰেখাৰ মাকৰ ফালে চাই কথাযাৰ কৈ

ভদ্ৰাই তলমূৰ কৰি ৰ'ল। ৰেখাও কিছুপৰ নীৰৱ হ'ল। ৰেখাৰ মাকেও একো ক'ব পৰা নাই আৰু বুঢ়ীজনীয়ে ভদ্ৰালৈকে চাই আছে। ৰেখাৰ মুখৰ ৰং ঘনে ঘনে সলনি হৈ গৈ এবাৰ সন্তুষ্টিৰ ৰং এটাত ৰ'লগৈ যেন।

—এতিয়া কোনফালে যাবলৈ আহিছা তুমি? ভদ্ৰাই সুধিলে।

—আপুনি যাবনে? আমি ব্লকলৈ যাবলৈ ওলাইছো গাঁৱৰ কেইটামান কথাত। ৰেখাই উৎসাহেৰে ক'লে।

—অঁ যাম। মযো ব্লকলৈকে যাবলৈ ওলাইছো। শুনিছো বৰ ভাল বি ডি অ' এটা আহিছে। আজিৰ দিনত টকা নোখোৱা অফিচাৰ পাবলৈকে নাই। এই নতুনকৈ অহা পৰমানন্দ ফুকন নামৰ বি ডি অ' জনে টকা পইচা নাখায, কাম কৰে।

—হয় হয় বি ডি অ' ছাৰ বৰ ভাল মানুহ। ছমাহতে অফিচ ওলট-পালট কৰি দিছে। চাকৰি পোৱাৰ আগতে বোলে ছাৰ কমিউনিষ্ট আছিল। এতিযা পিছে নাই।

—কমিউনিষ্ট, কংগ্ৰেছ কি আছে, মানুহজনৰ ভাল বেযাহে কথা। সেই আগৰজনে চোৱা আমাৰ তুলাৰাম ককাইদেউৰ বিধৱাজনীৰ পৰা পইচাও খালে তথাপি ইন্দিৰা আৱাস যোজনাৰ ঘৰটো নাপালে। পালে গিৰিয়েকৰ ফেমিলি পেন্সন খোৱা নিৰদাইহে। নিৰদাৰ কি নাই, নামতহে গিৰিযেকটো নাই। পেন্সন পায, মাটিবাৰী আছে, আগতে সজাই যোৱা পকাঘৰ আছে। এতিযা ইন্দিৰা আৱাস যোজনাৰ ঘৰটোত বোলে গৰু ৰাখে। আগৰ বি ডি অ' টোৰ চৰিত্ৰও ভাল নাছিল। মাইকী বুলিলে তাক যেয়ে সেযে বশ কৰিব পাৰে। টকাও খায় প্ৰচুৰ। মই বি ডি অ'ৰ ওচৰলৈ আহিছো। সেই তুলাৰাম ককাইদেউৰ বৌৰ কাৰণে। আজি ৰাতিপুৱা দেউতাক কৈছেগৈ বোলে কালি বৰষুণ দিওঁতে ল'ৰা ছোৱালীহালৰ সৈতে মানুহজনী থাকিবলৈ বৰষুণ নপৰা জেগা এটুকুৰা পোৱা নাই। কান্দিছে।

ৰেখাৰ ভদ্ৰাৰ ওপৰত বিশ্বাস জন্মিল। ৰেখায়েই নহয যোৱা দহবছৰে গাওঁখনৰ সকলো মানুহেই দেখিছে আৰু জানিছে যে ভদ্ৰাৰ কথা এক। তাই কৰিম বুলি কোৱাটো অকলে হ'লেও কৰিব। কাৰো কথালৈ কাণ নিদিয়ে। যুঁজি থাকিব। ইমান ধুনীযা চেহেৰাৰ গাভৰু মানুহ এজনী অকলে চাইকেল মাৰি ঘূৰি ফুৰিব কিন্তু কোনেও মুখৰ আগত এষাৰ ক'বলৈ সাহস নকৰে। কালৈকো পৰোৱাই নকৰে। আৰু এটা কথা ভদ্ৰাই কোৱাৰ পিছত ৰেখাৰ বিশ্বাস জন্মিল

যে ভদ্রা নির্বাচনত নুঠো বুলি কোৱাটো সঁচা। কাৰণ যোৱা বছৰ তাইক ৰাইজৰ তৰফৰপৰাও জোৰ দিলে, চৰকাৰী অফিচৰ পৰাও জোৰ দিলে তথাপি সমবায় সমিতিৰ সভাপতিৰ বাব নল'লে। ভদ্ৰাক কোনেও মান্তি কৰাব নোৱাৰিলে উপযাচি দিও। তাৰ আগতে সমবায়খনৰ অৱস্থা লাওলোৱা হৈছিল। চেক্ৰেটেৰী, সভাপতিয়ে গোট খাই বস্তুবোৰ বাহিৰে বাহিৰে ব্ৰেক কৰে। গাঁৱৰ মানুহে নাপায়। কিন্তু অকলে অকলে লাগি অফিচলৈ গৈ ব্ৰেক কৰাৰ তথ্য-পাতি দাখিল কৰি পোন্ধৰ বছৰ থকা সম্পাদকটোক বদলি কৰালে। মাজে মাজে ভদ্ৰাই তেতিয়া ৰেখাহঁতকো নিজৰ পইচা ভৰি সদৰলৈ নিছিল । তাৰ পিছত সমবায়খন চিজিল লাগি গ'ল। তেতিয়াও বহুতে ভাবিছিল যে ভদ্ৰাই এইবোৰ কৰি সমবায় সভাপতি হ'ব বিচাৰিছে। কিন্তু কোনেও সভাপতিৰ পদ লোৱাব নোৱাৰিলে ভদ্ৰাক। পিছলৈ ভদ্ৰাৰ লগত গাঁৱৰ ভালেমান ডেকা ল'ৰাও লগ লাগিছিল। এতিয়া গাঁওখনৰ সমবায় এজেণ্টটোৱেই নহয় অঞ্চলটোৰ সকলোবোৰ সমবায় এজেণ্টেই সমবায়ৰপৰা পোৱা বস্তুৰ হৰণ-ভগন কৰিব নোৱাৰা হ'ল ভদ্ৰাৰ তৎপৰতাতেই নিজৰ গাঁৱৰ সমবায়ৰ দোকানখনটো বাদেই বাকীবোৰ দোকানতো তদাৰকী কমিটী পাতি দিলে।

ভদ্ৰাই তাইৰ মনোভাবটো বুজি পোনে পোনে ঘৰতে আহি খাৰাংখাচ কথা কোৱাত ৰেখাৰ পেটে পেটে লাজো লাগিল। ৰেখাৰ মাকে জোৰ জবৰদস্তি কৰাত চাহ কাপ খাই ৰেখাৰ লগত ব্লকলৈ যাবলৈ থিৰ হওঁতেই মাইকী মানুহৰ কান্দোনৰ চিঞৰ শুনি সিহঁতকেজনী ঠাইতে থৰ হৈ ৰ'ল। অলপ কাণ থিয় কৰি ৰেখাৰ মাকে ক'লে, "চিলিমাইহঁতৰ ঘৰৰ পৰা আহিছে কান্দোনটো।' ৰেখা, ভদ্ৰা আৰু ৰেখাৰ মাক নৰ'লেই, ওলাই আহিল। মানুহবোৰ চিলিমাইহঁতৰ ঘৰৰ ফালে দৌৰিছে। কেল্লাৰ বেমাৰত গিৰিয়েকটো মৰা দুবছৰেই হোৱা নাই। দংদংকৈ চাৰিজনী গাভৰু ছোৱালী। লোকৰ ঘৰত হাজিৰা কৰি চলি আছিল মানুহটো। কেন্সাৰ হ'ল। ডিব্ৰুগড়লৈও নিব নোৱাৰিলে। ঘৰতে মৰিল। তিনিজনী ছোৱালী লোকৰ ঘৰত কামকৰা ছোৱালী কৰি ৰাখিছে। সৰুজনীৰ লগত মাক থাকে। দুয়োজনীয়ে লোকৰ ঘৰত খেতিৰ বতৰত দিন হাজিৰা লৈ ৰোৱা-তোলা কৰে। গাঁৱৰ মানুহ এনেয়েও দুখীয়া। স্থায়ীকৈ কাম কৰিবলৈ বাহিৰা মানুহৰ প্ৰয়োজন নাই। ল'ৰাৰ আশাত থাকোতে থাকোতে চাৰিজনীকৈ ছোৱালীয়েই হ'ল। আৰু দুজনী হৈছিলহে জন্মতে মৰা বুলিহে বাচিলে। চিলিমাইৰ চোতালত মানুহে নধৰা হ'ল। সৰু ঘৰটো নৰা খেৰেৰে চোৱা। ৰূপদাক চোতালত উলিয়াই মলিয়ন

চাদৰ এখনেৰে ঢাকি থৈছে আৰু মাক আৰু সৰুজনী হোৱালী হিৰদাই হিয়ালি বিয়ালিকৈ কান্দিছে। মাইকী মানুহ কেইজনী-মানে মাক-জীয়েকক গবা মাৰি ধৰি ৰাখি থৈছে। চোতালত গোটখোৱা গাঁৱৰ মানুহ সকলোৱেই জানে ঘটনাটো। আৰু তাকে দুজন চাৰিজন মানুহ গোট খাই একেটা কথাকে ভুন ভুনাই আলোচনা কৰিছে। ৰূপদা কামকৰা হোৱালী হিচাপে আছিল ইয়াৰ আগৰজন বি ডি অ' ৰূপম দুৱৰাৰ লগত। দুৱৰা ট্রেন্সফাৰ হৈ যাওঁতে ৰূপদাকো লগতে লৈ গৈছিল। ৰূপমৰ চৰিত্রৰ বিষয়ে কোনে নাজানে। বোধহয় ৰূপদাও চঞ্চল আছিল বাবে বি ডি অ' ই সুবিধা ল'লে। ইয়াত থাকোঁতেই বোলে দুবাৰ নার্ছিং হোমত নি এবৰচন কৰোৱাইছে বি ডি অ' ই। তেওঁৰ ঘৈণীয়েকেও কথাটো নজনা নহয় যদিও মাটিৰ দৰে নিমাখিত ঠাণ্ডা মানুহজনীয়ে গিৰিয়েকক একো ক'ব নোৱাৰে। তেওঁ ৰূপদাকে বুজাইছিল ভালেৰে। গিৰিয়েকক কিবা ক'ব খুজিলে ঘৈণীয়েককে গবা মাৰি ধৰে। ট্রেন্সফাৰ হৈ যাওঁতে ঘৈণীয়েকে নিব খোজা নাছিল ৰূপদাক। বি ডি অ' ই নিলে। বোলে তাতো একেই ঘটনাই হ'ল। ডিব্রুগড়ৰ নার্ছিং হ'ম এটাতে গোপনে এবৰচন কৰালে পোন্ধৰ হেজাৰ টকা ভৰি। ইতিমধ্যে ছমাহ পাৰ হৈ সাত মাহত সোমাইছিল। ডাক্তৰ ৰাজি হোৱা নাছিল। বি ডি অ' ই আৰু বেছি টকা দি নিজে ৰিস্ক ল'লো বুলি ক'লে।

খালাচ কৰাৰ পৰাই ব্লিডিং হ'ল। নোৰোৱা হ'ল। কিবা দৰৰ-জাতি ইন্‌জেকচন-তিনজেকচন দি টকা সাতশৰে সৈতে ৰূপম বি ডি অ' ই চৰকাৰী জীপত আনি ঘৰত থলেহি, ক'লে বোলে কিবা নোৱাৰা হোৱাৰ দোষ, ভাল হ'লে আকৌ ঘূৰাই নিবহি। ৰূপদাৰ ব্লিডিং বন্ধ নোহোৱাই হ'ল। প্রথমে মাক অর্থাৎ চিলিমায়ে কথাটো ভয়তে লুকুৱাই ৰাখিছিল। কথাটো ৰাষ্ট্র কৰি দিলে বেজী দিবলৈ অহা মনোৰম বৰা ডাক্তৰেহে। তেওঁৰ পৰাহে মানুহে জানিলে আচল ঘটনাটো। যোৱা তিনিদিনমান বোলে ৰূপদাঁ বিছনাৰ পৰা উঠিব নোৱাৰা হ'ল। মাকৰ মতে চৰিয়াই চৰিয়াই তেজকে গৈছে। বিছনাৰ ধান খেৰ ভৰাই বনাই লোৱা ডাঠ টোচকখনো তেজেৰে ভিজি গৈছে।

মলিয়ন চাদৰ এখনেৰে চোতালত পেলাই ঢাকি থোৱা ৰূপদাৰ ওচৰত ভদ্রা পোতা খুঁটাৰ দৰে থৰ হৈ ৰ'ল। তাইৰ তেতিয়া ৰূপদা চিলিমাইলৈকে বেয়া লগা নাছিল। এনেকৈ মতা মানুহৰ কামনাত মৃত্যু হোৱা যাতনা পোৱা সমগ্র মাইকী মানুহলৈকে বেয়া লাগিছিল। এনেকুৱা বহুত ঘটনাৰ কথা তাইৰ মনলৈ

আহিবলৈ ধৰিলে। সকলোৱে জানে যদিও ধন থকা লম্পট পুৰুষৰ বিৰুদ্ধে লোকৰ ঘৰত হাজিৰা কৰি ভাত খোৱা চিলিমায়ে কেনেকৈ বিচাৰ তৰিব?

—ভদ্রা বাইদেউ, কি কৰিব এতিয়া? 'ফুচ্ ফুচাই ৰেখাই ক'লে।

—কি কৰিব আৰু দুৰ্ভগীয়া ছোৱালীজনী শ হ'ল। পুৰি পেলোৱাৰ বাহিৰে কি কৰিবা বুলি ভদ্রাই ডাঙৰকৈ ক'লে।

(সাত)

আজিৰ দিনতো যে এনেকুৱা চৰকাৰী বিষয়া আছে ভদ্রাহঁতে ভাবিবপৰা নাছিল। ৰেখাই ঠিকেই কৈছে বোলে এখেত বগা কাউৰী আৰু সেযেহে ক'লা কাউৰীয়ে বেটি বেটি এখেতক খেদি ফুৰিছে। তাঁত বৈ থাকোতে ভদ্রাৰ বি ডি অ' পৰমানন্দ ফুকনৰ কথাকে মনত পৰি থাকিল। মানুহটোৰ সৰ্বসাধাৰণৰ প্ৰতি ব্যৱহাৰ পাতি দেখি ভদ্রাহঁত আচৰিত হৈছিল আৰু লোকে কোৱা হ'লে বিশ্বাসেই নকৰিলেহেঁতেন।

—ছাৰ সোমাব পাৰোনে বুলি ভদ্রা আৰু বিজযাই পৰ্দাখন ফাক কৰি অনুমতি বিচাৰিছিল। কেইজনমানৰ লগত কথা পাতি আছিল ফুকনে। বহাৰ পৰাই মূৰ দাঙি চাই ক'লে, 'সোমাব পাৰে কিন্তু থিয় হৈ থাকিব লাগিব। চকী নাই। এখেতসকলক বিদায কৰিলেহে খালী হ'ব বুলি কোৱাৰ লগে লগে ভদ্রাযো হাঁহি মাৰি ক'লে, 'হ'ব ছাৰ, আমি অকণমান বাহিৰতে ৰওঁ। প্ৰথম কথা আৰু হাঁহিটোৱেই যেন ভদ্রা আৰু ৰেখাক মন্ত্রমুগ্ধ কৰিলে। সিহঁত দুজনীযে গুণগুণকৈ বাহিৰত তাকে কথা পাতিলে। আগৰজনে মহিলাক গুৰুত্ব দিযে যদিও প্ৰথমতে যিহে কৃত্রিম গাম্ভীৰ্য দেখুৱায যেন সমগ্র ৰাজ্যখনৰ সকলো দাযিত্ব তেওঁ ব হন কৰিছে। ভদ্রা আৰু ৰেখাৰ এটা বিশ্বাস হ'ল যে এইজন মানুহৰ পৰা কাম হ'ব। মানুহকেজন ওলাই অহাৰ পিছত ভদ্রা আৰু ৰেখা সোমাই গ'ল।

—বহক।

—ছাৰ মই ভদ্রা বৰুৱা আৰু ৰেখা কলিতা। আমাৰ ঘৰ এইখন গাঁৱতেই। ভদ্রাই নমস্কাৰ দি ক'লে।

—হয়, ভাল পালো আপোনালোক অহাৰ বাবে। পিছে কওকচোন আপোনালোকেতো মোক দেখা কৰিবলৈ অহা নাই নিশ্চয কিবা কামতহে আহিছে বুলি ফুকনে হাঁহি হাঁহি কৈ বেলটো টিপিলে। ল'ৰা এটা সোমাই অহাৰ লগে

লগে ক'লে, 'পাৰিলে দুকাপ চাহ আনা নহ'লে দুখন তামোলকে আনা' বুলি তেওঁ জেপৰ পৰা টকা পাঁচটা উলিয়াই দিলে।

–নহয় নহয় ছাৰ আপোনাকে লগ কৰিম বুলিহে আহিলো। ছাৰ, চাহ তামোল আনিবলৈ কিয় দিলে? ৰেখাই ক'লে।

—প্ৰথম আহিছে আপোনালোক, আলহীক চাহ একাপো

নহয় ছাৰ, আপুনিহে আমাৰ আলহী, এইখন গাঁৱতে আপুনি ছমাহ আছেহি আমি আজিহে খবৰ কৰিছো বুলি ভদ্ৰাই ক'লত বি ডি অ' ফুকনে হাঁহি মাৰি ক'লে, 'কওকচোন বাৰু কিয় আহিল?' ফুকনৰ ব্যৱহাৰত ভদ্ৰা আৰু ৰেখা যেন বিমোৰত পৰিল। সিহঁতে পাঙি অহা কথাবোৰ যেন মানুহটোৰ আগত উলিয়ালে বেযা কথাহে হ'ব।'

ভদ্ৰাৰ মাকোটো সৰি পৰিল। দুডালমান সূতাও ছিগিল। তাই বাওঁফালে হালি মাকোটো তুলি সূতা কেডালো জোৰা দিবলৈ হেঁপা মেলোতে অকলে অকলে নিজৰে হাঁহি উঠিল। যোল-সোতৰ বছৰীয়া ছোৱালীৰ দৰে 'বহো' তাঁতৰ পাতত চকু আলি বাটত' দৰে হৈছে। এতিয়া যেনিবা বহো তাঁতৰ শালত মন বি ডি অ' অফিচত হ'ব।

—অকলে অকলে হাঁহিছা দেখোন।' মহেনে আগতে তাইক 'তই' বুলিছিল যদিও বিযাৰ পিছত গাঁ ..যেকৰ ঘৰৰ পৰা ঘূৰি আহিলত আজিকালি তুমি বোলে। মহেনৰ মাতত ভদ্ৰাই ...চপ খালে।

—তুমিনো ক'ত ...ছিলা?

—নাই বুধবৰীয়া বজাৰৰপৰা আহিলো। হেৰি নহয়—অৰ্ডাৰ এটা ল'বানেকি?

—কিহৰ?

—পাট-মুগা মিছ কৰি কাপোৰ এজোৰ বৈ দিব লাগে। ফুল নালাগে। উকা কাপোৰ, মাত্ৰ পাৰি দিব লাগিব।

—কেতিয়াকৈ লাগে?

—মাঘৰ সাতাইস তাৰিখে বিয়া। তেইস চৌব্বিশ তাৰিখে নিবলৈ আহিব যদিহে দিয়া বুলি মহেনে ভদ্ৰাৰ মুখৰপৰা চকু নমাই ভৰিলৈকে যেন এবাৰ চালে। ভদ্ৰাৰ চকুত তাৰ চাবনিটো ধৰা পৰিছিল যদিও তাই নুবুজাৰ ভাও ধৰিলে।

—মই আজি ক'ব নোৱাৰিম কাইলৈহে ক'ব পাৰিম। কাৰণ এইজোৰৰ বাহিৰেও আৰু চাৰিখন পাটৰ মেখেলাৰ অৰ্ডাৰ আছে।

সিদিনা বি ডিঅ' ই কি ক'লে? মহেনে সুধিলে।

—কৰি দিম বুলি ক'লে। মানুহজন ভাল। ভদ্ৰাৰ কথাত মহেনে একো নক'লে। তাই তাঁত বোৱাত লাগিল। কেইমিনিটমান মহেনে সেইখিনিতে বৈ সি গুচি গ'ল 'যাওঁ'বুলি। ভদ্ৰাৰ বেয়া লাগিল মহেনলৈ। বিয়াৰ আগতেই তাইৰ প্ৰেমত পৰিছিল। সি তাইক দুদিনমান ক'লেও। তাই ক'বলৈ গ'লে প্ৰত্যাখান কৰিছিল। মেট্ৰিক পাছ ছোৱালী, তাতে ধুনীয়া-তেনেক্ষেত্ৰত তাই ক'ত ক্লাছ নাইনলৈকে পঢ়া হালোৱা এটাৰ লগত বিয়া হ'ব। এই বুলি এদিন তাইৰ বিয়াৰ আগতে মহেনে খং আৰু দুখত তাইক খাৰাংখাচ কৈছিল যদিও তাই মুখেৰে একো উত্তৰ দিয়া নাছিল। কিন্তু কিয় জানো এতিয়া তাইৰ মহেনলৈ বেয়া লাগে। ভায়েক দুয়োটাই বোলে বিয়া কৰালে , ল'ৰা ছোৱালীও ডাঙৰ হ'ল যদিও মাকে মহেনক বিয়া কৰাবলৈ সন্মত কৰাব নোৱাৰিলে। সি বিয়া নকৰোৱাৰ কাৰণটোও নকয় কাকো। ভাওনাত সি যিহে ভাও দিয়ে যেন চিনেমাৰ হিৰ'হে। দুকুৰিৰ ওচৰ চাপিল যদিও এতিয়াও মহেনক বিয়া কৰোৱা ছোৱালীৰ অভাৱ নহ'ব। ভদ্ৰাই আৰু এটা কথা লক্ষ্য কৰিছে যে তাই ঘৰলৈ ঘূৰি অহাত যেন মহেনে বেয়া পোৱা নাই। প্ৰথম অৱস্থাত তাই তাৰ বেয়া নোপোৱা ভাবটোত প্ৰতিশোধৰ গোন্ধ পাইছিল। তাই সন্দেহ কৰিছিল। কিন্তু পিছত তাইৰ উপলব্ধি হ'ল যে তাত প্ৰতিশোধৰ ভাৱ নাছিল তাৰ। যেন নিজৰ বস্তু এটা নিজৰ ওচৰতে থকাৰহে এক তৃপ্তি অনুভৱ কৰিছে সি। তাই এতিয়াও জানে যে কিবা কাৰণত তাই মহেনৰ ওচৰত দুৰ্বলতা দেখুৱালে সি তাইক এতিয়াও বিয়া কৰাব। কিন্তু তাইৰ ভয় লাগে। তাই এই সহজ সৰল মানুহটোক ঠগিব নোৱাৰে। এতিয়া আৰু সিহঁতৰ দেহত বা মনত যৌৱনৰ উদগ্ৰ তৃষ্ণা নাই যে সেই তৃষ্ণা নিবাৰণতে দুয়োটা পৰিতৃপ্ত থাকিব। তায়ো মাতৃ হ'ব নোৱাৰে আৰু মহেনো তাইক বিয়া কৰাই পিতৃ হ'ব নোৱাৰিব। এই মাতৃ হ'ব নোৱাৰা কথাটো মনত পৰিলে তাইৰ প্ৰমোদ পুলিচলৈ এতিয়া এনে এটা ঘৃণা হয় যে তাইৰ মুখত থুই জমা হয়। এনে এটা খং উঠে যেন ওচৰত পালে তাই চোবাই খাব পাৰিব। তাইৰ খং উঠিল। এইমাত্ৰ তাই ওচৰৰ পৰা আঁতৰি যোৱা মহেনৰ কাষত প্ৰমোদক থিয় কৰাই চালে—গোলাপ ফুলৰ ওচৰত গোজোৰাবন যেন লাগিল। দেৱতাৰ কাষত দানৱ যেন লাগিল। মহেনৰ ভিতৰি ভিতৰি থকা তাইৰ প্ৰতি মনোভাৱটো বুজিও তাই নুবুজাৰ ভাও ধৰি থাকে।

ভদ্ৰা তাঁত বোৱাত লাগিল। মাক-বাপেকহঁতল বোধহয় বিহুনাত। কাঁহি-বাতি

ধুই নবৌৱেকো ভিতৰ সোমাল। ল'ৰা হাল দুপত। ককায়েক বজাৰত। এনেকুৱা নিৰ্জন পৰিৱেশত ভৰ দুপৰীয়া অকলে অকলে তাঁত বৈ থাকিলে তাইক বহুত কথাই মনটোত অত্যাচাৰ চলায়। তাইৰ যদি স্বামী ৰাক্ষসে সন্তান দুটা জোৰ জবৰদস্তি নুগুচালেহেঁতেন এতিয়া সিহঁতো স্কুললৈ গ'লহেঁতেন। বড়ো ছোৱালীৰ লগত তাৰ সংসাৰ কেনে চলিছে জানিবলৈ মন যায়। তাৰ লগৰ বলোৰাম কনিষ্টবল আহিছিল তাই গুচি অহাৰ ঠিক দুমাহমান পিছতেই। তেওঁৰ পৰাহে ভদ্ৰাই সবিশেষ গম পালে। তাইকো গৰ্ভপাত কৰাবলৈ জোৰ কৰিছিল নহ'লে বিয়া নকৰাও বুলি কৈছিল। বড়ো ছোৱালী নাচোৰবান্দা। সি যে তলে তলে গোসাঁইগাঁৱৰ পৰা ট্ৰেন্সফাৰ হ'বলৈ বিচাৰি ওপৰত টকা খুৱাই আছে তাই গম পালে। এদিন বুধি কৰি তাই প্ৰলোভন দি তাক ঘৰলৈ আনিলে। সি ঘৰ সোমোৱাৰ পিছতেই ৰাইজে তাক ঘেৰাও কৰিলে। সি সৈ কাটিলে। উপায় নাপাই বিয়া কৰাম বুলি কাগজ লেখি দিলে যদিও ৰাইজে নেৰিলে। পিছদিনা ক'টলৈ নি কৰ্ট মেৰেজ কৰাই এছ পিৰ অফিচত জনাইহে তাক এৰি দিছে। তথাপিতো ল'ৰাটো জন্ম হোৱাৰ দুমাহ পিছতেই তাৰ ট্ৰেন্সফাৰ হ'ল। কোৱাৰ্টাৰ পালেই লৈ অনাৰ প্ৰতিশ্ৰুতি দিলে। বড়ো ছোৱালীক ঘৰত সোমাবলৈ নিদিয়া কথাটোত ৰাইজ পতিয়ন গৈছিল। কামুক পুৰুষৰ হৃদয়ত প্ৰেম বুলি, স্নেহ বুলি কোনো অনুভূতি নাথাকে। তাৰ ঔৰসজাত সন্তানটোলৈয়ো তাৰ মনত নপৰে।

ভদ্ৰাৰ পুৰুষ বুলিলেই ঘৃণা হ'ল যদিও মহেনক দেখিলে তাইৰ ভাবত যতি পৰে। আৰু এইকেইদিন ঘনিষ্ঠভাৱে পোৱা বি ডি অ' পৰমানন্দ ফুকনক দেখিও তাইৰ পুৰুষৰ প্ৰতি গোটখন্ধা ঘৃণাৰ ভাবটো যেন লাহে লাহে গলিবলৈ লৈছে। ক'ত পাইছিল জানো তাই, পাহৰিলে—মানুহৰ মনৰ দাপোণ বোলে চকুহাল। সেইফালৰপৰা বি ডি অ' ফুকনৰ চকুহাল দেখিলেই মানুহটো বৰ ভাল মানুহ যেন লাগে।

-কওকচোন মই কি সহায় কৰি দিব পাৰো?

—ছাৰ; আপোনাৰ আগত আগৰজনৰ বদনাম গাব খোজা নাই তথাপিও সঁচাটো নক'লে নহয়, আগৰজনে ছাৰ, দুখীয়া নিছলাৰ তেজকে খাই গ'ল।' ভদ্ৰাই কথাষাৰ ক'লত কাষতে বহি থকা ৰেখাই তলফালৰপৰা তাইৰ কৰঙণত চিকুট এটা মাৰিলে।

—বাক হ'ব হ'ব, এতিয়া মোক কওক মই কি সহায় কৰিব লাগে—বুলি ফুকনে কোৱাত ভদ্ৰা আৰু ৰেখা দুয়োজনীয়ে ফুকনৰ চকুলৈ পোনে পোনে

চালে। আচলতে কোনেও কথাটো পতা নাই যদিও দুয়োজনীযে ভাবি আছিল যে বি ডি অ'ই যোৱাজন বি ডি অ'ৰ বিষয়ে সিহঁতক পেঘেনীয়াই পেঘেনীযাই সুধিব। কিন্তু মানুহটোৱে তাৰ সলনি বিষয়টো সাঁফৰ মাৰি থ'ব খোজাত আচৰিত হ'ল। কিছুক্ষণ সিহঁত দুজনীযে কথা ক'ব নোৱাৰিলে।

--কওক কি কৰিব লাগে বুলি প্ৰফুল্ল পিয়নে দিয়া চাহ দুকাপ সিহঁত দুজনীৰ ফালে আগবঢাই দি ফুকনে সুধিলে।

—ছাৰ, দুজনী দুখীয়া বিধৱাৰ বাবে দুটা ইন্দিৰা আৱাসযোজনাৰ ঘৰ লাগে। ভদ্ৰাই ক'লে।

—দুয়োজনীৰ ছাৰ, ঘৰৰ ছাল নৰাৰে চোৱা আৰু পঁচি গৈছে। এজনীৰ গাভৰুজীয়েক এজনী এসপ্তাহমানৰ আগতে ঢুকাইছে।, ৰেখাই ক'লে।

—অ', সেই ছোৱালীজনী বাৰু বি ডি অ' দুৱৰাৰ লগত আছিল নেকি?

—হয় ছাৰ, চাৰিবছৰ আছিল। ইয়াৰ পৰা বদলি হৈ যাওঁতেও তাইক লগত লৈ গৈছিল। কি ক'ব ছাৰ-বুলি কিবা ক'বলৈ ভদ্ৰাই আৰম্ভ কৰিব খোজোতেই বি ডি অ' ফুকনে ক'লে, হ'ব হ'ব গম পাইছো মানুহজনীৰ অৱস্থা। মই যেনেতেনে ঘৰ এটা দিয়াম। আৰু ইগৰাকীৰ যে কথা ক'লে দৰ্খাস্ত এখন লিখাই আনিব। গাওঁবুঢাই তাতে চাৰ্টিফিকেট এখন দি দিলে মই সুবিধা কৰি দিব পাৰিম।

—ছাৰ, বৰ উপকাৰ কৰা হ'ব, বৰ উপকাৰ কৰা হ'ব। ভদ্ৰাই ক'লে। আৰু এটা কথাৰ বাবেও আমি আপোনাক ক'ব খুজিছো।

—কওকচোন।

—ছাৰ, গাঁৱৰ পুথিভঁৰালটো বহুত পুৰণা। ষাঠি বছৰ হ'বৰ হ'ল। যোৱাবাৰ ডি আৰ ডিৰ এই টকা দিছিল, কিমান দিছিল, কাক দিছিল, কিমান নিলে আমি নাজানো। সম্পাদক আৰু বি ডি অ' ইহে জানে। পুৰণাটো ভাঙি-ছিঙি ছাৰ, কাম আৰম্ভ কৰিলে আৰু অলপ কৰি সিমানতে শেষ কৰিলে। এতিয়া সম্পাদকেও মিটিং নাপাতে, নকয় একো কথা—লাইব্ৰেৰীটো গ'ল পুৰণা ঘৰ থকা হ'লেও ভাল আছিল বোলে সেইটোৱেই লাইব্ৰেৰী বুলি ক'বলৈ হৈছিল। এতিয়া ছাৰ, আপুনি সেই কামটোও কেনে পৰ্যায়ত আছে এবাৰ চাই কিবা এটা কৰি দিব লাগে।

—লাইব্ৰেৰীটোৰ ফালে চালেই বেয়া লাগে ছাৰ। ৰেখাই ক'লে।

—বাৰু হ'ব। মই কথাবোৰ চাওঁ, কেনে পৰ্যায়ত কি হৈ আছে চাওঁ। মই কৰিবপৰাখিনি কৰিম কথা দিলো। ফুকনে ক'লে।

—তেনেহ'লে ছাৰ, আমি উঠো। মাজে মাজে দিগদাৰ কৰিমহি বুলি দুযোজনীয়ে হাঁহি হাঁহি কৈ ওলাই যাব খোজোতেই ফুকনে মাত দিলে, 'আপোনালোকে ক'ৰবাত কিবা কৰেনে নাই

—নাই ছাৰ, চাকৰি-বাকৰি নাই। মই ঘৰতে তাঁত সুত বৈ ৰোৱা তোলা কৰি চলি আছো।' ভদ্ৰাই ক'লে।

—মোৰো ছাৰ একো নাই। এইবাৰ ছাৰ, মই মানে ছাৰ, মোক পাৰ্টিয়ে ধৰিছে পঞ্চায়তৰ প্ৰেচিডেণ্ট উঠিবলৈ বুলি ৰেখাই গৌৰৱেৰেহে যেন ক'লে। বি ডি অ' ফুকনে হাঁহি মাৰি ক'লে, বাৰু হ'ব হ'ব, ভাল পালো আহিব।'

বি ডি অ'ৰ কোঠাৰপৰা ওলাই আহোতেই জয়দেউ শৰ্মাই সিহঁত দুজনীলৈ চাই পৰ্দাখন দাঙি সোমাই গ'ল। শৰ্মাই সোমায়েই বি ডি অ'ক কোৱা কথাষাৰ ভদ্ৰাৰ কাণত পৰাৰ লগে লগে তাইৰ যেন মূৰৰ পৰা ভৰিলৈকে শূণ্ডাল বিছা এজাক বগাবলৈ ধৰিলে।

—ছাৰ, এই দুজনী কিয় আহিছিল? সেইজনী ছাৰ, বৰ বেয়া চৰিত্ৰৰ ছোৱালী। পৈয়েকে খেদা তিৰোতা।

—হয়নেকি? মোৰতো বেয়া নালাগিল কথা পাতি। বি ডি অ' ফুকনে ক'লে।

(আঠ)

ডেৰশৰ ওপৰ মাইকী মানুহ হ'ব। ভদ্ৰাহঁত আগত। যি ৰেখা, বিজয়া, কৰুণা, পূৰ্ণিমাহঁতে সৌ সিদিনালৈকে ভদ্ৰাৰ বিৰোধিতা কৰি আছিল আজি সেইকেইজনীয়েও ভদ্ৰাৰ লগত সমানে সমানে আগবাঢ়িছে। ৰেখা-বিজয়াহঁতে যেতিয়া গম পালে যে ভদ্ৰা কোনো কাৰণতে পঞ্চায়তৰ কোনো নিৰ্বাচনতেই নুঠে, কথাটোত যেতিয়া বিশ্বাস হ'ল তেতিয়াই নিৰ্বাচনৰ মতলব কৰি থকা ৰেখাহঁতে ভদ্ৰাৰপৰা কাম হ'ব বুলিহে ধৰি ল'লে। আৰু সেয়েহে এইবাৰ মদ-নিবাৰণী সভাখনলৈ মানুহ মতাত আৰু গোটোৱাত সিহঁতেহে আগভাগ ল'লে। ক'বলৈ গ'লে নিজৰ ঘৰত গিৰিয়েক, পুতেক, ভায়েক-ককায়েকহঁতে মদ খোৱা কথাটো কোনো মাইকী মানুহেই ভাল নাপায় যদিও ঘৰৰ অশান্তিৰ বাবে হাউচ মাৰি ওলাই আহিবলৈ দৰ কৰিছিল। তাতে ৰেখাহঁতে ভদ্ৰাই আগভাগ লৈছিল বাবে আৰু ভদ্ৰা আগন্তুক নিৰ্বাচনত উঠিব বুলি ভাবিছিল বাবে তলে তলে বাধা

দিছিল। এইবাৰ কিন্তু সিহঁতেই আগভাগ ল'লে। মদাহীৰ ওপৰত ৰেখাৰ নিজৰো এটা খং আছিল। এবাৰ ৰাসত মদাহী পুলিচ দুটামানে তাইক টনা আজোৰা কৰিছিল। বন্দুকধাৰী পুলিচ বাবে কোনেও সেইদিনা সিহঁতক একো কৰিব নোৱাৰিলে যদিও ৰাইজৰ চিঞৰ-বাখৰত সিহঁতে ৰেখাক এৰি গাড়ীত উঠি পলাল। সিহঁত আহিছিল পেট্ৰল ডিউটিত। ষ্টেজত শৰাইখনৰ দৰকাৰ হ'লত সাউৎকৈ ঘৰৰ পৰাই আনিবলৈ অকলে যাওঁতেই আঁহত জোপাৰ তলত থকা পুলিচ দুটাই তাইক আগচি ধৰি টনা-আজোৰা কৰি গাড়ীত উঠাব খুজিছিল। ৰেখাই চিঞৰ-বাখৰ লগালে। মদ খাই সিহঁত বেহুঁচ। তাই চিঞৰ বাখৰ লগাওঁতেও সিহঁতে তাইক এৰা নাই। পিছত হাউচ মাৰি মানুহবোৰ অহা দেখিয়েই পুলিচৰ গাড়ী পলাল। সেই যে তাইৰ বদনাম ওলাল তাৰ পিছত চাৰি বছৰ দিন ভাল পাই থকা যাদৱ মাষ্টৰেও তাইক বিয়া নকৰোৱা হ'ল। তাই কাকুতি মিনতি কৰিও তাক সৈমান কৰাব নোৱাৰিলে। পুলিচে চোঁচৰোৱা ছোৱালী বোলে বোৱাৰী কৰি নিনিয়ে। যাদৱে অন্য গাঁৱৰ পৰা ছোৱালী আনিলে। আচলতে যাদৱে অনা ছোৱালীজনী তাৰ স্কুলতে অপাৰেচন ব্ৰেক ব'ৰ্ডত সোমোৱা মাষ্টৰণীহে। ঘটনাটো ঘটিছিল ৰাসৰ মেলাত। চাৰিওফালে ফাটি ফুটি গ'ল। অন্য গাঁৱৰপৰা নজনা কোনোবাই ৰেখাক খুজিবলৈ আহিলেও গাঁৱৰ মানুহেই ভঙায়। তাৰ বাহিৰেও ৰেখাৰ মদাহী ককায়েক এটাযো মদৰ নিচাত তাইক চৰিযায়। বেয়া কথা কৈ গালি পাৰে। বাৰে পৈযতী বুলি কয়। পাৰোতেনো চোচৰাইছেনে বুলি কয়। সেয়েহে মদ বুলিলেই ভদ্ৰাৰ দৰে ৰেখাৰ গাটো চকলা চকল বান্ধে। সেই বাবে গাঁওখনৰ পৰা মদ-নিবাৰণ কৰিবলৈ তায়ো আগভাগ ল'লে। ভদ্ৰাৰ কথা এষাৰে তাইৰ মনত বৰ সাহস দিলে। ভদ্ৰাই কৈছিল 'বুইছা ৰেখা, কিবা এটা ভাল কাম কৰিবলৈ গ'লেই মানুহে প্ৰথম অৱস্থাত গ্লানি সহিবই লাগিব।' কামটোৰপৰা যাৰ অপকাৰ হ'ব সিহঁতে যা তা কথা উলিয়াবই। বাইবেলত আছে, 'এটা ধান গজি গছ হ'বলৈ হ'লে প্ৰথমতে ধানটো পঁচি যাব লাগিব। 'ভদ্ৰাৰ এই বাক্যটোৱে ৰেখাক বৰ সাহস দিলে। আৰু তাই এইকেদিনত ভদ্ৰাৰ বেছি ওচৰ-চাপি বেছি ভিতৰলৈ সোমাই গৈ দেখিছে যে মানুহে যিমানেই বেয়া চৰিত্ৰৰ ছোৱালী বুলি নকওক লাগে ভদ্ৰা মানুহজনী ভাল। অকল ভালেই নহয়, সাহসীও।

সভাখন শেষ কৰি মানুহবোৰ প্ৰথমে বি ডি অ'ৰ ওচৰলৈ গৈ কাগজ দি পোনে পোনে থানালৈ যাব। এই সভাখনতহে গাঁৱৰ মানুহবোৰে ভদ্ৰাৰ আৰু এটা গুণৰ বিষয়ে গম পালে। মানুহবোৰে গিৰিয়েকক খেদা ভদ্ৰাই ডং ডংকৈ

চাইকেল মাৰি ঘূৰি ফুৰা বুলিহে জানে, অৱশ্যে বিপদত পৰা মানুহক তাই কি স্বাৰ্থত ক'ব নোৱাৰি সহায় কৰা বুলি জানে যদিও তাই যে শুৱলাকৈ মিটিঙত কথাও ক'ব পাৰে সেই গুণটো জনা নাছিল। ভদ্ৰায়েই কৈছিল, 'আইসকল, মাইকী মানুহে কৰিব নোৱাৰা ভাল কাম একো নাই, লাগে মাথো সাহস আৰু একতা। চাওক, এই মহাপুৰুষীয়া গাঁওখনত আজি মদাহীৰ সীমা সংখ্যা নাই। ইযাত গোট খোৱা বহুত মহিলাৰ ঘৰে ঘৰে মদাহী আছে। কাৰোবাৰ স্বামীয়ে মদ খায়, কাৰোবাৰ পুত্ৰই, কাৰোবাৰ ভাই-ককাই, দদাই-ভতিজাই মদ খায়। অকল মদেই খায়নে? কোৱা হয়যে পুৰুষে মদ খায় নাৰীয়ে কষ্ট খায়। মদ খোৱা পুৰুষসকলে ঘৰতে সদায় পোৱা নাৰীগৰাকী লাগে। তেওঁ পত্নীয়েই হওক বা মাতৃয়েই হওক বা ভগ্নী, বৌৱেক, বায়েক, খুৰীয়েকেই হওক, নাৰীৰ ওপৰতে বৰমতা দেখুৱায়। মহাপুৰুষীয়া নামঘৰত আজি গোসাঁইৰ ভাওখন গাবলৈ অহা ভাৱৰীয়াজনেও সন্ধ্যা এটুপি ধৰি নাহিলে বচন মাতিব নোৱাৰে। আপোনালোকে জানেনে—পৃথিৱীত আজিলৈকে মানুহে যিমান মদ খাইছে মদে তাতোকৈ বেছি মানুহ খাইছে। এই কথাও আপোনালোকে জানেনে বাৰু যে পৃথিৱীত আজিলৈকে যিমান মানুহ পানীত ডুবি মৰিছে তাতোতকৈ বেছি মৰিছে মদৰ গিলাছত ডুবি। কথাষাৰ শেষ হ'বলৈহে পালে জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। ভদ্ৰাই চাপৰি বজোৱাৰ সময়কণ মনে মনে বৈ ভাবিলে যে সাধাৰণ গাৱঁলীয়া মাইকী মানুহ যদিও মানুহবোৰে কথাবোৰ ভালকৈয়ে বুজি পাইছে। হাত চাপৰিৰ শব্দ কমি আহিলত তাই আকৌ ক'বলৈ ধৰিলে, 'কিন্তু পুৰুষে মদ খাই নিজেই ডুবি মৰা নাই লগতে পানীত পৰা মানুহে ককবকাই থাকোতে হাতত যিহকে পায় তাকে খামুছি ধৰি টনাৰ দৰে পৰিয়ালটোকো টানি ডুবাবলৈ চেষ্টা কৰে, ডুবাই আছে। তাৰ জ্বলন্ত প্ৰমাণ মই নিজে। মোৰ স্বামীয়ে মদ নহ'লে থাকিব নোৱাৰে--ফলত নিজে ডুবিল আৰু মোৰ জীৱনটোও তাত ডুবাই মাৰিলে। তাৰ জ্বলন্ত প্ৰমাণ এই ৰেখা। মদাহী পুলিচে অৰ্থাৎ মদাহী পুৰুষে তাইক আন্ধাৰতে অকলে পাই টনা-আজোৰা কৰিলে। তাইৰ গাত দোষ নাই। কিন্তু তাইক মতামানুহে চোঁচৰালে বুলি বদনাম বৌজাল বৌজালকৈ ওলাই গ'ল। তাইক বিয়া কৰাবলৈ দৰা নোলোৱা হ'ল। দৰা মানে-পুৰুষ। তাইক টনা-আজোৰা কৰা কেটাও পুৰুষ। মদাহী। এনেকুৱা শত শত উদাহৰণ দিব পাৰি। মদ খাবলৈ আজি ঘৰৰ লামলাকটুও বেচিছে। মদ খোৱাৰ পাছত নিশকতীয়াটোও হৈ পৰে ভীম। হিতাহিত জ্ঞান নোহোৱা হয়। আজিকালি যে ধৰ্ষণ হৈছে, সাতবছৰীয়া শিশু কন্যা আৰু পয়বষ্ঠি

বহুবীয়া বৃদ্ধাও ধর্ষিতা হৈছে তাৰ মূলতে হ'ল এই মদ। মদে কি কৰা নাই? মদে বঢ়াইছে কন্দল। খাবলগীয়া বস্তু নাখাই বা খাবলৈ নাপাই যিবোৰে মদ খাইছে সেইবোৰৰ শৰীৰ ঘূণীয়া হৈছে। কিবা সামান্য অসুখ হ'লেও সৰ্বশৰীৰ মদে ভেজি থয় কাৰণে ঔষধে কাম নিদিয়ে। লিভাৰ গেলি যায়। মদৰ নিচাত কৰিব নোৱাৰা কাম একো নাই, ভাই-ভনী, আই-বোপাইক চিনি নোপোৱা হয়। আমি যেতিয়া যোল্ল-সোতৰ বছৰীয়া গাভৰু আছিলো, আজিৰপৰা বিশ একৈশ বছৰৰ আগতে তেতিয়া দিনে ৰাতিয়ে আমি নিৰ্বিঘ্নে গাওঁখনত প্ৰয়োজন হ'লে অকলে ঘূৰি ফুৰিব পাৰিছিলো। কিন্তু আজি সন্ধ্যালগা সত্তৰ বছৰীয়া বৃদ্ধা এগৰাকীও বাৰু নিজৰ গাওঁখনত অকলে ঘূৰিব পাৰিবনে? নোৱাৰে। কাৰণ তেওঁ মদাহীৰ লাঞ্ছনাৰ মুখমুখি হ'ব। অন্য একো লাঞ্ছনা নাপালেও তেওঁৰ নাতিৰ বয়সৰ মদাহী ল'ৰাৰ মুখত অশ্লীল কথা-বতৰা শুনি তেওঁ বসুমতীক ফাট দিবলৈ কোৱাৰ বাহিৰে উপায় নাথাকিব ।

বহুতপৰ কথা কৈছিল ভদ্ৰাই। তাই সলসলীয়াকৈ হাততে পোৱা চিনাকি উদাহৰণ দি দি কথাবোৰ কৈছিল বাবে মানুহবোৰে বুজি পাইছিল আৰু মাজে মাজে হাত চাপৰি বজাইছিল। লাহে লাহে মিটিংখনত মহিলাও বহুত গোট খালে। ৰেখা, বিজয়া, পূৰ্ণিমাকে ধৰি পঞ্চায়ত নিৰ্বাচনত উঠিবলৈ পাঙি থকা কেবাজনী ছোৱালী আৰু মহিলায়ো সভাখনত কথা কৈছিল। পূৰ্ণিমাই অৱশ্যে মিটিংখন এতিয়া পাতিবলৈ মানা কৰিছিল। কাৰণ নিৰ্বাচনত অকল মাইকী মানুহেই ভোট নিদিয়ে। গতিকে নিৰ্বাচনটো হৈ যোৱাৰ পিছত মিটিংখন পতা হ'লে বেয়া নাছিল। কিন্তু ৰেখা, বিজয়াই দুটা কথা চিন্তা কৰিলে। প্ৰথম কথা হ'ল যে মদ নিবাৰণৰ সভাৰ যোগেদি প্ৰচাৰো হয় আৰু দ্বিতীয়তে যদিহে নিৰ্বাচনৰ আগে আগে নিজৰ গাওঁখনৰপৰা মদ উঠাই দিব পৰা যায় তেনেহ'লে সভাপতি আৰু কাউন্সিলাৰৰ বাবে বাকীবোৰ গাঁৱৰপৰাও ভোট পাব। বিশেষকৈ ৰেখাৰ মদৰ ওপৰত ব্যক্তিগত ঘৃণা আৰু খঙো আছে।

সভাত তিনিটা সিদ্ধান্ত হ'ল। প্ৰথমটো হ'ল যে পুলিচৰ সহায় লৈ গাঁৱৰ মহিলাসকলেই মাৰ বান্ধি মদৰ গোপনে থকা দোকানবোৰৰ ওচৰত পহৰা দিব আৰু উচ্ছেদ কৰিব। দ্বিতীয় সিদ্ধান্তমতে মদাহী যাৰ ঘৰতেই থাকক পুলিচে এৰেষ্ট কৰিলে কোনেও জামিন ল'বলৈ বা পুলিচক পইচা খুৱাই মোকলাই আনিবলৈ নাযায়। তৃতীয় সিদ্ধান্ত হ'ল যে কাইলৈৰপৰা যাৰে ঘৰতে যেয়ে মদ খাই নোসোমাওক লাগে লগে লগে মদ-নিবাৰণী সমিতিৰ সভানেত্ৰী-সম্পাদিকাৰ

খবৰ দিব আৰু তেতিয়াই তেওঁলোকে মানুহ গোটাই তাক হাতে লোটে ধৰি থানাত চমজাই দিব বা ৰাজহুৱা বিচাৰ কৰিব। সৰ্বসন্মত সিদ্ধান্ত লৈ মহিলাৰ সমদলটো প্ৰথমতে বি ডি অ'ৰ কাৰ্যালয়ত সোমাল। মহিলাসকলে ইন্দ্ৰানী কলিতাক সভানেত্ৰী কৰি প্ৰবল আপত্তিকো নেওচি ভদ্ৰাকে সম্পাদিকা কৰি ল'লে। ভদ্ৰাই কৈছিল, 'মই সকলো কৰি দিম মাত্ৰ মোক পদবী নিদিব।' মহিলাসকলে তাইৰ কথা নামানিলে। ৰেখা আৰু বিজয়াক যুঁটীয়া সম্পাদিকা কৰি ল'লে। সমদলটো কাৰ্যালয়ৰ চোতালতে ৰৈ ইন্দ্ৰানী, ভদ্ৰা, ৰেখা আৰু বিজয়া বি ডি অ'ৰ কোঠাত সোমাই হতভম্ব হ'ল। আটাইতকৈ বদ্‌জাত মাৰোৱাৰী ব্যৱসায়ী কংগ্ৰেছীটোৱে বি ডি অ'ৰ লগত আঙুলি টোঁৱাই টোঁৱাই তৰ্ক কৰিছে। সিহঁতকেজনী চেপেটা লাগি ৰোবাদি ৰ'ল। সিহঁতক দেখি যেন বি ডি অ' ফুকনে সাহস পালে। তেৰোঁ আঙুলি টোঁৱাই মাৰোৱাৰী কংগ্ৰেছীটোক কৈছে মাত্ৰ—

—আপুনি নিজে ওলাই যাবনে নাই মই চকীদাৰ লগাই বাহিৰলৈ উলিয়াই দিম। ইমান দিন লগ পায়ো বি ডি অ' ফুকনৰ ইমান খং আছে বুলি ভদ্ৰাইঁতে জনা নাছিল। বোধহয় ভদ্ৰাইঁতৰ সন্মুখত মাৰোৱাৰী কংগ্ৰেছীয়ে বেছি লাজ পালে। তাৰো খং উঠা যেন লাগিল। তপা মূৰটোৰ লিংলঙীয়া চুলিকেডাল যেন পোন হ'ল। নালাগে নালাগে, মই নিজেই যাম। কিন্তু এসপ্তাহৰ ভিতৰত ইয়াৰ পৰা যাবলৈ টোপোলা বান্ধি থওক বুলি ফোঁ ফোঁৱাই মাৰোৱাৰী ওলাই গ'ল। তাৰ কাণত পৰাকৈয়ে চিঞৰি চিঞৰি ফুকনে ক'লে, 'মই হলডাল বান্ধিয়েই ৰাখো। পুৱা শুই উঠি আকৌ বান্ধিয়েই থওঁ বুলি ফুকনে বহাতে তলৰ টেবুললৈ চাই যেন খংটো হজম কৰিবলৈহে চেষ্টা কৰিছে। খন্তেক পিছতেই তেওঁ মূৰটো দাঙি ভদ্ৰাইঁতৰ ফালে চাই হাঁহি এটা মাৰি ক'লে।

—কওকচোন, কিয় আহিল বহক। নীৰৱে আটাইকেজনী বহিল।

—ছাৰ, এই বদজাত মাৰোৱাৰীটোক ভাল দিলে। আমি বৰ ভাল পালো।

—হৈয়েই আছে মোৰ চাকৰি জীৱনত এনেকুৱা। আজি কংগ্ৰেছীয়ে মাতবৰী দেখুৱাইছে, কালি অগপই দেখুৱাইছিল, বাৰু কওকচোন কিবা দৰকাৰত আহিল নেকি? ফুকনে মুখখন মোহাৰিবলৈ ধৰিলে।

—দৰকাৰ আছিল, পিছে ছাৰ, সিনো কি কৈছিল আপোনাক? ভদ্ৰাই সুধিলে-

—এ আপোনালোকৰ গাঁৱৰ লাইব্ৰেৰীটোৰ কাম আৰু সেই বিধবা দুগৰাকীৰ ঘৰৰ কামটো মই তেওঁৰ দলৰ মানুহক নিদিলো, তেওঁৰ বোলে দল আছে।

—ছাৰ, তাত আপোনাৰ দোষ ক'ত? আমি ঠিক কৰি দিয়া মানুহক আপুনি

দিছে। ঠিকমতে কাম কৰি আছে ছাৰ। আমি চাই আছো নহয়। ৰেখাই ক'লে।

—সেই তাতে সি অপমানিত বোধ কৰিলে। তাক নোসোধাকৈ বোলে কোনো বি ডি অ', এছ ডি চি থানাৰ অ' চিয়ে একো কৰা নাই আজিলৈকে। ডি চিয়েও বোলে সদায় ফোন কৰে। মন্ত্ৰীয়েও বোলে তাৰ ওপৰত নিৰ্ভৰ কৰি থাকে। বাৰু হ'ব—

—ছাৰ, এইখন জিলাত তাতকৈ ডাঙৰ মানুহ, পাৱাৰফুল মানুহ নাই বুলি সি ফুটনি মাৰি থাকে। তাৰ কেলেঙ্কাৰীৰ কথা আপুনি নাজানে—সি চোৰ আৰু একালৰ ভেজালকাৰী। বেংকৰ কোটি কোটি টকা মাৰি সি নিজকে দেউলীয়া ঘোষণা কৰি সাৰি আছে। পিছে ছাৰ, সি মিছা কোৱা নাই। আমাৰ অসমীয়া মানুহ কিছুমানৰ মাৰোৱাৰী বুলিলে, ধনী বুলিলে ঈশ্বৰ জ্ঞান কৰে। তাকনো ইমান ওখত কোনে ৰাখিছে। এতিয়া যে ইমান তাৰ দপদপনি, যোৱা পাঁচ বছৰ সি ক'ৰ শিয়ালৰ গাঁতত সোমাই আছিল। সি মিছা কোৱা নাই, তাৰ পিছত এজাক ভতুৱা আছে-টিলিকি মাৰিলেই ঘৰৰ চোতালৰ পৰাই আপোনাৰ বিৰুদ্ধে ভুকিবলৈ ধৰিব। ভদ্ৰাৰ কথাত বাধা দি বি ডি অ' ফুকনে সুধিলে 'কওকচোন কি দৰকাৰত আহিল? চিন্তা নকৰিব মই আপোনালোকৰ লাইব্ৰেৰী আৰু ঘৰ দুটা উলিয়াই থৈছে যাম।' ফুকনে মাৰোৱাৰীৰ কথাৰ গুৰুত্ব কমাই ক'লে।

—হয় ছাৰ, আচলতে আজি আমি এইবাবে আহিছো বুলি ইন্দ্ৰানী কলিতাই কাগজখন ফুকনৰ টেবুললৈ আগবঢ়াই দিলে। ফুকনে মনোযোগেৰে পঢ়ি হাঁহি মাৰি চাই ক'লে, 'অৱশেষত তেনে গঠন কৰিলেগৈ? মই যি সহায় কৰিব লাগে কৰিম। এতিয়া থানাত দি আহকগৈ। ভদ্ৰাইঁতে মনে মনে অলপ ভয় খাইছিল। অ' চিৰ নিৰ্দেশটো পালন কৰিবলৈ যাওঁতে সিইঁতে ক'ৰবাত অপমানিত হ'ব পাৰে বুলি মনে মনে শঙ্কা এটা নকৰা নহয়। তথাপিও ডাঙৰ গাওঁখনৰ চাৰিওফালে এটা এটা গোটতচাৰিজনীকৈ লৈ মদ বেচা আৰু মদ খোৱা মানুহ থকা ঘৰবোৰত সাৱধান কৰি গ'ল। আচৰিত হ'ল যে যিবোৰে মদ বেচে বুলি সকলোৱেই জানে সেইবোৰেই , 'গাওঁখনত মদৰ আড্ডা হৈছে। বৰ ভাল হৈছে, বৰ ভাল কথা হৈছে। আমাৰ ল'ৰাবোৰৰ বদ অভ্যাসটো যাব, দেৰীহে হ'ল। আগতেই কৰিব লাগিছিল। এনেবোৰ কাম মাইকী মানুহেহে কৰিব পাৰিব ' জাতীয় মন্তব্য দিলে। যিবোৰে নতুনকৈ মদ খাবলৈ লৈছিল সেইবোৰেও ভদ্ৰাইঁতৰ স্বেচ্ছাসেৱী দলকেটাক উৎসাহহে দিলে। কিবা সহায় কৰিব লাগিলে ক'ব বুলিহে ক'লে। পিছে,গাঁওখনৰ গেলা মদাহীকেটাই কিন্তু গা দেখা নিদিয়াকৈ থাকিল। সিইঁতে অৱশ্যে ভদ্ৰাইঁতৰ

কাণত কিছুমান কথা নেপেলোৱাকৈ নাথাকিল। আমাৰ ওচৰলৈ আহকচোন বাৰু—বনৰীইঁতক চুলিত ধৰি চোঁচৰাম। সিইঁতে অৱশ্যে আৰুহে বেয়া কথা কৈছিল যদিও লগাওঁতাৰ ভয়তেই হওক বা লাজতেই হওক হুবহু ৰিপৰ্ট কৰিব নোৱাৰিলে। দুইতাল মৰা দুই এটাই আকৌ ভদ্ৰাইঁতৰ আগত ওফাইডাং মাৰি ক'লে, 'আমি কৈছো, মই কৈছো বোলো তহঁতে তহঁতৰ মাৰ-বায়েৰহঁতৰ, ভনীয়েৰহঁতৰ চুলিত ধৰি চোঁচৰাব লাগিব-পাৰিবিনে? কাৰণ গাঁৱৰ সকলো মাইকী মানুহেই এই অভিযানত যোগ দিছে। কাৰ চুলিত ধৰি চোঁচৰাবি? থিকছে দিছো। হয়তো শিয়ালচকুৱা সেই ৰাজেন বোলাটোৱে আকৌ মদাহীকেইটাক ক'বগৈ, 'মই থিকছে দি আহিছো ভদ্ৰাইঁতক। বোলো কোনোবাই মদ খাইছে নিজৰ পইচাৰে খাইছে। তোমালোকৰ পৰাতো পইচা লোৱা নাই। মদে অপকাৰ কৰিছে, তোমালোকৰতো অপকাৰ কৰা নাই। খাওক। কোনোবাই হজম কৰিব পাৰিছে নিজৰ পইচাৰে খাইছে খাওক। তোমালোকে নিজৰ নিজৰ ঘৰবোৰ চম্ভালি থাকা। লোকৰ ওপৰত পাৰাৰ খটুৱাবলৈ কোন? খাবই। আৰু বেছি খাব। কি কৰিবাইঁত? থিকছে দিছো।

ঠিক এনেকুৱা দুইতালি মৰা কথাও নচলা নহয়। প্ৰতিখন ঠাইতে চল চাই চাপৰি বজোৱা, সবাহ চাই চাপৰি বজোৱা, ওখ চাপৰ চাই কুঁজা কুঁজকৈ খোজ দিয়া মানুহৰ অভাৱ নাই। তেওঁলোক সোঁত সুবিধালৈ চাই থাকে। ভদ্ৰাইঁতে মদৰ বিৰুদ্ধে উঠিছে কাৰণে তেওঁলোকৰ ওচৰত মদাহীৰ বিৰুদ্ধে মদাহীৰ ওচৰত ভদ্ৰাইঁতৰ বিৰুদ্ধে, কালি অগপ চৰকাৰ থাকোতে অগপ নেতা পালি নেতাৰ পিছত, আজি কংগ্ৰেছ চৰকাৰ আছে বাবে কংগ্ৰেছী দালাল নেতাৰ পিছত গৃহস্থৰ পিছত নেজ জোকাৰি ফুৰা কুকুৰৰ দৰে এদল সদায় আছেই। অকল জয়দেউ থানতেই নহয় দিছপুৰ-দিল্লীলৈকে আছে। গাঁৱত গাঁৱৰ ভাগে, নগৰত নগৰৰ ভাগে তেনে কিছুমান মানুহৰ অভাৱ নাই বুলি অন্ততঃ আজিকালি সকলোৱে জানে বাবেই সিইঁতৰ নিচিনাবোৰক কোনেও গুৰুত্ব দিয়া নাই। অৱশ্যে মুখ আগলিকা ভদ্ৰাই নজনাৰ ভাও ধৰি তেনেবোৰ মানুহৰ আগত গাত লগাকৈ কয়, 'এ চুৰাপাতনিত য'তেই এৰেহা পৰে ত'তেই কাউৰী ভতুৱাৰ অভাৱ নাই। কাউৰী ভতুৱাক চুৰাপাতনিহে লাগে ফুলনি নালাগে।' বিজয়াই ভদ্ৰাক তেনে কথাত মনে মনে চিকুট মাৰি দিয়ে। ভদ্ৰাই কেয়াৰ নকৰে।

গোটেই গাওঁখনত ভাগে ভাগে দায়িত্ব পৰা দলবোৰে জনাই দিলে যে যিকোনো মুহূৰ্ত্তত পুলিচে তালাচী চলাব। মদ বেচা আৰু খোৱা মানুহক ধৰি

নিলে আপত্তি নাই। গেলা মদাহী প্ৰাক্তন পঞ্চায়তৰ সভাপতি যোগেশ্বৰ গগৈয়ে ভদ্ৰাইঁতক আগচি ধৰি তৰ্ক কৰিলে। মদ যদি খাবই নালাগে মদৰ দোকানবোৰ কিয় গৱমেণ্টে বন্ধ নকৰে—দি আছে। গাঁৱত কোনোবাই মনে মনে মদ দুগিলাছ বেচি পৰিয়ালটো পুহিছে তাত যে তহঁতে ধৰিছ কিয় বিলাতী মদৰ দোকানবোৰো বন্ধ কৰিব নোৱাৰহঁত। মদৰ মহলবোৰ বন্ধ কৰ আগতে। গাতে লাগি থকা সৰু টাউনখনত বাৰখন মদৰ দোকান আছে চৰকাৰে দিয়া—সেইবোৰ বন্ধ কৰিব নোৱাৰহঁত কিয়? আগৰ বি ডি অ' টোকে ধৰি ব্লকত যিমানবোৰ আছিল চবেই মদ খাই উৎপাত কৰিছিল সেইবোৰক মদ এৰুৱাব নোৱাৰিলিহঁত কিয়? মই খামেই। আৰু যদি পুলিচে দিগদাৰ কৰে তহঁতো সাৰি নাযাব বুলি মানুহটোৱে বেকা-বেকিকৈ চাইকেল চলাই গুচি গ'ল। মানুহটোৱে তেতিয়াও মদ খায়েই আছিল। পাৰোতেনো মানুহজনৰ ঘৈণীয়েকজনীয়ে এমাডিমা ল'ৰা-ছোৱালী কেটা এৰি চিপ লৈ মৰিলেনে—, জয়াই ক'লে গগৈ যোৱাৰ পিছত।

লাইব্ৰেৰীটোৰ ওচৰত হুলস্থূল শুনি ভদ্ৰাইঁত দৌৰি অহাদি আহিল। মানুহবোৰৰ মাজত ফোপাই ফোপাই বৈ ভদ্ৰা-জয়াইঁতে দেখিলে যে মাৰপিত হোৱাৰ উপক্ৰম হৈছে যদিও গোটখোৱা মানুহবোৰৰ কোনেও মধ্যস্থতা কৰি কাজিয়াখন ভাঙি দিবলৈ চেষ্টা কৰা নাই। হক কথাতো মানুহে গোট বান্ধিও সাহস দেখুৱাব নোৱাৰে কিয় বাৰু? ৰাজেন, অৰুণ, ব্ৰজেন্দ্ৰ, প্ৰদীপ, প্ৰকাশ আৰু অতুলে বিজয়াইঁতক কাম কৰিবলৈ বন্ধ কৰিছে। বিজয,জগত, বিপুল, বিনোদ আৰু হৰেশে ফেপেৰি পাতি ধৰিছে। কিয় কাম বন্ধ কৰিম? আমি কাৰোবাক ঘোচখুৱাই, কাৰোবাৰ ভৰিত তেল মালিচ কৰি কামটো লোৱা নাই নহয়। আজি সাত বছৰে এই লাইব্ৰেৰীটোৰ টকা খাই কাম সিমানতে এৰিলে। চবেই টকা খালে। নতুন বি ডি অ' ছাৰজন ভাল মানুহ। গাঁৱৰ মানুহৰ কথামতেই তেখেতে আমাৰ নিবনুৱা কেটাক কামটো দি কেনেকৈ কৰিব লাগিব বুজাই দিছে। ডি আৰ ডি এৰ পৰা তেখেতেই লাগি মেলি টকা তিনিলাখ আনি দিছে। আমাৰ নিজৰ গাঁৱৰে লাইব্ৰেৰী। আমি কি আগৰকেটাবদৰে টকাবোৰ খাইছোনে খাম। আমি ঠিকমতেই কাম কৰি আছো। ব্লকৰ ইঞ্জিনিয়াৰ, অভাৰচীয়াৰে কাম চাই আছে। বি ডি অ' ছাৰে কাম চাই আছে। ভদ্ৰা বাইদেউহঁতেও কাম চাই আছে। আমি গাঁৱৰে নিবনুৱা ল'ৰা কেইটামানে হাতে কামে লাগি—

—তহঁতেহে নিবনুৱানেকি? আমি নিবনুৱা নহয় নেকি বুলি ৰাজেন, প্ৰকাশ, প্ৰদীপ, অতুলহঁতে ফেপেৰি পাতি আহিছে। তহঁতেই ইন্দিৰা আৱাস যোজনাৰ

ঘৰো পাবি আৰু লাইব্ৰেৰীও পাবি, ভোটত কংগ্ৰেছক সহায় কৰি দিছিল কোনে? তইঁতেনে আমি? চালা ঘৰে ঘৰে মানুহ নি নি ভোট দিয়াইছো—

—কংগ্ৰেছ-কমিউনিষ্ট ভোট-চোতৰ কথা নুলিয়াবি-

—কিয় নুলিয়াম বুলি মৰামৰি লাগিব খোজোতেই ভদ্ৰাইঁতৰ দলটো উপস্থিত হৈ ভদ্ৰা, বন্তিশিখা, মীৰা, জয়া, ৰেখাইঁতে মাজত সোমাই চিঞৰিবলৈ ধৰিলে সমস্বৰে ঃ খবৰদাৰ, ইয়াত কোনেও কাম বন্ধ কৰাব নোৱাৰিব। কিবা ক'বলৈ আছে ব্লকত আপত্তি কৰকগৈ। ইযাত কোনো অনিযম হোৱা নাই। গাঁবৰে নিবনুৱা ল'ৰাকেইটাই নিজৰ ঘৰৰে কাম বুলি কৰিছে। চৰকাৰী কাম বুলি কৰা নাই—সিহঁতে নিজে হাতে কামে কৰিছে। হাজিৰাটোহে সিহঁতৰ হৈছে। দিনটো খাটিছে--তাৰ হাজিৰা পাইছে। ইয়াত ঠিকাদাৰ নাই। ডি আৰ ডি এৰ কাম তেনেকৈহে হ'ব লাগে বোলে। হাতে কামে কৰা।

—আমি কৰিব নোৱাৰিলোহেঁতেননে কি?

—তোমালোকে কি কৰিলাহঁত আগতে দেখিলোহঁক। বন্তি শিখাই ক'লে।

—আৰু ইয়াত কংগ্ৰেছ—অগপ নুলিয়াবাহঁত। কাম কৰি যোৱাত দলৰ কথা নাহে বুলি ভদ্ৰাই কৈ বিপুলহঁতক ক'লে। 'তহঁতে কাম কৰ। আমি আছো—কোনে বাধা দিয়ে চাওঁ। সিহঁতে কামত হাত দিযা দেখি ৰাজেনহঁতে সিহঁতৰ মূৰ ভাঙিম বুলি হাতে হাতে লোৱা ইটাৰ টুকুৰাবোৰ পেলাই ভোৰ ভোৰাই গুচি গ'ল। যাওঁতে শুনাই থৈ গ'ল বোলে এসপ্তাহৰ ভিতৰত বি ডি অ' যাব লাগিব। সিহঁতৰ কথাৰপৰাই ৰেখাইঁতে স্পষ্টকৈ বুজি পালে যে এই ঘটনাটোৰ আঁৰত থাকি আচলতে কোনে উচটাই আছে। সেই বদ্‌জাত মাৰোৱাৰী কংগ্ৰেছীটোৱেই যে ইহঁতক উচটাই পঠাইছে ভদ্ৰাইঁতে ভালকৈ বুজি পালে। তাৰ তপা মূৰটো ভাঙিব পৰা হ'লে?

—এইজাকৰ সাহস বুলিবলৈ নাই নহয়। জেপত টকা পঞ্চাশটা পঞ্চাশটা ভৰাই যা বুলি ক'লেই আহিব আৰু আগচি ধৰিলেই উভতি লৰ মাৰিব। ইহঁতৰ কেবাটাও জানো আগতে অগপৰ সেই খগেন বৰা বোলা পাণ্ডাটোৰ লগত নাছিল! লগত সেই দলে নে পেগু বোলা নামৰ প্ৰফেচাৰটোও নাছিল জানো? অ বি বিৰ দৰমহা নোপোৱা শিক্ষকৰ চাকৰি দিওঁতেই এইজাক দালালৰ সহাযত সিহঁতে কিমান টকা খালে। কালি অগপ, আজি কংগ্ৰেছ, কাইলৈ কমিউনিষ্ট, পৰহিলৈ বিজেপি—এইজাকৰ কি আছে। বন্তি শিখাই ক'লে।

—আৰু তহঁতেও কাম কৰা মানুহ কাম কৰি থাকিব লাগে। সিহঁতৰ লগত

চুপতি মাৰিছিল কিয় বুলি ভণ্ডা ভণ্ডা মাতেৰে মীৰাই কোবাৰ লগে লগে জগতহঁতেও ক'লে, 'এ আপোনালোকে নেদেখিলে অৱস্থাটো। অকল আজিয়েই নহয় নহয় আমি কামটো কৰাৰ দিন ধৰি সিহঁতে উৎপাত লগাই আছে। সন্ধিয়া এটুপি ধৰি ল'ব আৰু আমাক দেখিলেই গুৱাল গালি আৰম্ভ কৰিব। তেনেকৈ নোৱাৰিহে আজি ইয়াত ধৰিলেহি।

—ঐ শৈলেন! তই যে লোকক এটুপি ধৰি লোৱাৰ কথা কৈছ তই নধৰ হ'বলা? জয়াৰ মুখতে ধৰি শৈলেনে ক'লে,'নাই নাই বাইদেউ, মাৰ কচম মই আজিকালি নাখাওঁ বুলি সি মছলা বনোৱাত লাগিল।

—হয় পিছে, ই আজিকালি এৰিলে। আগতে সংগদোষত পৰি নধৰা নহয়- এতিয়া পিছে লগকেটা এৰি দিলত নাখায়। দুলে তাক সমৰ্থন কৰিলে।

—চাবি, আগতে কি কৰিছিলি কৰিছিলি—এতিযা আৰু সেই বৰবিহবোৰ নাখাবি। পুলিচে খুন্দি পিঠা কৰিলেও কোনো নাযায় কিন্তু বুলি বিজযাই ক'লে।

—আৰু শুন, তহঁতে কাম পাইছ মনপুতি কামটো কৰ। নিজৰ কাম। লাইব্ৰেৰীৰ ভাওনাত বীৰৰ বচন তহঁতেহে গাবহঁক। এইকেবছৰ কিবা পাতিব পাৰিছ জানো? সিহঁত আৰু নাহে। আহিলেও চুপতি নকৰিবি। গাঁৱৰ কামকেটা ভালকৈ কৰি দেখুৱালে বি ডি অ' ছাৰে আৰু কাম দিব। দেখিছই এইজন ছাৰে টকা নাখায। কামৰ মানুহ। টকা খোৱা অফিচাৰেহে চৰলৈকে ভয কৰে। এখেতে সেইবাবে কালৈকো ভয়েই নকৰে। সিদিনা হেনো মাৰোৱাৰী কংগ্ৰেছীযে বৰমতা দেখুৱাই কৈছিল বোলে ইয়ালৈ প্ৰথম যি অফিচাৰ আহে তেওঁৰ ঘৰলৈ গৈ চিনাকি হয়গৈ আৰু দিহা পৰামৰ্শ লয়। কৈছিল বোলে আপুনিহে প্ৰথম অফিচাৰ যি চাৰিমাহৰ ভিতৰতো এবাৰ লগ নকৰিলে। তেতিয়া বোলে ফুকন ছাৰে ক'লে, 'হয়, মই আপোনাকেই নহয় দৰকাৰ নাথাকিলে কাকোৱেই লগ নকৰো। কিন্তু যাবৰ সময়ত আপুনি গম পাবই যেনেকৈ অহা চাৰিমাহ হ'ল বুলি গম পালে।' মীৰাই ক'লে, 'পাৰিব তেনেকৈ তাক অন্য অফিচাৰে ক'ব? অন্যবোৰে টকা খায়। দুখীয়াৰ টকা খায়, তেজ খায়। গতিকে ভয়ে ভয়ে থাকে আৰু তেনেকুৱা ৰাজনৈতিক দালালৰ ওচৰত পোহনীয়া কুকুৰ হৈ থাকে। ফুকন ছাৰ কিয় থাকিব? মন্ত্ৰীৰ খাচ মানুহ শালপতিনে কি সেই জুনিয়ৰ ইঞ্জিনিয়াৰ দেব দত্তকে ফুকন ছাৰে কেয়াৰ নকৰে। চব কাম নিজে তদাৰক কৰে।'

আজি পুলিচে ছাডেন ভিজিট দিব বুলি কৈছে। সেইদিনা ভদ্ৰাইতে পুলিচ থানাত খড়েৰেই ক'লে, 'ছাৰ, আপোনালোকক ক'ব লাগে বাবেহে কৈছো। চোৰাইকে

মদ বেচা আৰু মদ খোৱাবোৰৰ লগত আপোনালোক পুলিচবো পেক থাকে। ভদ্ৰাৰ কথা শুনি অ' চিযে দপ্‌দপ্‌াই ক'লে, কি কথা কৈছে? কাক কৈছে? মই ক'ত পইচা খালো?

—আপুনি পইচা নাখাব পাৰে আৰু পইচা খোৱা মানুহে ক'তো চহী মোহৰ মাৰি ইমান টকা ঘোচ খালো বুলি লিখি নিদিয়ে নহয়, কিন্তু পুলিচে টকা নাখায় বুলি ক'ব পাৰিবনে ছাৰ? ভদ্ৰাই টান মাতেৰে ক'লত অ' চি যেন কিছু ক্ষান্ত হ'ল।

বি ডি অ' ফুকন ছাৰে টকা নোখোৱাৰ কথাটো আমি গম পালো। কাৰণ তেখেতে আমি ৰাইজে কোৱা কামকে'টা নিজে তদাৰক কৰি আমাৰ মানুহৰ হতুৱায়েই কৰাইছে। এতিয়া আমাৰ গাঁওখনত মদৰ অবাধ চোৰাং প্ৰচলন হৈছে, মদাহীৰ অসভ্যালিত গাওঁখনৰ শান্তি নষ্ট হৈছে, চুৰি চাপ্ৰাচী বাঢ়িছে, আপোনালোকে ওচৰতে থাকিও একো নকৰে, আমি মহিলা সকলে মাৰ বান্ধি আহি মদ-নিবাৰণ কৰিবৰ কাৰণে ওলাই আহি আপোনালোকৰ সহায় বিচাৰিছো। আৰু এতিয়া যদি আপোনালোকে সহায় কৰি আমাৰ গাওঁখনৰ পৰা মদ নোহোৱা কৰিব পাৰে তেতিয়া বুজিম যে ফুকন ছাৰৰ দৰে আপুনিও সাধাৰণ ৰাইজৰ কথা ভাবে।

—আৰু ভাবিম যে আপুনিও টকা নাখায় বুলি ভদ্ৰাৰ মুখৰ পৰা কথাষাৰ কাঢ়ি বন্তিশিখাই ক'লত অ' চিৰ মুখৰ ৰং যেন কিছু সলনি হৈ গ'ল।

—ছাৰ, ক'লে বেয়া নাপাব,- আপোনাক অকলে কোৱা নাই—আপোনালোক পুলিচবোৰে মন্ত্ৰী, বিধায়ক, ৰাজনীতিৰ দালাল নেতাবোৰক যিমান গুৰুত্ব দিয়ে- যেনেকৈয়ে ঈশ্বৰ বুলি ভাবে তাৰ দহ ভাগৰ এভাগো যদি সাধাৰণ ৰাইজক গুৰুত্ব দিলেহেঁতেন বুলি মীৰাই তাইৰ স্বাভাৱিক ভগা মাতটোৰে টেট্ টেটাই ক'লে। হাঁহি এটা মাৰি অ' চিয়ে ক'লে,

—বুইছে এইখন চকীত বহিলেহে গম পাব সেইসকলৰ কি প্ৰতাপ। কালি অগপৰ যদি দুগুণ আছিল আজি কংগ্ৰেছৰ চাৰিগুণ হ'ল। বাৰু হ'ব যাওক। মই গাত ল'লো। আপোনালোকে সহায় কৰিব যেতিয়া গাঁৱৰ পৰা মদ উঠামেই। ভাল বাৰু এতিয়া যাওক। নমস্কাৰ।

শুই উঠা নুঠাৰ পৰা জয়থান গাঁৱত হুলস্থূল লাগিল। ক'-অপাৰেটিভৰ চোৰাং দোকানী গোবিনেই প্ৰথমে চিএৱৰ-বাখৰ লগালে। লগে লগে ৰমেন ওলাই গ'ল ৰাতি পুৱাইছিলহে মাত্ৰ। প্ৰথমে দেখিলে বোলে গোবিনেহে। সি আকৌ মুখেৰে সহানুভূতি দেখুৱাই গাওঁখনৰ বদনাম হৈছে কোন কেলেহুৱাই এইবোৰ বদনাম কৰিছে বুলি চিএৱৰ-বাখৰ লগাই দিলে। প্ৰথমে নিৰ্মাণ কাৰ্য প্ৰায় শেষ হোৱা লাইব্ৰেৰীটোৰ ওচৰত মানুহবোৰ জুম বান্ধিলেহি। ইমানবোৰ পষ্টাৰ কোনে আঁৰিলে।

ৰমেনে কালৈকো পৰোৱাই নকৰি এফালৰপৰা প'ষ্টাৰবোৰ এৰুৱাবলৈ ধৰিলে। তেতিয়া ৰেখাৰ ভায়েক ললিতে ক'লে, 'তই কিমান ফালিবি প'ষ্টাৰ? ব্লকৰ ওচৰত যে জেগাই নাই। পকা ওৱালতো লেখিছে।' অকল ৰমেন বা ললিতেই নহয়-মানুহ যিমান গোট খাইছিল সেই উপজি পুৱাতে সিমানেই কথাটো নিন্দা কৰিলে আৰু থুৱালে মাটিত। গাওঁখনত ইয়াৰ এটা বিচাৰ হ'বই লাগিব বুলি দপদপালে। বায়েকৰ গালৈ দলি মাৰি দিয়া ফলা প'ষ্টাৰবোৰৰ দুখন ভযে ভযে হাতত লৈ মেলি ভদ্ৰা গছকপৰা নিলাজী বনৰ দৰে যেন জঁয় পৰি গ'ল, যেন কোঁচ খাই গ'ল। ইমান সাহসী বুকু ডাঠ ছোৱালীজনীযেও প'ষ্টাৰখন বেছিপৰ ধৰি ৰাখিব নোৱাৰিলে। নবৌৱেক জুনুৱে তাৰে এখন টান মাৰি লৈ চকুৰ আগত মেলি ধৰিলে,'যৌন কেলেঙ্কাৰী নচলিব।' 'বি ডি অ'-ভদ্ৰাৰ যৌন কেলেঙ্কাৰী সহ্য কৰা নহ'ব।' 'আমাৰ ল'ৰা-ছোৱালীক বচাব লাগিব।' 'চৰিত্ৰহীন-চৰিত্ৰহীনতাৰ যৌনতা সহ্য কৰা নহ'ব।' 'ফুকন-ভদ্ৰাৰ বিচাৰ কৰক।'

ঘৰখনত নহয় গাওঁখনতেই যেন ঘৰে ঘৰে কোনোবা ঢুকাল ঠিক তেনে এটা বিষাদভৰা মৌনতাই গোটেই গাওঁখন পুৱাৰে পৰা গিলি থ'লে। নিজৰ বিছনাখনতে বহি বহি ভদ্ৰাই ভাবিলে ইমান এজন দেৱতাৰ নিচিনা মানুহৰ ইমান মিছা বদনাম উলিয়াব লাগেনে? মানুহজন ইয়াৰ পৰা গুচি গ'লে অঞ্চলটোৰে ক্ষতি হ'ব। ভদ্ৰাই যোৱা আঠমাহে মানুহজনক বহুতবাৰ লগ পাইছে যদিও কাহানিও অকলে লগ পোৱা নাই। এতিযা সৎ আৰু ভাল মানুহৰ দিন নাই আৰু নাই কাম। ইযাৰ আগৰজন বি ডি অ' ৰূপম দুৱৰাৰ কোনোফালে বদনাম নাছিল? মদাহী, টকা খোৱা আৰু নাৰীলোভী। চিলিমাইৰ জীযেক ৰূপদা তাৰ অত্যাচাৰতে মৰিল। অথচ সেইজনৰ ওপৰত কোনেও ফুচফুচাযো একো নক'লে-

-প'ষ্টাৰ মৰা দূৰৰে কথা। কিমান পইচা খালে, অফিচতে মদ খাই কিমান অত্যাচাৰ কৰিলে, টকা, চাকৰি আৰু নানান প্ৰলোভন দি কিমানৰ ঘৰত কিমান জীয়ৰী-বোৱাৰীৰ লগত গোপন যৌনলীলা কৰিলে। অথচ সভাই সমিতিয়ে তেওঁকেই গামোচাও পিন্ধায়-উদ্বোধন কৰিবলৈয়ো মাতে। ফুকন ছাৰ মানুহ নাছিল দেৱতা। একো বদগুণ নাই, এই সাহসী মানুহটোৰ গাত। অকল সিহঁতৰ গাঁৱৰেই নহয়--বহুত গাঁৱত তেওঁ নিজেই তদাৰকী কৰি ৰাস্তা-পদূলি ডি আৰ ডি এৰ টকাৰে বন্ধালে। গাঁৱৰ মানুহে তেওঁক ঈশ্বৰ বুলি ভাবে। কালৈকো পৰোৱাই নকৰে, ভয় নকৰে। তেনে এজন মানুহৰ ইমান গোকাট মিছা কেলেঙ্কাৰীৰ এয়া প'ষ্টাৰ ওলাল। ৰাইজে ক্ষমা কৰিবনে? এই কাম কাৰ নেতৃত্বত কোনে কিয় কৰিছে সেই কথা ভদ্ৰায়েই নহয় অঞ্চলটোৰ সকলোৱেই গম পাইছে। সিহঁতক সুখেৰে এৰিবনে ৰাইজে?

দুই বজালৈকে অকলে বহি বহি ভদ্ৰা এটা কথাত আচৰিত হ'ল যে ইমান সময়লৈকে গাঁৱৰ কোনো এগৰাকী মহিলাইয়েই তাইৰ খবৰ কৰিবলৈ নাহিল। সান্ত্বনা দিবলৈ নাহিল। সাহস দিবলৈ নাহিল। আনকি ৰেখা, বিজয়া, বন্তি শিখা, মীৰা, কৰুণা, অৰ্চনা প্ৰাণী বাইদেউৰ-কোনো এগৰাকীয়েই নাহিল। তাইৰ যেন মনৰ কথাহে গম পালে ভায়েকে। ৰমেনে তাইৰ কোঠাৰ দুৱাৰমুখলৈ আহি নাটকীয়ভাৱে ক'লে, 'দেখিলিতো-কোনো এজনীয়েই এতিয়ালৈকে নাহিল। সেইবোৰৰ লগতে গোট খাই গাঁৱৰ পৰা মদ উঠাবলৈ গৈছিলি। সিদিনা পুলিচে ৰেইড কৰি কি কৰিলে? সেই হাতে লোটে ধৰাকেইটাক মানুহক দেখুৱাই খুন্দিলে, থানালৈ নি টকা লৈ এৰি দিলে। বেচাৰ পৰাও ল'লে খোৱাৰ পৰাও ল'লে। পুলিচে ক'লে বোলে বেয়া চৰিত্ৰৰ মাইকী এই ভদ্ৰাজনীৰ পৰাহে উপায় নাই। আমি আহিবই লাগিব। তোৰ ওচৰলৈ আহিব কোন কচোন? তোৰ লগত লগ লোৱা বাবে, তোৰ লগত ঘূৰাৰ বাবে আটাইকেউজনীৰে ঘৰে ঘৰে বকিছে। খবৰদাৰ কৰি দিছে। আজি তোৰ লগত বি ডি অ'ৰ বদনাম উলিয়াই প'ষ্টাৰ মাৰিছে। কাইলৈ সিহঁতৰ নামতো কাৰোবাক লেটিয়াই প'ষ্টাৰ মাৰিব। প'ষ্টাৰটো আৰু চিনেমাৰ প'ষ্টাৰ অঁকাৰ দৰে কুকুৰ পোৱালীবোৰে দিনে পোহৰে নামাৰেহি। সবেই জানে কোনে কৰিছে এই কাম। এতিয়ালৈকে কিবা কৰিলেনে? । পুৱাৰেপৰাই ৰমেনে দপ্‌দপ্‌াই আছে ঘৰখনত। মাক, বায়েক, ককায়েক, বৌৱেক আৰু ভতিজা দুটা তাপ মাৰি আছে। আনকি ভদ্ৰায়ো একো মুখেৰে মতা নাই। মহেনে আহি ভদ্ৰাৰ কাণত পৰাকৈয়েই চোতালত বহি থকা ঘৰৰ মানুহবোৰৰ

আগত ডাঙৰ ডাঙৰকৈয়েই ক'লে, 'মই আগতেই কৈছো এইখন গাঁৱত এইবোৰ কৰাৰ লাভ নাই। বাহিৰত সমৰ্থন কৰি দেখুৱালেও ভিতৰি ভিতৰি চব মানুহেই বেয়া। বেয়া নহ'লেও ভয় কৰে। ভদ্ৰাক মই আগতে কে'বাবাৰো কৈছো যে এইখন গাঁৱত এইবোৰ কৰিবলৈ গ'লে শত্ৰু বঢ়াই লোৱাহে হ'ব। সেই বি ডি অ' ছাৰজন—কিমান ভাল মানুহ। তেখেত অহাৰ পৰাই ইয়াত কিমান কাম হৈছে। সেইটোৱেই কথা, ছাৰ অহাৰ পৰা পইচা খাবলৈ পোৱা নাই। পটাপট কামবোৰ হৈছে, সাত বছৰ বেল্টিখাই পৰি থকা লাইব্ৰেৰীটোত ৰং সানিবপৰা কৰি দিলে। চিলি আৰু সৰুমাই বৌৰ ঘৰ দুটাও বনাই দিলে। এনেয়েহে সেইবোৰ খং আছেই তাতে মদ বন্ধ কৰাত লাগিল। সেইজাকক পুলিচে মানুহক দেখুৱাই খুন্দিলেও ধৰি বান্ধি নি টকা সোপাও খালে। এৰিও দিলে। কঁকালত গছক পৰিলে, নেজত গছক পৰিলে ভতুৱায়ো ঘেং কৰি কামোৰ মাৰে।' ।

সুস্থ চিন্তা আৰু সুস্থ মগজুৰেই তিনিমান বজাত ভদ্ৰা ওলাল। তাই সাধাৰণ মেখেলা চাদৰ এজোৰকে পিন্ধি ল'লে। মাক-বাপেকৰ ওচৰত বৈ সাধাৰণভাৱে ক'লে—থানালৈ যোৱাৰ কথা। বাপেক-মাক হাল প্ৰথমে আচৰিত হ'ল যদিও কিছুপৰৰ মূৰত সুধিলে, 'থানালৈ গৈ কি কৰিবি। পুলিচো এই চোৰ মখাৰ লগত যোগ আছে। তাতে তই অকলে থানালৈ গৈ কি কৰিবি? বাপেকৰ কথাত মাকেও সমৰ্থন দিলে।

—তথাপিও যাব লাগিব, নহ'লে চল পাব। আৰু এটা কথা বি ডি অ' ছাৰৰ নিচিনা মানুহ এজনৰ ওপৰত ইমান গোকাট মিছা অপবাদ দিয়াৰ পিছতো যদি অন্ততঃ থানাত এজাহাৰ এখনো নিদিওঁ সিহঁত শিয়ালবোৰে কাইলৈৰ পৰা দিনতে খেকখেকাবলৈ ধৰিব হাৰিলো বুলি ভয় খালো বুলি। হয়তোবা মাক-বাপেকে ভদ্ৰাক কিবা ক'ব খুজিছিল যদিও কোদোবাহৰ দৰে খং বেজাৰত ওলমি থকা মুখখনলৈ চাই একো ক'ব নোৱাৰিলে। নঙলামুখতে নবৌৱেক জুনুকাই স্বগতোক্তি কৰাদি কৰি ক'লে, 'কোনোবা দুজনীমানক লগত লৈ যাবা। অকলে যাবাজানো? নবৌৱেকৰ কথাত ভদ্ৰাই একো উত্তৰ নিদিলে।

—এই ৰমেনো মহেনৰ লগত ওলাই গ'ল। মহেন ভালতহে ভাল বেযাত যমকাল। দুয়োটাই গোটখাই ক'ৰবাত কিবা অঘটন নঘটালেই হয়। ক'ৰবাত পাব যদি সিহঁতকো লৈ যাবি বুলি ককায়েকও ক'লে। গহীন খোজেৰে ভদ্ৰা ওলাই গ'ল।

**কাহিনীৰ দৰ্শক হিচাপে শেষ অধ্যায়ত লেখকৰ ক'ব লগীয়া**

ভদ্ৰা গহীন খোজেৰে থানালৈ ওলাই গ'ল বিয়লি ছাৰে তিনিমান বজাত। তাৰপিছত ঘটনাবোৰ দ্ৰুততৰ হ'ল যেন এক সীমাবদ্ধ সময়ৰ ভিতৰত শেষ কৰিবলগীয়া হোৱাৰ বাবে কথাছবিখনৰ সমাপ্তি ঘটাবলৈ খৰখেদা কৰিবলগীয়া হ'ল পৰিচালকগৰাকীয়ে। নাইবা নাটক এখনৰ যৱনিকা পেলাবলৈ নাট্যকাৰে বৰ দ্ৰুতগতিৰে পঞ্চম অধ্যায়টোত ঘটনাবোৰ থূপ খুৱাই দিলে ঠিক তেনেকুৱা হ'ল ভদ্ৰা ওলাই যোৱাৰ পিছত।

সন্ধ্যা লাগিল ভদ্ৰা নাহিল। সময় যিমানেই আগবাঢ়িছে ঘৰখনৰ মানুহকেইটাৰো বুকুৰ ধমনীত ৰক্ত সঞ্চালনৰ গতি তীব্ৰতৰ হৈছে। মাক আৰু নবৌয়েক জুনুকাৰ যেন বুকুৰ ঢপ ঢপনিৰ শব্দ নিজৰ কাণতে আগৰ দিনৰ গাঁৱত বিহুৰ চিৰাখুন্দা ঢেকীৰ শব্দৰ দৰে পৰিছে। ককায়েক মহেন আৰু ভদ্ৰাৰ ভায়েক ৰমেন ওলাই গ'ল ঘৰ পায়েই পুনৰ। সিহঁতে প্ৰথমে ৰেখা, বিজয়া, করুণা ইন্দ্ৰানী মাষ্টৰণী, বন্তিশিখা, মীৰাহঁতৰ ঘৰত সোমাই গম পালে যে আজি তেওঁলোকো কেনিও কোনো ওলোৱা নাই আৰু ভদ্ৰাও অহা নাই। দেখুৱাই নহয় সঁচাকৈয়ে আটাইকেউজনীয়েই ভদ্ৰা থানালৈ গৈ এই পৰলৈকে ঘূৰি নহা কথাটোৰ চিন্তাত অষ্ঠ কণ্ঠ, মুখ-চকু শুকাই গ'ল অঙঠাত সেকি খৰখৰীয়া কৰা পাপৰখনৰ দৰে। ৰমেনহঁত থানা পালেগৈ। থানাত অ' চি, ছেকেণ্ড অফিচাৰ কোনো নাই। এ এছ আই সুনীল খাৰঘৰীয়াই ক'লে বোলে মই সন্ধ্যাহে আহিছো। তেতিয়া কিন্তু কোনো নাই। ছাৰহঁতকো পোৱা নাই। কৈ এ এছ আইজনৰ কিবা বাহিৰত ডাঙৰ জৰুৰী কাম থকাৰ দৰে বাৰাণ্ডাইদি নামি গৈ থানাখনৰ দক্ষিণ চুকত থকা আমগছজোপাৰ ফালে গ'ল। মাৰৰ কোবত মুখ-চকু চেপি পিঠাৰ দৰে ফুলি থকা লকআপত সোমাই থকা মানুহটোৱে চকুৰ ইচাৰা দি ৰমেনক ওচৰলৈ মাতিলে। সি চাৰিওফালে চকু ফুৰাই বৰ ভয়ে ভয়ে ফুচ ফুচাই ক'লে। ছোৱালী এজনী আহিছিল। অলপ পিছতে ল'ৰা পাঁচাটোমানো আহিছিল। অ' চি ছাৰৰ সমুখতে কিবা তৰ্কাতৰ্কি লাগিল। তাৰ পিছত গাড়ী এখন থানাৰ পৰা ওলাই গ'ল। তাত কোন গ'ল নাজানো। মই কৈছো বুলি ক'লে মোক মাৰি পেলাব। মোৰ কথা নক'ব। ছোৱালীজনীয়ে অকলে অকলে খুব গালি পাৰিলে। অ' চি ছাৰকো কিবা কিবি বহুত ক'লে বুলি বাৰাণ্ডাত জোতাৰ শব্দ শুনি সি চকু মুদি বহি দিলে। ৰমেন ওলাই আহিল।

ৰমেন মহেনহঁতৰ লগ লাগিল লাইব্ৰেৰীটোৰ কাম কৰা ল'ৰাজাকো। গোটেই ৰাতিৰ ৰাতিটো গাওঁখন বিচাৰি চলাথ কৰিলে। গাঁৱৰ এটাও পুখুৰী নাদ নাই

নিৰিচাৰিবলৈ। হাবি জঙ্গল চব বিচাৰিলে। তেতিয়াহে গম পালে মানুহে যে বি ডি অ' হাৰ যোৱা সোমবাৰেই মাকৰ চিৰিয়াছ বুলি খবৰ পোৱাত মৰিগাঁৱলৈ গ'ল ছুটী লৈ। আজি পাঁচ দিন হ'ল। ক'বলৈ গ'লে জয়থান নামৰ মহকুমাটোৰ ভিতৰতে ডাঙৰ গাওঁখনৰ কোনেও যেন ৰাতি লাইট চাকি লেম্প নুনুমালে। ৰাতি যেন সৰু সৰু ল'ৰা ছোৱালীবোৰৰ বাহিৰে কোনেও যেন চকুৰ টিপ নামাৰিলে। ৰাতি হাৰে বাৰমান বজাত জগত, বিজয়, বিপুল, হৰেশ আৰু মুকুল থানালৈয়ো গ'ল। অ' চি আচৰিত হ'ল। অ' চিৰ মতে ভদ্ৰা আহিছিল হয়। কিন্তু চাৰিমান বজাত গ'লগৈ। অ' চিয়ে লগতে ক'লে বোলে মই কাইলৈ এনকোৱাৰিত যাম বুলি কৈ পঠাইছো। অ' চিয়ে নিজৰ কোৱাৰ্টাৰৰ খিৰিকীৰে লগতে ইয়াকো হৰেশহঁতক ক'লে বোলে তোমালোকে বিচাৰ খোচাৰ কৰা নাপালে ন মান বজাত থানালৈ আহিবাহঁক বুলি খিৰিকী বন্ধ কৰি দিলে।

কি কৰিব এতিয়া? ক'লৈ যাব পাৰে? লক আপত থকা ল'ৰাটাৰে ফুচফুচাই কোৱা কথাখিনি জানো মিছা কথা। সিও চিনি নাপায়। তাকো ৰমেনহঁতে চিনি নাপায়। তেনেহ'লে সি কিয় মিছা কথা ক'ব? সি যি দেখিছে তাকহে কৈছে।

পিছদিনা গোটেই গাঁওখন বিশেষকৈ ভদ্ৰাইঁতৰ ডাঙৰ চুবুৰীটো যেন এইমাত্ৰ মানুহ খৰি দি ঘৰাঘৰি মানুহবোৰ যোৱাৰ পিছত এখন মৰিশালিলৈ ৰূপান্তৰ ঘটিল ঠিক তেনেকুৱা নিৰ্জন, নীৰৱ, পৰিৱেশ এটা হ'ল। কাউৰী, কুকুৰ, চৰাই-চিৰিকতিবোৰৰ বাহিৰে যেন আৰু মানুহ নাই গাওঁখনত। ভদ্ৰাৰ কি হ'ব পাৰে। কোনোবাই ধৰ্ষণ কৰি যদি হত্যা কৰিলে শটো ক'ত পেলালে? আৰু ভদ্ৰাৰ নিচিনা সাহসী মানুহ এজনীক কোনোবাই ধৰ্ষণ কৰি হত্যা কৰিব পাৰিব সেইকথাটোও মানুহে বিশ্বাস কৰিবলৈ টান পালে। তেনেহ'লে মানুহজনী কেনি গ'ল? কোনে কি কৰিলে? থানাত অ' চিটোৱে এজাহাৰখন ল'লে যদিও কথাটোত বৰ বেছি গুৰুত্ব নিদিলে যেন বোধ হ'ল ৰমেনহঁতৰ। অ' চিৰ মুখৰ এটা কথাত ৰমেনৰ মূৰৰ ভিতৰৰ ঘিঁউবোৰ যেন উতলি উঠিল বৰবৰকাই। অ' চিয়ে স্বগতোক্তি কৰাদি ক'লে এইবোৰ বেয়া চৰিত্ৰৰ ছোৱালী—কোনে জানে ক'ত কাৰ লগত পলাল এতিয়া বিপদ হয় আমাৰহে। বেয়া চৰিত্ৰৰ ছোৱালী! ভদ্ৰা বেয়া চৰিত্ৰৰ ছোৱালী!

বাপেকটোৰ দেখাদেখিকৈ দুচকুৰেদি পানী বাগৰি থকা নাই যদিও মাকজনীৰ দুয়োখন শোতোৱা পৰা গালৰ খলাবমাবোৰো চকুৰ পানীযে তিয়াই ৰাখিছে। মানুহহালে অগত্যা নোৱাৰাতহে বহাৰ পৰা উঠে নহ'লে বহিয়েই থকা হ'ল।

ঘৰখনৰ সকলোৱেই এটা কথা লক্ষ্য কৰিছে যে গাঁৱৰ কোনো মানুহেই আনকি কোনো এগৰাকী মাইকী মানুহেও ঘৰখনলৈ আহি খবৰ এটা কৰাহি নাই। নাই অহা ছাঁৰ দৰে ঘূৰি ফুৰা ৰেখা, বিজয়া, পূৰ্ণিমা, অৰ্পণা, হাচনা, কৰুণাইঁতৰো এজনীও। কি হ'ল? ইমান ভয় কিয়?

তিনিদিন গ'ল তেনেদৰেই। গাওঁ নিজম-নিতাল পৰিয়েই আছে। আনকি পুৱা-সন্ধ্যা নামঘৰত নামঘৰীয়াই যেন ডবাটোও সৰুকৈয়েহে কোবাইছে। ভদ্ৰাৰ খবৰ নাই। ক'তো পৰি থকা শ বো খবৰ পোৱা নাই আৰু খবৰ-কাকততো তেনে খবৰ নাই। ভদ্ৰাৰ বাপেকটোৰ এনে এটা ধাৰণা হ'ল যেন গাওঁখনৰ তেওঁলোকক বাদ দি সকলো মানুহেই কেনিবা উঠি গুচি গ'ল। এতিয়া অকল তেওঁলোকহে গাওঁখনত আছে নেকি? কি হ'ল ছোৱালীজনীৰ?

কিন্তু বিযলি তিনিমান বজাত এটা অকল্পনীয ঘটনা ঘটিল। কোনো কেনিও এইকেইদিন ঘৰৰ পৰা নোলোৱা অৱস্থাত কামটো কেনেকৈ সম্ভৱ হ'ল? কোনেও তত ধৰিব নোৱাৰিলে। কথাটো ইকান সিকানকৈ শুনাৰ পিছত ঘৰৰ ভিতৰতে থকা মানুহবোৰ চোতাললৈ ওলাল। আনকি উধানটোৰ নিচিনাকৈ এই কেদিন অলৰ-অচৰ হৈ এক ঠাইতে বহি থকা ভদ্ৰাৰ মাক-বাপেকহালো চোতাললৈ ওলাই আহি দৌলমূৰীয়া নাহৰজোপাৰ তলত ৰ'লহি। দেখি আচৰিত হ'ল কাণ্ডটো। কোনে কেনেকৈ সম্ভৱ কৰিলে?

হাতে হাতে তাঁতৰ কান, দুৱাৰ ডাং বা জেওৰা একোডাল লৈ মহিলাৰ মৌন সমদল এটা গাওঁখনৰ মাজৰ গডকাপ্তানী পথটোৰে আহি আছে। কাৰোৰে মুখতে মাতবোল নাই। সকলো আছে তাতে। ৰেখা, বিজয়া, কৰুণা, বন্তিশিখা, মীৰা অপৰ্ণা, হাচনা, ইন্দ্ৰানী মাষ্টৰণীকে ধৰি গোটেই গাওঁখনৰ মহিলাবোৰ আছে। তেওঁলোক বোলে এতিয়া প্ৰথমে ৰাজেন, অতুল, প্ৰকাশ, প্ৰদীপহঁতৰ ঘৰে ঘৰে যাব। তাৰ পিছত যাব মাৰোৱাৰী কংগ্ৰেছীটোৰ ঘৰলৈ। তাৰ পাছত যাব বোলে থানালৈ। কোনেও মুখেৰে মতা নাই যদিও কথাটো ৰাষ্ট্ৰ হৈ পৰিল। কিন্তু মাইকী মানুহবোৰৰ হাতত লাঠি মাৰিবোৰ কেলেইে? নিজৰ মনতে হোৱা এই প্ৰশ্নটোৰে যেন চাৰিদিন নিখোজ হৈ থকা ভদ্ৰাজনীকহে নিজৰ মুখত দেখা পালে, ভদ্ৰাৰ মাকৰ তেনে ধাৰণা এটা হ'ল।



# শব্দত নিস্তব্ধ ধৰণী

**( পথ শুদ্ধনে অশুদ্ধ সেই দৰ্শন বিতৰ্কলৈ এৰি, যিসকলে দেশপ্ৰেমৰ ব্যৱসায় কৰা নাই, যিসকলে সংকীৰ্ণ ন্যস্ত স্বাৰ্থ পূৰণৰ বাবে দেশপ্ৰেমক মাধ্যম কৰি লোৱা নাই, যিসকলে সঁচাই গৰিষ্ঠ সংখ্যক ভিকহুৰ মুক্তিৰ বাবেই ভৰ দুপৰতে ঘাতকৰ হাতত প্ৰাণ দিলে সেইসকল সহোদৰ আৰু তাপিত মাতৃসকলৰ নামত উৎসৰ্গিত।)**

**এক**

ক'ত ? মোৰ ল'ৰাটো ক'ত? ক'ত গ'ল মোৰ ল'ৰাটো? দোকমোকালিতে সি ওলাই গৈছিল। সি কিবা এটাৰ উমান ধৰিব পাৰিছিল। হাতত সাৰে ভৰিত সাৰে সি ওলাই গ'ল। বিছনাতে সি মোৰ গাত হেঁচুকি জগালে। মুখেৰে শব্দ কৰিবলৈ হাক দিলে। মোক কথা ক'বলৈ হাক দিলে। সি ক'লে বৌতি মই আহিছো। দুদিনমান থকাৰ কথা ভাবিছিলো যদিও নোৱাৰো। আৰ্মী আহিছে যেন লাগিছে। বৰ বেয়া দিন পৰিছে। কশুহঁতক অলপ সাৱধানে ৰাখিবি, মই আহিছো দেই। আজি ভালেমান মাহ দেখাই নাই বুলি ক'বি। ল'ৰাটো গুচি গ'ল।

মই এইবোৰ দেশৰ আওভাও একো নাপাওঁ। অৱশ্যে মই তাহানি তৃতীয় শ্ৰেণীলৈকে গাঁৱৰ এল পি স্কুলত পঢ়িছিলো। মাষ্টৰৰ মতে মই হেনো পঢ়াত বৰ বেয়া নাছিলো। কি হ'ব। স্কুল এৰুৱাই দিলে। বোপায়ে চাই দিয়া মোক খুজিবলৈ অহা প্ৰথম দৰাটোকে জোঁৱাই কৰিলে।

মোৰ ল'ৰাটো। ক'ত গ'ল মোৰ ল'ৰাটো? সঁচাকৈয়ে হয়। ল'ৰাটো দোকমোকালিতে ওলাই গৈ বোধহয় বাৰীৰ চুকৰ জামুগছজোপাৰ তল পাইছিলগৈহে আমাৰ সৰু জুপুৰিটো ঘেৰাও কৰিলে। চাৰিওফালে বুট জোতাৰ দপদপনি। মোৰ বুকু কঁপি উঠিল। বীণা আৰু কণু মোৰ ছোৱালী দুজনী মোৰ গাতে চিকুৰা লগাদি লাগিল। আমি তিনিওজনীৰে বুকুৰ ঢপ-ঢপনিৰ বাহিৰে ঘৰটোৰ ভিতৰত

আৰু একো শব্দ নাই। মোৰ বুকুখনত বিছুৱে আগতে চিৰা খুন্দাদি যেন কোনোবাই ঢেকীহে খুন্দিছে। আমি তিনিওজনী লাডু হৈ থাকোতেই বাহিৰত চিএঃৰ বাখৰ। কোনোবাই হিন্দীত কৈছে কিবাবোৰ তাৰে ভিতৰত এটাই অসমীয়াতে মই বুজি পোৱাকৈ চিঞৰিছে।

চাওঁ দুৱাৰ খোলক, দুৱাৰ খোলক। কোন আছে দুৱাৰ খোলক। সাৱধান কোনো ভিতৰৰপৰা পলোৱাৰ চেষ্টা নকৰিব দুৱাৰ খোলক। যিমানেই বাহিৰৰপৰা শব্দবোৰ ভিতৰ সোমাইছে সিমানেই আমাৰ তিনিজনীক সাপে মেৰাই ধৰাৰ দৰে লাগিছে। গোটেই গাটো মূৰৰপৰা ভৰিলৈকে আকৌ ভৰিৰপৰা মূৰলৈকে শিৰিক শিৰিককৈ পালজ্বৰত ভোগা মানুহৰ দৰে জাৰ লাগিছে। নোমবোৰ থিয় হৈছে। থিয় হৈ পৰা নোমবোৰে বেজীৰ দৰে গাটো বিন্ধিব লাগিছে। আমি তিনিওজনীয়ে কি কৰো কি নকৰো ভাবি থাকোঁতেই দুৱাৰখন হেঁচা মাৰি গিৰগিৰকৈ সিহঁত সোমাই আহিল। ভিতৰত দাং দি থোৱা পুৰণা বাঁহৰ দুৱাৰহে আছিল বাবে দুৱাৰখন পোলাবপৰা এবাই যাবলৈ বেছিপৰ নালাগিল। সিহঁত সোমায়েই হাতে হাতে বন্দুক টোঁৱাই চাৰিওফালে এনেদৰে চাবলৈ ধৰিলে যেন বেৰত থকা জেঠী-মকৰাবোৰহে পাত পাতকৈ বিচাৰিছে কাৰণ সৰু কোঠা দুটাতনো অন্য কি চাবলৈ আছে। দুটামানে সোতমোচ খাই থকা বিছনাবোৰ বন্দুকৰ নলীৰে লুটিয়াই কগৰাই চালে। সিহঁতৰ হাতে হাতে টৰ্চ্চলাইট আছিল যদিও দুৱাৰনে এবাৰহে টৰ্চ্চ মাৰিব লগা হ'ল। কাৰণ ইতিমধ্যে বেৰৰ জলঙাৰে বাহিৰৰ পোহৰ আহি ভিতৰ সোমাইছিলহি। এইবাৰ সিহঁতে গুডৰ লদাত লাডু হৈ থকা পৰুৱাৰ দৰে একেঠাইতে তিনিজনীক দেখি আমালৈ চালে। মই চাই থাকোঁতেই দুটামানে চকুৰে কিবা কথা পাতি এটাই মোৰ হাতটোত ধৰি এচাৰ মাৰি একৰাই দিলে। বীণা আৰু ৰুণুৱে চিঞৰিবলৈ ধৰিলে যেন বিছনাৰপৰা হামখুৰি খাই পৰা কেঁচুৱাইহে কান্দিছে। ময়ো চিঞৰিবলৈ ধৰিলো। দুটাই নিজৰ ডিঙিৰপৰা মাফলাৰ দুখন একৰাই এটাই মোৰ হাত দুটা পিঠিৰ ফালে বান্ধি এটাই মুখখন বান্ধি পেলালে। বিছনাৰ খুঁটাটোতে সিহঁতে মোক আটি আটি বান্ধিলে। তাৰ পিছৰখিনি কথা আৰু মই ক'ব নোৱাৰো দেউতাসকল। পিছে সকলোবোৰ কথা ক'ব পৰাকৈ মোৰ জ্ঞানো নাছিল কাৰণ মই অচেতন হৈ পৰিছিলো।

কিন্তু যেতিয়া মই সাৰ পোৱাদি পালো। তেতিয়া বিছনা দুখনত ছোৱালীদুজনী লেচাৰ হৈ পৰি থকা দেখিলো। সিহঁতৰ গাত কাপোৰ-কানি একো নাছিল। দুয়োজনীৰে চকু দুটা মৰা পাৰ চৰাইৰ দৰে আধামুদা হৈ আছিল আৰু সঁচাকৈয়ে

মই সিহঁত দুজনী মৰিল বুলিয়েই ভাবিছিলো।

আপোনালোকৰ চকুৰ আগতে আপোনালোকৰ জীয়াৰী ছোৱালীক এনেকৈ লেচাৰ হৈ যোৱাকৈ কোনোবাই দকচি দকচি চোবাই খাইছেনে? নাই খোৱা। তেনেহ'লে আপোনালোকে মোৰ মাকজনীৰ মনৰ বেজাৰ কি বুজিব। আজিও যেতিয়া সিহঁতে ৰাতি বিষত কেঁকাই থাকে মই যেন ডাঙৰকৈ জুই একুৰা জ্বলাই লৈ তাতে ছোৱালী দুজনী জাপি দি নিজেও জাহ যাম তেনেকুৱা লাগে।

ক'ত গ'ল মোৰ ল'ৰাটো? মোৰ ল'ৰাটো ? সেই দোকমোকালিতে কাউৰী কুকুৰাই ডাক নিদিওঁতেই সি গুলাই গৈছিল।

মোৰ চাৰিটা ল'ৰাৰ ভিতৰত এটাহে বাচি আছিল। বাকী তিনিটা মৰিল। দুটা বেমাৰত মৰিল আৰু এটাই চিপ লৈ মৰিল। ছবছৰীয়া আৰু চাৰিবছৰীয়া ল'ৰা দুটা চকুৰ আগতে তিনিদিনৰ অগা-পিছাকৈ মৰিল। তেজ গ্ৰহণী হৈছিল। ডাক্তৰ আনিবলৈ পইচা নাই। অসমীয়া দৰব খুৱাইছিলো। মাঘী বেজৰপৰা পানী কটাই আনি খুৱালোহি। কাম নহ'ল। অগা পিছাকৈ দুইটা মৰি থাকিল। সৰুটোৱে মৰিবৰ আগে আগে ওচৰতে থকা মুখধোৱা চৰীয়াটোত থকা পানীবোৰকে কোঁট কোঁটকৈ পি খালে। ভিতৰৰপৰা আহি এনেয়ে হাগনি হৈছে তাতে লেতেৰা পানীবোৰ খাই মৰিব খুজিছ নেকি বুলি খণ্ডতে দুচকা লগালো। সন্ধিয়ালৈ ল'ৰাটো মৰি থাকিল। তাৰ দুদিনৰ পাছতহে ডাঙৰটো মৰিছে। ছোৱালী কেজনীবো সেই একেটা ব্যাধিকে হৈছিল। নমৰিল। এতিয়াহে ভাবিছো সিহঁত দুজনীও যদি তেতিয়াই মৰি থকাহেঁতেন! কেঁকনি শুনিলে মোৰ কেতিয়াবা এনে লাগে যেন শোৱাতে কপিদাখনেৰে সিহঁত দুজনীৰ ডিঙিকেটা ছিঙি লৈ শেষত নিজৰ ডিঙিটো নিজেই ঘাপ লগাই মৰিম। কি সুখ খাবলৈ জীয়াই আছো হয়নে?

এদিন ভৰ দুপৰীয়াতে গম পালো যে সিহঁত বোলে আজি ৰাতি আকৌ গাঁও খানাতালাচ কৰিবলৈ আহিব। মোৰ যেন বহি থকাতে সৰুপানী ওলাল। মই বেঙেমূতা গৰুৰ দৰে কঁপিবলৈ ধৰিলো। সাপৰ মুখতপৰা ভেকুলীৰ দৰে যেন মই চিঞৰিবলৈ ধৰিলো। ৰীণা আৰু কণুক ক'লোহে ক'লো বোলো তহঁত দিনে পোহৰে মোমায়েৰৰ ঘৰলৈকে যাহঁত। সিহঁত কিন্তু নাযায়। সিহঁত নাঁচোৰবান্দা। সিহঁত হেনো মৰিবলগীয়া হ'লে ইয়াতে মৰিব তথাচ মোক এৰি থৈ নাযায়। মোৰ খং উঠিল। চিঞৰি চিঞৰি ক'লো মিলিটেৰী পৈয়েৰহঁতৰ সোৱাদ পালি। সেইবাবেহে দকচি থাকোঁতেও যাবলৈ মন নকৰ। আৰু কিবা কৈছিলো। মোৰ মনত নাই। মুখখন দুৰ্গা গোসাঁনীৰ আগত বহি থকা পুৰোহিতৰ

দৰে চলিছিল। কি বলকিছো মোৰ মনত নাই। কিন্তু মই বকিছো আৰু বকিছো। কান্দি কান্দি সিহঁত দুজনী যাবলৈ ওলাল। গ'লগৈ। সিহঁত দুজনী যোৱাৰ পাছতহে মোক শোকে খুন্দা মাৰি ধৰিলে। সিহঁত ওলাই যোৱাৰ পাছত এবেলাপৰ বহি ময়ো কান্দিলো। নিচেই সন্ধিয়াতেই বেলি পাটত বহিবলৈ নাপালেই ছন্নমূৰকৈ সিহঁত আহি আকৌ গাঁও সোমালহি। এইবাৰ গোটেই গাঁওখনত হুৰাদুৰা লাগিল। চাৰিওফালৰপৰা চিএৰ-বাখৰ-কান্দোন-কাটোনেৰে গাঁওখন ভৰি গ'ল যেন ফাকুৱা খেলি খেলিহে ল'ৰা-ছোৱালীবোৰে চিএৰ-বাখৰ লগাইছে। গোপগোপাই আমাৰ ঘৰলৈয়ো কেইটামান সোমাই আহিল। সোমায়েই সিহঁতে কোঠা দুটাত পিত পিতকৈ কিবা বিচাৰিলে। মই চুকতে তাঁতৰ বাঁচখনৰ দৰে বেৰতে চেপেটা লাগি আছো। কেইটামানে পিছফালে গৈ বাৰীখনত টৰ্চ্চ মাৰি চালে। এটাই উবুৰিয়াই থোৱা ধানৰ ডুলিটোও উদঙাই চালে। সিহঁতে কি চাইছে মোৰ বুজিবলৈ বাকী নাথাকিল। তথাচ মই এটা উচ্চাৰণ নকৰাকৈ চেপেটা লাগি আছো। এইবাৰ সিহঁতে মোৰ ফালে চোঁচা ল'লে। মোৰ সমুখত বৈ সিহঁতৰ ভাষাতে মোক কঠুৱা মাতেৰে কিবা প্ৰশ্ন কৰিবলৈ ধৰিলে। যদিও মই সিহঁতৰ ভাষা বুজিব পৰা নাছিলো তথাচ সোধাৰ গতি আৰু আওভাও ধৰি বুজিছিলো যে সিহঁতে বীণা আৰু ৰুণুৰ কথাকে সুধিছে। মই একোকে উত্তৰ দিব পৰা নাছিলো। মই ঠক ঠককৈ বতাহত কঁপা আগলি কলপাতখনৰ দৰে কঁপি আছিলো। এটাই মোৰ কঁকালতে মাৰ মাৰি দিলে। যেতিয়া মই বিষত কুঁজা হৈ পৰিলো সঁচা কথা কৈছো, আপোনালোকৰ আঁৰ হ'বলৈকে মই মিছা মতা নাই, এটাই মোক চোঁচোৰাই বাঁহৰ চাংখনত পেলাই লৈ মোৰ ওপৰত জপিয়াই পৰিল। মোৰ ওপৰত এই তিনিকুৰিৰ ওচৰ চপা শুকান দেহটোৰ ওপৰত পৰি এটাই যেতিয়া মোৰ কঁকালৰপৰা পুৰণা মেখেলাখন আঁজোৰ মাৰি এৰুৱাই দিলে বাকী কেটাই কিৰিলি পাৰি হাঁহি হাঁহি কোঠাটোৰপৰা ওলাই গুচি গ'ল। মোৰ গাৰ ওপৰত পৰা মোটোহাটোৱে কি কৰিছে মই ক'ব নোৱাৰো। কিন্তু এবাৰ গম পালো যেন কাঠখোলা গিৰমিট এডালহে মোৰ শৰীৰৰ ভিতৰলৈ সোমাই গৈছে। দুখত, কষ্টত মই যিমানেই ছাটিফুটি কৰিবলৈ ধৰিলো সিমানেই যেন গিৰমিটডাল গাৰ ভিতৰলৈ সোমাই গৈছে। তাৰ পাছত মই আৰু ক'ব নোৱাৰা হ'লো। যেতিয়া সাৰ পালো গোটেই পৃথিৱীখনেই তেতিয়া নিমাও মাও। ক'তো কেনিও কুকুৰ এটায়ো ভুকা নাই। ৰাতি কিমান হ'ল মই একো গম নাপাওঁ। গাঁওখনৰ সকলো মানুহকে সিহঁতে মাৰি থৈ গ'লনেকি আকৌ কেনিও যে একো শব্দ নাই। নে

গাঁৱৰ সকলো মানুহকে সিহঁতে গাড়ীত ভৰাই লৈ গ'ল। মোকেহে সিহঁতে অকলে এই ভগা চাংখনত পেলাই থৈ গ'ল নেকি আকৌ?

বাহিৰত পূৰ্ণিমাৰ জোনাক। বেৰৰ ফাঁকেদি ঘৰৰ চালৰ ফুটাইদি ভিতৰত পোহৰ পৰিছে। দুৱাৰ-ঘৰ ঢোপাংপাং খোলা। মই বহুত কষ্ট কৰিও বিছনাৰপৰা উঠিব পৰা নাই।

শৰীৰটো যেন এফালৰপৰা মৰি আহিছে। গোটেই গাত বিষ আৰু চেকচেকনি। গাটোত চেঁচা লাগিলতহে হাত দি চালো যে শৰীৰত কাপোৰ বুলিবলৈ সূতা এডালো পৰি থকা নাই। এবাৰ হাত দুটাতে ভেজা দি উঠিব খোজোতেই মূৰটো আচন্দ্ৰাই কৰি আকৌ তপৰকৈ বিছনাত সৰি পৰিলো। কিমান দেৰি তেনেকৈ বিছনাত পৰি থাকিলো ক'ব নোৱাৰো। যেতিয়া সাৰ পোৱাদি পালো তেতিয়া মোৰ খুব পিয়াহ লাগিছিল। ডিঙিটো শাওণমহীয়া ব'দত শুকুওৱা কল বাকলিটোৰ দৰে খৰখৰীয়া লাগিল। এইবাৰ বহুত কষ্ট কৰি বগুৱাবাই বিছনাতে বহিলোঁ। মূৰটো চক্ৰাকাৰে ঘূৰাবলৈ লাগিল। কিছুপৰ তেনেকৈ বহি থকাৰ পাছত থম ললে। ওচৰতে পৰি থকা চাদৰখন সৰু ছোৱালীয়ে খেমালি খেলিবলৈ পিন্ধাৰ দৰে গাত মেৰাই ল'লো। চাদৰখন গাত লাগিলতহে পোৱা বেঙেনাৰ দৰে ওলমি থকা মোৰ পিয়াহ দুটাতো চেক চেকনি উঠিছিল। মোৰ খুব পিয়াহ লাগিছিল। অ'ত ধৰি ত'ত ধৰি খুন্দিয়াই মই পাকঘৰৰ চালিখনৰ ফালে খোজ পেলালো। প্ৰতিটো খোজতেই যেন মই হুমখুৰি খাই খাই পৰিম। মনতে ভাব হ'ল যে এইটো মোৰ মৰ পিয়াহ লাগিল। দুৱাৰ ঘৰ সকলো খোলা। পাকঘৰৰ মজিয়াত মই পিচলখাই পৰিলো। আকৌ মূৰ ঘূৰাবলৈ ধৰিলে। কথমপি উঠি বহি খেপিয়াবলৈ ধৰিলো। কলহ দুটা আৰু বাল্টিংটো কাতি হৈ পৰি আছে। সিহঁতমখাই এই কলহ বাল্টিংৰ আঁৰতো চাগে কণুইতক বিচাৰিছিল। ভিতৰত এটোপালো পানী নাই। মোৰ ইমানেই পিয়াহ লাগিছিল যে কোনোবাই যদি মূত এসোপাকে দিলেহেঁতেন তাকো মই কোঁট কোঁটকৈ পি খাব পাৰিলোহেঁতেন। জুহালৰ ওচৰৰপৰা চাকিটো লৈ আকৌ আহি বিছনাৰ ওচৰ পালোহি। কেনেকৈ যে শৰীৰত ইমান বিষ লৈ মই ঘূৰি ফুৰিছো মই নিজেই ক'ব নোৱাৰো। টোচকখনৰ তলতে জুইশলা বাকচটো আছিল। তাকে বিচাৰি পোৱা নাই। টোচকখনেই সোতমোচ খাই আছে। এবাৰ জুইশলাটোত হাত পৰিল। দুটা কাঠি নষ্টলাৰ পাছত শিখটো জ্বলিল। চাকিটোৰ পোহৰতে নিজৰ উদং গাটো দেখি আকৌ ঠেকেচা মাৰি দিয়া জীয়া মাগুৰ মাছ এটাৰ দৰে মোৰ সৰ্ব শৰীৰত কঁপনি উঠিল। টোচকখনতো

তেজ পৰি আছে। মোৰ পিয়াহ লাগিছে। মোক এতিয়া কোনে পানী এগিলাছ আনি দিব। হাতৰপৰা চাকিটো নমাই মজিয়াত গোবৰ এচুবাৰ দৰে হৈ থকা মেখেলাখন লৈ পিন্ধিলো। গাত চাদৰখন মেৰাই মই হাতত চাকিটো লৈ চোতাললৈ নামিলো। সোমনাথহঁতৰ চোতাল আৰু আমাৰ চোতাল একেখনেই বুলিব পাৰি। মাজত মাথো জেওৰা এখন। মই গৈ সোমনাথহঁতৰ দুৱাৰত হেঁচা মাৰি ঘৈণীয়েকক মাতিলো, সৰুমাই অ' সৰুমাই। দুৱাৰখন মেলি দিলে সোমনাথে। সম্বন্ধত সোমনাথ মোৰ দেৱৰ। সি দুৱাৰখন মেলি দিয়েই নৰ'ল। মোক মাত এষাৰো নলগাই কাঠৰ চকীখনত বহিল। মই ভিতৰলৈ গৈ দেখিলো মোৰ দৰেই সৰুমাই বিছনাখনত পৰি আছে আৰু কেঁকাইছে। বয়সত সৰুমাই মোতকৈ সৰু যদিও চেহেৰা পানী, শ্ৰীচেহেৰা মোৰ দৰে একেই, শুকান। তাতে মানুহজনী বিষালিও। সৰুমাইৰ কি হ'ল মোক আৰু কোনেও ক'বলগীয়া নহ'ল। মই পাকঘৰলৈ গৈ ঘটিটোৰে এঘটি পানী খালো। খাই ওলাই আহি সোমনাথৰ ওচৰত বৈ শেহাই শেহাই ক'লো, লাবন্য, ধনেশ্বৰহঁত কেনি গ'ল? কওঁ নকওঁকৈ সোমনাথে ক'লে,— 'ক'ব নোৱাৰো'। সেইজাক সোমোৱাৰ লগে লগেই পিছফালে দৌৰ মাৰিলে। ক'ত মৰিলগৈ নাজানো। মই দুৱাৰতে গাটোৰে ভেজা দি অলপ ৰ'লো। আকৌ সোমনাথেই ক'বলৈ ধৰিলে বেয়া নাপাবা বৌ তোমাৰ ল'ৰাৰপৰাই আজি এই গোটেই গাঁওখনৰ এই অৱস্থা হ'ল। মোৰ চকুৰ আগতে সেই বুঢ়ী বেমাৰী মানুহজনীক তিনিটাই ওপৰাওপৰিকৈ । মোৰ আৰু একো কথা কাণত নোসোমাল। মই মাত্ৰ মাটিত বহি পৰাটোহে ক'ব পাৰো যেতিয়া সাৰ পোৱাৰ নিচিনা লাগিল তেতিয়া মই মোৰ নিজৰ চাংখনত পৰি আছো। মূৰ আচন্দ্ৰাই কৰি বাগৰি পৰিলত বোধহয় সোমনাথে দাঙি আনি মোক বিছনাত পেলাই থৈ গ'লহি। মই বুজিলো যে সোমনাথহঁতে মোক দোষাৰোপ কৰিছে।

বিছনাৰপৰা উঠি আকৌ মই জ্বলা চাকিটো লৈ পিছফালে গ'লো। যিটো দৃশ্য দেখিলো তাতোতকৈ মোৰ হাত এখন ছিগি পৰি থকা পোৱা হ'লেও আচৰিত নহ'লোহেঁতেন। বেৰত ওলোমাই থোৱা তাঁত দুখন ছিঙি ভাঙি ঢেঁকীটোৰ ওপৰতে পেলাই থোৱা আছে। মোৰ বাণী দুজনীয়ে দিনে ৰাতিয়ে তাঁত-সূত বৈয়েই পেটৰ ভাত মুঠিৰ যোগাৰ কৰিছিল সেই আধাৰোৱা তাঁত দুখনো কাটি ছিঙি খেৰেচ কৰি পেলালে হতশ্ৰীহোৱাহঁতে। সঁচাকৈয়ে কৈছো সেই দুটা দৃশ্য দেখি মই চপচকৈ বহি দিলো। আৰু মোৰ চকুৰ আগত থকা গোটেই বস্তুবোৰ ঘূৰিবলৈ ধৰিলে।

# দুই

ক'ত গ'ল? মোৰ ল'ৰাটো ক'লৈ গ'ল? মোৰ এটাই মাথো ল'ৰা বাচি আছিল সি এতিয়া ক'ত? সেই যে দোকমোকালিতে বৌতি মই আহিছো বুলি ওলাই গুচি গ'ল আজি দুবছৰেও তাৰ কোনো শুংসূত্ৰ পোৱা নাই ক'লৈ গ'ল সি? কাক সোধো?

আজিকালি আমাৰ ঘৰলৈ নিচেইকৈ কোনো নহাই হ'ল। কিছুমান নাহে ঘিণত আৰু কিছুমান নাহে ভয়ত। কিজানি আমাৰ ঘৰলৈ অহা দেখিলে পুলিচ-মিলিটেৰীয়ে খুন্দি খুন্দি নি জেলত ভৰাব সেই ভয়তেই গাঁওখনৰ দেউমনিচ এটাও নহা হ'ল। আগতে যাদৱ দিনটোত দুবাৰ আহিছিল। এদিন মোৰ ল'ৰাটোৱে-বিনয়ে মোক কৈছিলহে বোলে বৌতি এই যাদৱ দাদাৰ লগত ৰীণা বাইদেউৰ বৰ মেকচালি হৈছে। কথাটো ভাল হোৱা নাই। তই খাৰাংখাচ যাদৱদাকে সুধিবি, যদিহে তেওঁ ৰীণা বাইদেউক বিয়া কৰাই কৰাব নহ'লে অনবৰতে ইযালৈ আহি থাকিব নালাগে। মই পিছে যাদৱক কাহানিও সুধিব নোৱাৰিলো। বিনয় নাথাকোঁতে সি হওকে নহওকে কমখন সহায় কৰি থকা নাই। আলিমহৰিৰ কাম কৰে। কামলৈ ওলাই যাওঁতেও এবাৰ সোমায় আৰু ঘূৰি আহোতেও পাক মাৰি যায়। কামৰ পৰা আহোতে ইটো সিটো কিবা এটা ননাকৈয়ো নাথাকে। উৰাহে পিযাহে টকা পাঁচটা লাগ বুলিলে সিহে উলিয়াই দিয়ে। পইচা পিছে পৰেও দিলে তাঁত বৰলৈ সূতাখিনি সিহে আনি দিয়ে। পিছে সেই ঘটনাটো ঘটাৰপৰা অৰ্থাৎ মিলিটেৰীয়ে সিহঁত দুজনীক দকচি দকচি যোৱাৰেপৰা যাদৱ পুৰি খাবলৈযো নহা হ'ল। নাই তাৰ ছাঁটোকে এই দুবছৰে দেখা নাই। পতি পতিকৈ আৰ তাৰ আগত মই মাতি পঠাইছো, ৰীণা ৰুপুৰে মাতি পঠাইছে তথাচ তাৰ লগত দেখা-দেখি নাই। তাৰ ওচৰততো আমি একো দায় লগোৱা নাই। সি কিয় নহা হ'ল। এদিন বোলে বজাৰত ৰীণা আৰু ৰুপুৰে যাদৱক দেখিছিল। সিহে হেনো নেদেখাৰ ভাও ধৰি মটৰ চাইকেলত উঠি ল'ৰ ল'লে।

আহে। এতিয়াও প্ৰায়েই আহে বিলি বোলা সেই সাদৰী ছোৱালীজনী। কলেজ পাছ কৰিলে যদিও তাইৰ গপ-ভেম একো নাই। মই ইহঁতৰ মুখতহে কোৱা শুনিছো বোলে আমাৰ বিনয়ৰ লগত তাৰমানে মোৰ ল'ৰাটোৰ লগত তাইৰ বহুত দিনৰপৰাই ভাল। দেহি বেচেৰীজনী। আমাৰ ঘৰৰপৰা তাহাঁতৰ ঘৰলৈ বাট ভেড়মাইলতকৈয়ো বেছি। তথাচ তাই বাটফুৰি বাই আহে। তাইৰো

ককায়েক এটাৰো চাকৰি নাই। তাইৰ নিজৰো নাই। আজিকালি তায়ো বোলে গৰু বিচৰাদি চাকৰিহে বিচাৰি ফুৰিছে। তথাপিও ঘনাই ঘনাই তাই আহি থাকে। খা-খবৰ লৈ থাকে। এদিন ৰুণুৱেহে কোৱা শুনিলো বোলে বিলি বাইদেউকো ঘৰত আমাৰ ঘৰলৈ আহিবলৈ নিদিয়ে। বিলি বাইদেউৱে মনে মনেহে আহে। তাই চাইকেল চলাই আহে। আমাৰ বিনয়েও এতিয়া কাম এটাহে বিচাৰিব লাগিছিল। বিনয়তকৈ বিলি দুশ্ৰেণী তলত আছিল হেনো। বিনয়ে যিদিনা বি-এ পাছ কৰিছিল, সেইদিনা মোৰ বাপেকটোলৈ ৰবকৈ মনত পৰিছিল । বাপেকটো জীয়াই থকা হ'লে এতিয়া কিমান ৰং পালেহেঁতেন। পুতেকে কলেজ পাছ কৰিছে। বাপেকটো জীয়াই থকা হ'লে আজি মোৰ বুকুৰপৰা ল'ৰাটো হেৰাই যাবলৈ নাপায় নহয়। বিনয়তকৈ চাৰিবছৰৰ ডাঙৰ বীণাজনীও ঘৰতে বুঢ়ী হ'বলৈ নাপায়। তাইৰ বয়সত মোৰ গাত নিচেইকৈ সৰুটো ল'ৰায়ো থিত দিলে। গ্ৰহণীত নমৰা হ'লে তাৰেই বয়স কুৰি পাৰ হ'লহেঁতেন। ভৰ ডেকা হ'লহেঁতেন। ৰুণুতকৈ দুবছৰৰ সৰু আছিল সি। বিনয় ৰুণুতকৈ আঢৈ বছৰৰ ডাঙৰ।

তেজবতিয়াই মৰাদি মৰিল মানুহটো। কি হৈছিলনো একো গমেই পোৱা নাছিলোহক। গোলোক মহন্তৰ মাটিত হাল বাইছিল। পাঁচ পুৰা মাটি হালবাই ৰুই দিয়াৰ পাছত দুহালিচা মাটিৰ ধান দিছিল। সেয়েই আছিল বন্দবস্ত। চাৰি মাহমান তাৰ ধানেৰে চলে। বাকী কেইমাহ চলিব লাগে লোকৰ ঘৰত হাজিৰা কাম কৰি। ঘৰতে থকা মাটি চাৰিকঠাত কুঁহিয়াৰো কৰিছিল। তেনেকৈ সংসাৰখন চলাই আছিল। কেতিয়াবা মনটো ৰঙীয়াল হৈ থাকিলে কয় 'বুইছহঁতনে কষ্টই মষ্টই ল'ৰাটোক বি-এ পাছ কৰাব লাগিব। ভেকুলীৰ পিঠিত নোম গজিলে গজকচোন। ক'বলৈকে হ'ব বোলে গোলোকৰ ঘৰৰ হালোৱাৰ ল'ৰাই বি-এ পাছ কৰিলে দেওহে। ঈশ্বৰে নিদিয়া কেটা নাই, দিয়াটোকে মানুহ কৰিব পাৰিলেই হয়। ছোৱালীত বৰ জোৰ দিবলৈ নায়ো আৰু নোৱাৰোও। হাইস্কুল পাছ কৰিলে পঢ়াৰ ফালে ইস্তফা দিব লাগিব। এনেবোৰ কথা মানুহটোৱে সতকাই নকৈছিল। কিবা হেতুত মনটো ভাল থাকিলেহে কৈছিল। পিছে কালে অকালতে হৰি নিলে। কিনো হৈছিল একো ততকে ধৰিব নোৱাৰিলোহঁক। মাজে মাজে কয় পিঠিটো বিষায়। মাজে মাজে কয় গলধনটো বিষায়। মাজে মাজে কয় পেটটো বিষায়। কেতিয়াবা কেতিয়াবা কঁপনি জ্বৰো উঠে। চৰকাৰী হাস্পতাললৈ গ'ল। পেটো ডাঙৰ হৈ গৈছিল। সেইদৰেই মহন্তৰ মাটিত হালবাই আছিল। এদিন টিকাফটা ৰ'দত হাল বাই থাকোঁতে পথাৰতে হামখুৰি খাই পৰিল। ভাংকোলাকৈ

অনা হ'ল। ডাক্তৰো মতা হ'ল। ডাক্তৰে পইচাহে ল'লে পিছে বেমাৰৰ নিমনা দিব নোৱাৰিলে। চৰকাৰী ডাক্তৰে চৰকাৰৰপৰা দৰ্মহাও লয় আৰু দুখীয়া ৰাযতৰপৰা ফীজো লয়। তথাচ বেমাৰৰ চয় নিচয় কৰিব নোৱাৰি চিভিললৈ নিবলৈ ক'লে। পুতি থওঁতাই নাই তাতে আকৌ চন্দন কাঠৰ খৰি দিব লাগে ইয়াকেহে কয়। কুঁহিয়াৰ তলি চাৰি কঠা মহন্তকে বন্ধকতে দি একেবাৰে ডিব্ৰুগড়লৈকে নিয়া হ'ল। তাতো ভাগে ভাগে পইচা ভৰি ছিটটো দিয়াৰ পাছতে বেমাৰৰ প্ৰমাণ পোৱা গ'ল। পোন প্ৰথমবাৰৰ বাবেহে সেইটো বেমাৰৰ নাম শুনিলো কিবা বোলে নে বালাড কেনছাৰ হৈছে। তেজত কেনছাৰ হৈছে। হৰি বিধি কি মানুহক কি বেমাৰটো দিলা। যাক চেকনি এডালেৰে কোব মাৰি মাৰিব পাৰি তালৈ গুলি মৰাৰ নিচিনা হোৱা নাইনে। কি কৰিম? তাৰপৰা আহি ঘৰত মাত্ৰ তিনি মাহমান থাকিলহি। মৰি থাকিল। মৰাৰ দহদিনমানৰ আগৰেপৰা মুখত মাত কথা নোহোৱা হ'ল। ঘৰত পৰি থকা তিনিমাহ কেৱল চকুপানী টুকিলে। কথা ক'বই নোৱাৰে শোকে খুন্দা মাৰি ধৰে। যোৰহাটৰ ফালে বোলে মৌলবী ঈশ্বৰ এজন ওলাইছে গাত হাত দিয়াৰ লগে লগেই বোলে বেমাৰ ভাল হয়। ধাৰে বান্ধে তেওঁকো অনালো। কামত নাহিল। টকা চাৰিশহে ভৰিলো। তেওঁক অনা নিয়া কৰোতে খৰচ হ'ল দুশ আৰু দক্ষিণা দিবলগীয়া হ'ল দুশ। আয়ুসত চাউল নাই বিধাতাক কণা বুলি মানুহে এনেয়ে নকয়। পিছে—

মোৰ ল'ৰাটো ? মোৰ অকলে বাচি থকা ল'ৰাটো ক'ত গ'ল?

## তিনি

সেই দোকমোকালিতে ওলাই যোৱা ডেকা ল'ৰাটো আজিও ঘুৰি নাহিল। মই বাট চাই আছো।

আজিকালি আমাৰ তিনিজনীৰ মাজত নিচেইকৈ একো কথা বতৰাই নোহোৱা হ'ল। কোনেও কাৰোৰে লগত কথা-বতৰা নাপাতে। মিলিটেৰী মোথাই টহিলং কৰি যোৱাৰ পাছৰেপৰাই যেন ঘৰখন মৰিশালি হ'ল। আমি তিনিজনী যেন মৰিশালিত বাস কৰা যখিনী প্ৰেতিনী। ওচৰ চুবুৰীয়াও তেনেকৈ কোনো নহা হ'ল। অগত্যা নোৱাৰাত কোনোবা আহিলেও থিত দিলেকি নিদিলে কথা কেটা ক'লে কি নক'লে ভাগিল। পিছফালৰপৰা মাত দিও মাত পাবলৈ নাই। আলিমহৰী

ল'ৰাটোও নহাই হ'ল। এদিন বীণাই সন্ধিয়া হুকহুকাই কন্দা দেখি মই অবাক। মই ঠইতে থৰ লাগিলো। বোলো কিনো হ'ল কাকনো সোধো। পিছতহে কণুৰপৰা গম পালো বোলে সেইদিনাই যাদৱৰ বিয়া। যাদৱৰ বিয়া, হেৰ মিলিটেৰীয়ে দকচা ছোৱালীজনী বাক তই বিয়া কৰাব নোৱাৰ  নেলাগে কিন্তু বিয়াখনলৈতো মাতিব পাৰিলিহেঁতেন। একেবাৰে ফুটকে নিদিলে দেওহে। ইমান কাঠচিতীয়া মানুহো থাকেনে? আৰু তই কিবা মিলিটেৰী মাতি আনি পাটী পাৰি শুই দিছিলনে? এইবোৰ বিবেচনাতো ডেকা ল'ৰাটোৰ থাকিব লাগিছিল। নে নেলাগিছিল? তই ইমানদিনে ভালপাই থকা ছোৱালীজনীৰ একো বদগুণ দেখা নাছিলি কিন্তু সেইটো ঘটনাৰ পাছত ছোৱালীজনী অশুচি হ'ল। তই যদি তাইৰ নিচিনা বিপদত পৰা ছোৱালীজনী সাহস কৰি উদ্ধাৰ কৰিলিহেঁতেন তেহে দহে ধইন ধইন কৰিলেহেঁতেন। তেহে মই পুৰুষ বুলিলোহেঁতেন। আচল পুৰুষ, আচল ডেকা মানুহ তেতিয়াহে ক'ব পাৰিলোহেঁতেন। কিন্তু ঈশ্বৰে নকৰক তই এতিয়া যিজনী সতী বুলি বিয়া কৰাইছ যদি মনে মনে গোপনে গোপনে তায়ো অন্য পুৰুষৰ লগত বেয়া কৰ্মত লিপ্ত আছিল বা বিয়াৰ পাছতো যদি তেনে কামত লিপ্ত হয়। চকুৰ আগতে কত তেনে ঘটনা নিতৌ দেখি আছো। অকল ময়েই দেখি আছোনে? তইঁতেও দেখি আছ। পিছে—

হুকহুকাই কান্দি আছিল বীণাই। বিছনাখনত উবুৰি হৈ কান্দি আছিল। মই কিছুপৰ সেইখিনিতে পোতা খুঁটা বোৰাদি থৰ হৈ ৰ'লো। খঙো উঠিল কিয়নো অচিন কাঠৰ খোৰা লগাব খুজিছিলি? মানুহটো কেনেকুৰা তইনো চিনি পোৱা নাছিলিনে? তাকেই যদি নিচিনিলি কাক চিনিবি? ভাল হৈছে তোৰ দেওৰ জোখেৰে বলি হৈছে, চৰাই পালে, পাখি ভাঙিলে আৰু ভুকুংকৈ উৰি গুচি গ'ল। সেইনিশা কাৰোৰে ভাত খোৱা নহ'ল। কণুৱে ক'লে বোলে বৌয়েৰি মই ভাত নাখাওঁ মোলৈ চাউল নল'বি। মইহে বোলো এজনীয়েও ভাত নাখাব মইনো বুঢ়ীজনীয়ে কিটো সুখত ভাত খাওঁ। নেলাগে। চৰুলৈ নগ'লোৱেই। চাউলৰ অভাৱতে ভাত নাখাওঁহক আজি যেনিবা চাউলকেটা নিজেই ৰাহি কৰিলো।

ৰাতিটো পিছে মই উজাগৰে থাকিলো। এনেয়েও বোৱা দুবছৰে মোৰ চকুত টোপনি নাই। তাতে মিলিটেৰী সোমোৱাৰপৰা টোপনি একেবাৰে হৰিল। জান নাজান চিলমিলকৈ টোপনি আহিলেও চাওকে সাৰ পাই যাওঁ। সেইদিনা পিছে চকুৰ নোমে নোমে নালাগিল। আজিকালিৰ এইবোৰ ছোৱালীৰ কি সঁজাত

আছে মনৰ দুখতে আপোনঘাতী হ'ব পাৰে। সেই ভয়তেই চকু জাপ নগ'ল। কশুৰো টোপনি নাহিল।

মিলিটেৰী সোমোৱাৰ পাছত আৰু এটা ভয় খাইছিলো। মই মনে মনে গম লৈ আছিলো সিহঁত দুজনীৰ মাহেকীয়া হৈছেনে নাই। যেতিয়া হোৱাৰ ভালকৈ প্ৰমাণ পালো তেতিয়াহে কিছু সকাহ পালো। নহ'লে সেই এটা শংকাই মোৰ কলিজা খুলিছিল।

মোমায়েকৰ ঘৰৰপৰা আহি যেতিয়া সিহঁতে মোৰ ওপৰত মিলিটেৰীয়ে কৰা অত্যাচাৰৰ গম পালে দুয়োজনী ঠাইতে শিলপৰা কপৌৰ দৰে নিথৰ হ'ল। মই কান্দিছো আৰু সিহঁতেও ভালেপৰ মোলৈকে চাই থৰ লাগিল। তাৰ পাছত সিহঁতে যেতিয়া ছিঙিভাঙি লণ্ডভণ্ড কৰি থোৱা তাঁত দুখন দেখিলেগৈ সঁচাই দুয়োজনীয়ে ল'ৰা মাকৰ দৰে কান্দিলে। নাকান্দিব কিয় তাঁত দুখনৰপৰাই তিনিটা প্ৰাণীয়ে পেট প্ৰবৰ্ত্তাই আছো। এজনীয়ে গামোচা লগালে এজনীয়ে চাদৰ এযুতি লগায়। এজনীয়ে মেখেলা লগালে এজনীয়ে বিছনা চাদৰ বা আঁঠুৱা লগায়। সেই কাপোৰকে সমবাঁয়ত বেচেগৈ। বেচি তাৰ পইচাৰে আকৌ সূতা কিনি আনে। বাকীকেটা পইচাৰে চাউল, তেল, নিমখ, হালধিকণ কিনে। মিছা ক'ব নাপায এনেকৈ চলি আছিলো। কিন্তু তেনেকুৱা আধাবোৱা তাঁত দুখন যদি কাটি ছিঙি খান্তাং কৰি থয় কাৰ বুকু নাভাগিব। মইহে বহাৰপৰা উঠি গৈ বোলো এতিয়া হিয়ালি জিয়ালিকৈ শোক কৰি থাকিলে কিবা টিফাইট হ'বনে ছিগা তাঁতৰ সূতাই যোৰা লাগিবনে নাই কোনোবাই হানি হোৱা খৰচকে দিবহি। গতিকে কান্দিকাটি শৰীৰত কষ্ট দিব নেলাগে। দদায়েৰে কালি কৈছে বোলে আমাৰ ল'ৰাৰপৰাই গোটেই গাঁওখনৰ আজি এই অৱস্থা হৈছে। কথাষাৰ ক'বলৈহে পালো ৰীণা গোটেইজনী ফেট তুলি উঠি মোকেই খাওঁ যেন কৰিলে।

কি ক'লে দদায়ে বিনয়ৰ কাৰণেই গাওঁখনৰ এই অৱস্থা হ'ল কিন্তু তেওঁৰেই দেখোন এদিন মহন্তৰপৰা বন্ধকী মাটিৰ দখল এৰুৱাবলৈ বিনয়ৰ সহায় বিচাৰিছিল। বিনয়ৰপৰা এখন চিঠি পোৱাৰ পাছতেই দেখোন মহন্তই মাটিৰ দখল এৰি দিছিল। গাওঁখনত যেতিয়া মদাহীৰ ঘাটি হৈছিল যেতিযা তেনেকুৱা মদাহীয়ে তেওঁৰ ৰৰজীয়েকৰ গাত অবৈধ সন্তান দি পলাব খুজিছিল কোনে উদ্ধাৰ কৰিলে? বিনয়হঁতে তাক ধৰি আনি ছোৱালী নিবলৈ বাধ্য কৰোৱা নাছিলনে? সি মদ এৰিবলৈ বাধ্য হোৱা নাছিল। তেতিয়া আৰু গাঁৱত কোনোবাই মদ খাইছিলনে? কোনোবাই জুৱা খেলিছিলনে? তেতিয়া দেখোন দদায়েক হৈ বিনয়ৰ ভৰিতেই

ধৰিব খুজিছিল বোলে তইঁতে মোক বৰ উপকাৰ কৰিলি দেই। অকল মোকেই নহয় গোটেই গাঁওখনকে বহুত কালৰপৰা উদ্ধাৰ কৰিলিহঁত। এনেকৈ তইঁতে দেশখনো উদ্ধাৰ কৰিব পাৰিবিহঁত। এতিয়া হলা গছত বাগী কুঠাৰ মাৰি কৈছে বোলে বিনয়ৰপৰাই গাঁওখনৰ এই অৱস্থা হ'ল। হঁস নিজৰ স্বাৰ্থত, হেই এইজনী মনে মনে থাক অ'।

একেবাৰে ৰণচণ্ডী মূৰ্ত্তি যে ধৰিছ এনেকুৱা সময়ত এনেকৈ হাল্লা কৰিলে কোনে উভতি চাব হোঁ। আপদ কালত ঔৰেও গল খজুৱায় তেনেস্থলত দহৰ দহকথা সহি সামৰি থাকক ছাৰি তাইৰ মুখত বডাধানৰ আখৈহে ফুটিছে যেন। মনে মনে থাক বুলি মই ভেকাহি মাৰি দিলত ৰীণা যেনিবা মনে মনে ৰ'ল। মই সাউৎকৈ সেইখিনিৰপৰা উঠি গৈ বেৰৰ সৰু খিড়িকীখনেৰে সিঘৰলৈ চালো জানোচা ৰীণাৰ কথাবোৰ সিহঁতে শুনিলেইবা। পিছে চোতালতো কাকো নেদেখিলো। গাটোত ভাবত্তৰ বিষখন লাগিল।

গোটেই গাঁওখন কাঁহ পৰি জীণ গৈ আছে। চৰাই চিৰিকতিৰ মাতৰ বাহিৰে গোটেই গাঁওখনত পুৱাৰেপৰা ক'তো মানুহৰ মাত এটা শুনা নাই। ৰাতি বা কিমানৰ ঘৰত মিলিটেৰীয়ে কিমান অপকৰ্ম কৰি গ'ল তাৰ কি ইয়ত্তা আছে। মোৰ নিচিনা শুকান বুঢ়ীজনীও সিহঁতৰ হাতৰপৰা সাৰি নগ'লো যেতিয়া আৰু কোন সাৰিছে। তাকে ভাবিছো এই হাতত বন্দুক লোৱা পুলিচ মিলিটেৰীবোৰ মানুহ হয়নে নহয়। সিহঁতৰ ঘৰত সিহঁতৰ মাক, বাযেক, ঘৈণীয়েক, ভনীয়েক আছে নে নাই? মোক যেতিয়া সেই মোটোহা মানুহটোৱে হেঁচা মাৰি ধৰি কঁকালৰপৰা মেখেলাখন আঁজুৰি এৰুৱাইছিল তেতিযা তাৰ ঘৰত থকা মাকজনীলৈ মনত পৰা নাছিলনে? ৰীণা আৰু ৰুণুক যেতিয়া সিহঁতকেটাই আঁজুৰি আঁজুৰি চোঁচোৰাই নি বিছনাত পেলাই লৈছিল যেতিয়া সিহঁত দুজনীয়ে কাণ তালমৰা চিএৰ লগাইছিল, কান্দিছিল তেতিয়া বাৰু সিহঁতৰ সেইবোৰ কাম কৰিবলৈ মন গৈছিলনে? বুকুখন কঁপি উঠা নাছিলনে?

ভাবি একো পাৰ নাপাই ৰহি আছিলো। এইবোৰলৈ চালে তাহানি মহাৰাণীৰ দিনেই ভাল আছিল যেন লাগে। মহাৰাণীৰ দিনতো কংগ্ৰেছী ভলন্টিয়াৰ বিচাৰি পুলিচ মিলিটেৰীয়ে গাঁও টহিলং কৰিছিল কিন্তু মিছা ক'ব নাপায় কোনেও কিন্তু জীয়ৰী বোৱাৰীৰ গাত হাত দিয়া নাছিল। আমিবোৰেই তেতিয়া গাত গামোচা লোৱা পাটগাভৰু হোৱালী তথাচ হাতৰ ওচৰতে পায়ো আমাৰ গাত হাত দিয়া নাছিল। কাৰোবাৰ কথা সুধি টান মাতেৰে দাবীহে দিছিল। দাবী শুনি হাগিমেই

নে মূর্তিমেই যেন লাগে তথাচ বেয়াকৈ চোৱা নাছিল। শংকৰ বৰুৱা, পখৰা গোসাঁই কণবোপা গোসাঁই ভলন্টিয়াৰক বিচাৰি জাকে জাকে পালে পালে পুলিচ মিলিটেৰী আহি গাঁও সোমাইছিল, দিন নাই ৰাতি নাই গোটেইখন টহিলং কৰি ফুৰিছিল পিছে জীয়াৰী বোৱাৰীৰ চাদৰৰ আঁচলটোতো হাত নলগাইছিল। এইখনেই গান্ধীৰ ৰামৰাজ্যনে? কিমানক ভোট দিলোঁহঁক। গৰুক দিলো, হালোৱাক দিলো, হাতক দিলোঁ, হাতীক দিলো দিনক দিনে ভাল হ'ক ছাবি দিনক দিনে দেশ ৰসাতলে গৈছে। এটা চৰকাৰে যদি তপত খোলাত ভাজিছিল দুখীয়া ভিকহুক পিছৰটোৱে আকৌ পকা অঙঠাৰ ওপৰত পেলাই পুৰিছিল। ইয়াকেহে কয় বোলে খোলাৰপৰা জপিয়াই জুইত পৰিলো।

বেলি মূৰৰ ওপৰ পালেগৈ তথাচ গাটো তিয়াবলৈ উঠিব নোৱাৰিলো। সৰ্বশৰীৰত বিষ। পেটত ভোকো নাই। সিহঁত দুজনী কিছুবেলি বিছনাত পৰি থাকি উঠি গ'ল। গোবৰ মাটিৰে মজিয়া দুখন বাহিৰে ভিতৰে ৰঙাকৈ মচিলে। বুট জোতাৰ দাগবোৰ মজিয়া কেখনৰপৰা নোহোৱা হ'লত মনটো অকণমান শুচি শুচি লাগিল। আজি গোটেই গাঁওখনৰ কিমানৰ ঘৰৰ মজিয়াত এই পাষগুবোৰৰ জোতাৰ চিন পৰিল চাগৈ। জোতাৰ চিনটো কি ডাঙৰ কথা কিমানৰ দেহাত বাঘ নখেৰে আঁচোৰাৰ দৰে আঁচুৰি ফেৰি ফেৰি কৰিলে চাগৈ।

মোৰ এনে লাগিছে যেন মোৰ ল'ৰাটো অহা হ'লে তাকে বুকুত বান্ধি ছোৱালী দুজনী লৈ কেনিবা গুচি যামগৈ। নচেৎ কেনিও যাব নোৱাৰিলেও মুখামুখিকৈ আটাইকেউটাই আপোনঘাতী হৈ মৰিম। তাতো শান্তি পালোহেঁতেন। দিনে ৰাতিয়ে মই তাৰলৈ বাট চাই থাকো। কামৰনৰপৰা আজৰি হৈ মই জপনামুখৰ গুলচ ফুলজোপাৰ তলত সাজ লাগি নভগালৈকে বাটলৈ চাই থাকো। ৰাতিও ইহঁত দুজনীয়ে মহৰা চহৰা ফুৰাই শোৱাৰ ভালেপৰ পাছলৈকে পিৰালিতে বহি চাই থাকো। বহি থাকোতে টোপাল সৰেগৈ। ফেঁচাই মাজনিশা কুৰলিয়ায়গৈ। ফেঁচাই 'চোঁ' 'চোঁ' বুলি ঘৰৰ চালৰ ওপৰেদি উৰি যায়। তথাচ মই বাট চাই থাকো। কিজানি সি আহে। আহি পেলাই মাত দিয়েহি কি বৌতি তই দেখোন শোৱাই নাই। কিবা আছে যদি দেচোন বৰ ভোক লাগিছে অ' বৰ ভোক লাগিছে। সেই কাৰণেই মই সদায় চৰুত ভাত এমুঠিয়ে আঞ্জা অকণে থৈয়েই দিওঁ। পিছদিনা কণুহঁতেহে পুৰা সেই কৰকৰা ভাত খায়। কেতিয়াবা চাউল কম থাকিলেও নিজে নেখাই হ'লেও ভাতকেটা তালৈ থৈ দিওঁ। সিহঁত দুজনীয়ে কিবা সোধে বুলি সিহঁতে শুনাকৈ কওঁ বোলো আবেলিৰেপৰা মূৰটো ফুৰাই

আছে কিবা খালেই বমি হ'ব হ'ব যেন লাগি আছে। বিছনাত পৰাৰ পাছত ক'ৰবাত খিৰিক কৰিলেই চাঁতকৈ সাৰ পাওঁ কিজানিবা ভযে ভয়ে হাতত সাৰে ভৰিত সাৰে ল'ৰাটোৱে আহি দুৱাৰখন হেঁচিছেহি। খপজপকৈ বিছনাৰপৰা উঠি যাওঁতে কিমান দিন খুন্দিযাইছো। এনেযে বিষালি দেহা তাতে খুন্দা-খুন্দলি খাই আইধা পৰো। নাই ল'ৰা নাহে। কেতিয়াবা আকৌ ভাবো সইধে সি নহাটোৱেই বাৰু হৈছে। সি আহি তপতে তপতে যেতিযা গম পাবহি বোলে বায়েক ভনীয়েক আনকি তাৰ বুঢী এই মাকজনীকো মিলিটেৰীয়ে কুঁহিয়াৰ চোবোৱাদি চোবাই দকচি গৈছে তেতিযা ডেকা ল'ৰাটো থিৰেৰে থাকিব পাৰিবনে? গতিকে আহিলেও লাহে লাহে আহক এতিযাই নেলাগে। ঘটনাবোৰ পুৰণা হওক। পুৰণা হ'লে শোক বেজাৰো আপোনা আপুনি পাতলি যায়। নাই তথাচ তাৰ দেখা দেখি নাই।

সি বাৰু এতিযা ক'ত আছে? কি কৰিছে? সি বাৰু ঘৰখনৰ কথা গাঁওখনৰ কথাৰ একো সম্ভেদ পোৱা নাইনে? য'তে আছে ত'তে একো খবৰ পোৱা নাই নে? খেতোৱে খেতোৱে কৈছে সিহঁতে বোলে য'তে ত'তে মানুহবোৰ হত্যা কৰি ফুৰিছে। ক'তা মইতো মোৰ ল'ৰাটোৰ হাতত এদিনলৈয়ো বন্দুক বাৰুদ বা কটাৰী-ছুৰী একোকে নেদেখিলো। তাৰ বেগটোত মই কেতিয়াবা খেপিযাই চাই কিবা কিতাপ পত্ৰহে পাইছো, অস্ত্ৰ-শস্ত্ৰ একো পোৱা নাই। যদি মানুহেই মাৰিছে কিহেৰে মাৰিছে বাৰু? নে মানুহ মৰাবোৰ বেলেগ। খেতো খেতোৱে আকৌ আগতে কোৱা শুনিছো সিহঁতে বোলে বেযা বেযা মানুহবোৰহে মাৰিছে। জানো মই এনেবোৰ কথাৰ একোকে ভু নেপাওঁ। য'তে যি কৰি থাকক এবাৰ বাৰু সি তাৰ মাকজনীক চাবলৈ আহিব নেপায়নে এই দুবছৰ দিন ধৰি। মাকলৈনো তাৰ এবাৰো মনত নপৰেনে? মোৰ যেনেকৈ তালৈ প্ৰতিটো মুহূৰ্ত্ততে চেৰেং চেৰেং কৈ মনত পৰি থাকে তাৰনো এবাৰলৈযো মনত নপৰে নে মাকজনীলৈ?

ভালেদিন ধৰি মিলিটেৰী অহা নাই ভাবিছিলো মিলিটেৰীবোৰ কেনিবা গ'লগৈ। এদিন আবেলি বহি আছো। সিহঁত দুজনীয়ে পিছফালে শালত তাঁত বৈ আছিল। চাঁতকৈ নঙলামুখতে গাড়ী এখন ৰ'লহি। গাড়ীখন ৰোৱাৰ শব্দ শুনিয়েই সিহঁত দুজনী দুপ দুপকৈ তাঁতৰপাটৰপৰা উঠি বাৰীৰ পিছফালে দৌৰিলে। মই একো তলকিবলৈ নৌপাওঁতেই পুলিচ কেইটামানে পিছফালে গৈ চালেগৈ। তাৰ পাছত উভতি আহিল। মই ভিতৰৰপৰা হেঁপো তেপোকৈ ভগা চকীখনে টুল দুখনে উলিয়াই চোতালতে থ'লোহি। আমাৰ ঘৰৰ মুখত গাড়ী ৰোৱা দেখি ওচৰৰ কেঘৰে চোতালৰপৰা মানুহবোৰ ভিতৰলৈ সুমাই নি দুৱাৰ বন্ধ কৰি

দিলে। মই কি ক'ম কি সুধিম একোকে উত্তৰদিহ নাপাওঁতেই চকীত বহাটোৱে গলগলীয়া মাতেৰে সুধিলে 'তুমিয়েই জানো বিনয বড়াৰ মাক নহয়?'

হয়।

পিছে ল'ৰা ঘৰলৈ আহিছে নে নাই?

নাই অহা।

মিছা নক'বা কিমান দিন অহা নাই?

নিচেইকৈ যোৱা দুবছৰে সি ঘৰলৈ অহাই নাই।

ক'ত আছে ল'ৰা?

ক'ব নোৱাৰো। ক'ব পৰা হ'লে কিজানি এইটো দেহাৰেই মৰেই বিচাৰি গ'লোহেঁতেন।

চোৱা এতিয়া বেমাৰী মাকজনীৰ খবৰ ল'বলৈ দুবছৰ দিন ধৰি অহা নাই পুতেকটো তাৰ পোকৰত আকৌ সি দেশ উদ্ধাৰ কৰিবলৈ যায়। তাৰ কথা শুনি মই মুখেৰে সঁচ একোকে মাতিব নোৱাৰিলো। এবাৰ মূৰটো ঘূৰাই দেখো দুৱাৰৰ ভিতৰফালে বীণা আৰু ৰুণু দুযোজনীয়ে ভয়ে ভয়ে বৈ মোলৈকে চাই আছে। এইবাৰ মানুহটোৱে সিহঁতৰ ফালে মুখ ঘূৰাই ক'লে,—'তোমালোক বিনযৰ কি হোৱা'? সৈজনী বায়েক সৈজনী ভনীয়েক মৰেই ক'লো। আৰু কোনো নাথাকে নেকি ঘৰত?

বাৰু, তোমালোকক এটা কথা কৈ গ'লো। তাকেহে ক'বলৈ আহিলো। ল'ৰাক ছাৰেণ্ডাৰ কৰিবলৈ কোৱাহঁত। নিজে ধৰা দিয়ক। নিজে ধৰা দিলে চৰকাৰে বহুত টকাও দিব আৰু চাকৰিও দিব। যদিহে ধৰা নিদিয়ে তেতিয়া কিন্তু আমি য'তে পাম ত'তে গুলীযাই মাৰিম। তেতিয়া কিন্তু আমাৰ গাত দোষ নাই। পিছে আৰু এটা কথা যদি ল'ৰাক আমি নাপাওঁ তোমালোক কিজনীকে ধৰি লৈ যাম। জেলত থাকিব লাগিব। ল'ৰাক অতি সোনকালে ধৰা দিবলৈ কোৱা। নতুবা আমাক মাতিলেও আমি লৈ যামহি। কাগজ এখনত চহী কৰাৰ পাছত আকৌ ঘৰত থৈ যামহি। শুনিছা নে নাই কি কৈছো?

শুনিছো পিছে তাকে ক'বলৈনো ল'ৰাক লগ পাওঁ ক'ত? ভয়ে ভয়ে ক'লো।

আমি কেনেকৈ জানো ক'ত আছে? জনাহ'লে তোমালোকৰ ওচৰলৈ আহোনে? মুঠতে সোনকালে ধৰা দিবলৈ কোৱাহঁত বুলি বহাৰপৰা মানুহটো উঠি ঘৰটোলৈ চালে। পানী পৰা ঘৰটো চালত বেয়াহে লাগিল। সি এবাৰ পাকমাৰি

ঘৰটোৰ চাৰিওফালে চালে। এবাৰ লগৰকেটাৰ লগত ভিতৰো সোমাই চালে। বীণা, ৰুণু আৰু মই তিনিওজনী সিহঁত ঘৰৰ ভিতৰ সোমালতো বাহিৰতে দৰকাল দি থাকিলো। ভিতৰৰপৰা ওলাই আহি সিহঁত গাড়ীখনৰ ফালে গৈ আকৌ মূৰটো ঘূৰাই মোৰ ফালে চাই ক'লে সোনকালে ল'ৰাক থানাত বা ডি চিৰ ওচৰত ধৰা দিবলৈ কোৱাহঁত। নহ'লে আমি এইবাৰ তোমালোককে লৈ যাম। আমি আহিয়েই থাকিম বুলি সিহঁত গৈ গাড়ীত বহি ধূলি উৰুৱাই চকুৰ আঁৰ নোহোৱালৈকে আমি তিনিজনী থৰ হৈ থাকিলো। কাৰোৰে মুখত বহুত পৰলৈকে মাতবোল নাছিল।

চাঁতকৈ মোৰ মনত পৰিল চিপ লৈ মৰাটোলৈ। তাঁলৈ তেনেকৈ আজি ভালেমান দিন মনত পৰা নাছিল এতিয়া আকৌ পুলিচকেটা গুচি গ'লত মনত পৰিল। নাহৰ পুলিটোত চিপ লৈ মৰা প্ৰভাতৰ দেহটো নমোৱাৰ আগতেও এনেকৈ পুলিচ আহিছিল। বোধহয় পুলিচ দেখিহে তাঁলৈ মনত পৰিল। সিও তেনেকে আওমৰণেৰে নমৰা হ'লে আজি অন্ততঃ কণাৰ লাখুটি হৈ থাকিলহঁতেন। স্কুলৰ চকীদাৰৰ কামত সোমাইছিল। মাহে ষাঠি টকা দৰ্মহা। দুবছৰমান চাকৰি কৰাৰ পাছতেই সেই ঘটনা হ'ল। কি কাৰণেনো সেই ডেকা ল'ৰাটোৱে চিপ লৈ মৰিল মই মাকজনীয়ে আজিলৈকে সঠিককৈ গম নাপালো। বহুতে বহুত কথা কোৱা শুনো। কোনটো, কাৰ কথা বিশ্বাস কৰো কাক? কোনোৱে কয় বোলে হেডমাষ্টৰে স্কুলৰ টকা মাৰিলে, স্কুল ঘৰ সাজিবলৈ অনা চিমেণ্ট আৰু টিনপাত চুৰ কৰি নিজৰ ঘৰ সাজিলে। ধৰা পৰিলত প্ৰভাতৰ গাতে অৰ্থাৎ চকীদাৰৰ গাতে দোষ জাপি দি তাক মাৰিহে ওলোমাই থ'লে। আকৌ বহুতে কয় বোলে কথা অকল সেইটোৱেই নহয় হেডমাষ্টৰৰ সেই প্ৰতিভা বোলা মাষ্টৰণীজনীৰ লগত কেলেঙ্কাৰী আছিল। সৰস্বতী পূজাৰ আগদিনা সন্ধিয়া স্কুলৰে কোঠা এটাত তাইৰ লগত বেয়া কাম কৰি থাকোতে খিৰিকী বন্ধ কৰিবলৈ গৈ প্ৰভাতৰ চকুত ধৰা পৰিলত সেইটো কথাকে লুকাবৰ বাবেই তাক মাৰি ওলোমাই থ'লে। কিছুমানে আকৌ কয় বোলে সেইটোৱেই কথা নহয় এবাৰ হেড মাষ্টৰৰ লগত স্কুলৰ দৰ্মহা আনিবলৈ যাওঁতে সমুদায় দৰ্মহা কোনোবাই হেডমাষ্টৰৰ হাতৰপৰা থপিয়াই নিয়াটো কথা তেনেই মিছা কথা। প্ৰভাত সাক্ষী আছিল নহয়। পিছত পুলিচৰ জেৰাত কথাটো ওলাই পৰে বুলিহে তাক মাৰি এনেকৈ ওলোমাই থ'লে। নানাজনে নানা কথা কয়। কাৰ কথাটোনো মানি ল'ম। পিছে চিপ লৈ মৰা হ'লে সিতো কিবা এটা কথা লেখি থৈ গ'লহেঁতেন। নচেৎ লগৰ সমনীয়াই

উম ঘাম ধৰিব পাৰিলেহেঁতেন। কিছুদিন ধৰি অৱশ্যে সি চামোন হৈ আছিল হয় আমি আকৌ স্কুলত কোনোবাই বেয়াকৈ কিবা ক'লে বুলিহে তেনেকৈ আছে বুলি ভাবিছিলো। মানুহে কোৱাকুই কৰা কথাবোৰ কিন্তু সি লগৰ সমনীয়া দুই — একক নোকোৱাকৈ নাছিল। সিহঁতে পুলিচত খবৰ দিবলৈ গৈছিল। এই হেডমাষ্টৰটোৰ অতপালিত গোটেই ৰাইজ জঁকি আছিল। পিছে কি হ'ব ল'ৰাই পুলিচৰ আগত কওক ছাৰি নিজেই চিপ ল'লে। নতুবা চিনমোকাম মাৰিবৰ কাৰণেই কোনোবাই মাৰি ওলোমাই থ'লে। যিহকে নহওক মুঠতে মোৰ ল'ৰাটো হানি হ'ল। পিছে কি হ'ব ৰাইজে বেয়া পালেনো কি হ'ব বা ৰাইজে মোকমোকাই থাকিলেনো কি হ'ব সেইটো হেডমাষ্টৰেই বোলে কিবা পুৰস্কাৰহে পালে। দেশখনৰ ভিতৰতে কিবা ভাল মাষ্টৰ বুলি বোলে চৰকাৰৰ ঘৰৰপৰা পুৰস্কাৰহে পালে। এৰা হয় আজিকালি দেশত যিমানেই অন্যায কৰিবা, যিমানেই বেয়া কাম কৰিবা সিমানেই লেখৰ মানুহ হ'ব পাৰিবা, ডাঙৰ মানুহ হ'ব পাৰিবা, ৰাইজেও পুৰস্কাৰ দিব, চৰকাৰেও দিব। সমাজত লাইখুঁটাটোও তেনেলোকেহে পাব। মোৰ ডেকা ল'ৰাটো চিপ লৈ মৰিল, বাতৰি কাকতত খবৰো ওলাল, ৰাইজেও বহুত কথা ফুচ ফুচ ফাচ ফাচ কৰিছিল পিছে কি হ'ল? কিবা বিচাৰেই হ'ল নে নাই চেজাযেই হ'ল কাৰোবাৰ? মই মাকজনীযে ল'ৰাটোৱে চিপ লৈ মৰিল বুলিযেই ভাবি আছিলো ৰাইজেহে নানান কথা কৈ মোৰ মনত চোভা এটা সুমাই দিলে। এই কথাটোকে লৈ পিছত বিনযক কোনোবাই কিবা এটা কৰিবলৈ ক'লত বিনযে কোৱা কথা মই নিজ কাণেৰে শুনিছিলো বোলে দেশত কিবা এটা হেডমাষ্টৰহে বেয়া নে? কিমান হেজাৰ এনেকুৱা হেডমাষ্টৰ আছে। কাক মাৰিবা? কিমানক মাৰিবা? এনে এটা দিন আহি আছে সেইদিনাখন এনেকুৱা হেডমাষ্টৰৰ নিচিনা মানুহবোৰ আপোনা আপুনি চিজিল হৈ যাব। বিনযে তেনেকৈ কৈছিল মই সাজি কোৱা নাই।

বহুত দিনলৈকে মই প্ৰভাতক নাহৰ গছজোপাত ওলমি থকা দেখি আছিলো। মই বাহিৰলৈ ৰাতি কি দিন কি ওলাবই নোৱাৰো জিভাখন কামোৰ মাৰি ওলমি থকা প্ৰভাতক দেখো। তলখন গোটেই হাগি মুতি খেৰেচ কৰি থৈছিল। একাণপতীয়াকৈ চাই থাকোতেই কেতিযাবা প্ৰভাত গছ জোপাৰপৰা নামি আহে। তাৰ ডিঙিত গৰুৰ পঘাডাল খোৰোচা খাযেই থাকে। সি মোক কয় বুইছনে বৌতি মই টকা খোৱা নাই অ' হেডমাষ্টৰ ছাৰৰপৰাও কোনেও দৰ্মহাৰ টকাৰ বেগটোও কাটি নিয়া নাই। তইঁতৰ বৰ কষ্ট হৈছে নহয় বৌতি। মই গছ জোপা

মানুহ লগাই কটাই পেলালো। গছজোপা হুৰ হুৰকৈ মাটিত বাগৰি পৰোতেও বেজাৰটোৱে মোৰ বুকুত খুন্দা মাৰি ধৰিছিল। পিছে কি হ'ব তাৰ পাছত সি মোক সমাজিকত দেখা দিবলৈ লাগিল। এনেকৈ মৰা মানুহবোৰ বোলে প্ৰেত হৈ থাকে। সিও চাগৈ ঘৰৰ আশে পাশে তেনেকৈ ঘূৰি ফুৰিছে। অৱশ্যে কাহানিও অপকাৰ কৰা নাই হ'লে দেই।

তাৰ পাছত নিতৌ পুলিচ আহিবলৈ ধৰিলে। মিলিটেৰী নহা হ'ল কি হ'ল পুলিচ আহিবলৈ ধৰিলে। দিন নাই ৰাতি নাই সময় নাই অসময় নাই হওকো নহওকো খালি পুলিচ। পাছলৈ সিহঁতে বীণা আৰু ৰুণুক বেযা কথাও ক'বলৈ ধৰিলে। তেতিয়াই মই ভাবিছিলো বোলো মোৰ ল'ৰাটো থকা হ'লে মোৰ ল'ৰাটো।

## চাৰি

কালি মূৰফুৰণিত দিনটো মূৰকে দাঙিবপৰা নাছিলো। সিহঁত দুজনীয়ে কিবা এটা খাবলৈ হেকেলিযাই আছে মইহে জানিছো মূৰটো দাঙিলেই কৰ্ফাল খাই পৰিম যেন লাগে। চিঞৰি চিঞৰি মোক উঠাব নোৱাৰি সিহঁত দুজনীয়ে কিবা খালে হ'বলা। মোক শোৱাতে দিব নেকি সুধিছিল। সিহঁতে ভয় খাই বুলিহে মই নক'লো পানী এসোহা খালেও বতিয়াই দিম যেন লাগে। মোৰ মূৰফুৰণি আগতেও আছে পিছে লাহে লাহে এতিয়া বেছি হ'বলৈ ধৰিলে। ভীমকলৰ আলু এটা খুলি থোৱা আছিল। তাত ৰাতিটো পানী গোট খায়, সেই পানীকে তালুত ল'লে মূৰ ঘূৰণিটো কিছু কমে।

পিছে তালৈকে সেই খোৰোংটোতে আকৌ কুকুৰ নে শিয়ালে মল ত্যাগ কৰি থ'লে। নতুনকৈ আলু এটা খুলিবলৈযো পাহৰো মনত পৰিলে আজৰি নাই কি কৰিবা আৰু। লবোৰামৰ ঘৰৰপৰা আবেলি পৰত ৰুণুৱে গেলাকোমোৰাৰ পানী অলপ আনি দিলে। তাকে কেইচলুমান মূৰৰ তালুখনত লওঁতেই অকণমান সকাহ পালো। খাবলৈ মন গ'ল। ফিকা চাহ এবাতিয়ে পিঠাগুডি দুটামানে খালতহে শান্তি পালো।

বহি থাকোতেই বিলি আহিছিল। ভালেকেদিন তাই অহাই নাছিল। নঙলা মুখত বাইচকুলখন আওঁজাই থৈ তাই খুৰীদেউ বুলি মাত দি সোমাই আহিল। তাইৰ মাতটো শুনি আৰু চকুৰ আগত তাইক দেখি মোৰ বহুত আপোন মানুহ

দেখাৰ নিচিনা লাগিল। আজিকালি আপোন মানুহো কোনো নহা হ'ল। একালত বিনয় ঘৰত থাকোতে মানুহৰ প্ৰতাপত ঘূৰা পকা কৰিবলৈকে ঠাই নোহোৱা হয়। এতিয়া সঁচ মানুহ এটা দেখিবলৈ নোহোৱা হ'ল। আপোন মানুহ বুলিবলৈ মোমায়েক কেটাও আহিব নোৱাৰা হ'ল। ৰাতিয়ে দিনে ছেদভেদ নোহোৱাকৈ পুলিচ মিলিটেৰীয়ে সিহঁতৰ ঘৰতো আহুকাল দি আছে। আমাৰ নিচিনা দশা হয় বুলি ভয়তে সিহঁতৰ ছোৱালীবোৰ আঁতৰাই থৈছে। কেইমাহমান স্কুলেই খতি হৈছে।

খুৰীদেউ গাটো বৰ ভাল নহয়নেকি?

এৰা অ' আই গাটো বৰ বাৰু নহয়। তই এই অহাৰ আগে আগেহে বিছনাৰপৰা মূৰটো দাঙিছো। দিনৰ দিনটো মূৰকে দাঙিব পৰা নাই হেৰ বৰ বেজাই মূৰঘূৰণি। চাঁত চাঁত এচাবি পেলাব যেন। পিছে।

তইনো ক'ৰপৰা ওলালিহি? ভালেদিন অহা নাই।

—এ নক'ব, সেই এম্-এল-এটো আহিছে বুলি তাক লগ পাবলৈহে আহিছিলো।

—পালি জানো?

—ক'ত পাম। সি ঘৰত নাথাকেই নহয়। ঘৰত তাৰ ঘৈণীয়েকৰ লগতহে কথা পাতিব লাগে। মানুহ চাই চাই সি নিজেই কয় বোলে বাইদেউৰ লগত পাতি থ'বা। বাইদেউৰাৰ লগত পতা কথাৰ অৰ্থ বুইছনে খুৰী? নাই বুজা। ক'ত বুজিব? এইবোৰ আজিকালিৰ ভাষা। তাৰ মানে বন্দবস্ত হ'ব। টকাৰ। 'কথাষাৰ ক'বলৈ নৌ পাওঁতেই বীণাক দেখি তাই ক'লে,—'কি বাইদেউ, খুৰীৰ বোলে মূৰ ঘূৰণি বেছি হৈছে?' —নহ'ব কিয়? খোৱা-বোৱা নকৰি কিবা এসোপা মূৰত সুমাই চিন্তা কৰি থাকিব কেলেই মূৰ নুঘূৰাব।' বীণাও কিছু পৰ টলকা মাৰি ৰ'ল আৰু বিলিও ৰ'ল। বিলিৰ মুখখনলৈ চাই গম পালো যে, তাইৰ কিবা এটা চিন্তা হৈছে। কিবা এটা কথা হঠাতে দকৈ তাই ভাবিছে। এইবাৰ তাই মোৰ ফালে চাই ক'লে, —'পাৰিব নে ওলাব? কাইলৈ খুৰীদেউ আপুনি মোৰ লগত ওলাব পাৰিবনে? এটাৰ ওচৰলৈ গৈ খবৰ এটা ল'ম। পাৰিবনে ওলাব মোৰ লগত? —পাৰিম, পাৰিম —মই ল'ৰাৰ খবৰ ল'বলৈ যমৰ ওচৰলৈয়ো যাব পাৰিম। পিছে কৈছো হয় বাছ মটৰত যাব নোৱাৰো। ধুই পানী খাবলৈয়ো হাতত পাতি পইচা এটাও নাই। সিহঁত দুজনীয়ে কপাটিভত কাপোৰ দিলেহে পইচা, আকৌ অহা সোমবাৰেহে আনিবলৈ মাতিছে।' একে উশাহে কথাষাৰ কৈ মই তাইৰ মুখলৈ চালো। তাইৰ মুখখন যেন ৰঙা পৰি গ'ল।

—পইচা হ'ব হ'ব, পইচাৰ কথা ভাবিব নালাগে। বৰ বেছি পইচাৰ কথা নাই। মই আজিকালি কে'বাটাও টিউচন কৰো নহয তাৰে টকা পাইছিলো। মুঠতে আপুনি গা-পা ধুই খাই বৈ ওলাই থাকিব—মই আহিম। ন বজাৰ গাডীত যাম। দহ বজাত পামগৈ। আকৌ এঘাৰ বজাৰ গাডীত ঘুৰি আহিব পাৰিব। বাৰু মই এতিযা যাওঁ। আপুনি ওলাই থাকিব। ৰীণা বাইদেউ, মই আহিছো —বুলি সাউৎকৈ ছোৱালীজনী ওলাই গুচি গ'ল।

ৰাতিটো আকৌ টোপনি নাহিল। ছোৱালীজনীযে মোক কাইলৈ ক'লৈ নিব খুজিছে তাকো ভাবি-চিন্তি লেখমানো টোপনি নাহিল। আঁৰ কৰি কোৱা নাই মোৰ হেৰোৱা ল'ৰাটোৰ সংবাদ পাবলৈ মই য'লৈকে যেযে নিযে তালৈকে যাব পাৰিম।

মই ওলাই বহি থাকোতেই ছোৱালীজনী আহিল। আহিযেই বাইচকুলখন নিজেই ভিতৰ সুমাই থৈ মই কিবা খালোনে নাই খবৰ ল'লে।

তাইৰ লগতে বাছত উঠি এতিয়া আহি আছো। ক'লৈনো যাম মযো তাইক সোধা নাই তায়ো উপযাচি কোৱা নাই। মোৰ পিছে মনতে ভাব এটা হৈছে যেন বিনয়ৰ সবিশেষ খবৰ আজিয়েই পাম। আৰু খবৰ পালেই মই অকলে হ'লেও তাৰ ওচৰ ওলামগৈ। তাক বুকুত সুমাই ক'ম, 'বোপাই অ' অকালতে বাপেৰ গ'ল, ককাযেৰ এটাই সেয়া পিছ ল'লে, দুজনী গাভৰু ছোৱালীৰ লগত মই কেনেকৈ দিন কটাইছো কিবা ভু পাইছ জানো? ব'ল ব'ল অ' বোপাই ঘৰলৈ ঘুৰি ব'ল। মাৰজনীহে চবতকৈ ডাঙৰ বাকীবোৰ পিছ।' সঁচাকৈযে হয কলেজৰপৰা ওলাই বিনযে কি কামনো কৰি ফুৰিছিল মই এবাৰো গম পোৱা নাছিলো। মই ভাবিছিলো ল'ৰাই চাকৰি বিচাৰি ফুৰিছে। মাজে মাজে একেবাৰে মাহচেৰেক নাইকিয়া হৈ থাকে। পাছত ভুৰুংকৈ ওলাবহি, ঘৰত দুই-চাৰিদিন থাকি আকৌ ভাগিল। ঘৰত সি থকা কেদিন মানুহৰ ইমান সমাগম হয় যে মানুহে কিবা সকাম-নিকাম পাতিছে বুলিহে ভাবিব। নানা তৰহৰ মানুহ আহে। আজি যিবোৰ পুলিচে দিনে ৰাতিয়ে ঘৰ-বাৰীত পনপনায় ফুৰিছেহি তেনেকুৱা পুলিচো বিনয় থাকোতে আহিছিল। গুৰুৰ ওচৰত ভকতে কথা পতাদি কথা পাতিছিল। কেতিয়াবা তেনেকুৱা পুলিচক বিনয়ে দাবী দিয়াও দেখিছিলো। পুলিচকো যে দাবী দিব পাৰি বা পুলিচেও যে দাবী খাই মনে মনে থাকে নিজে নেদেখা হ'লে লোকে কোৱা হ'লে মই বিশ্বাসেই কৰিব নোৱাৰিলোহেঁতেন। সেই দাবী খোৱাৰে চাগে এতিয়া সিহঁতে আমাৰ ওপৰতে তাৰ পোতক তুলিছে ল'ৰাক নাপায়।

কিবোৰ ভাবি আহোঁতে কেতিয়ানো পালোহি-কেতিয়ানো বিলিয়ে বোলে খুৰীদেউ নামক বুলি ক'লে একো ততকে ধৰিব নোৱাৰিলো। তাইৰ পিছে পিছে মই গৈ আছো। গাঁৱৰ মাজতো যে, পকা বাট আছে মই আজিহে গম পালো। বিলিয়ে ক'লে,—'খুৰীদেউ, মই বিনয়হঁতৰ দলৰ ডাঙৰ লীডাৰ এটাক ঘৰলৈ লৈ আহিছো। আপুনি দেখিলে চিনিও পাব পাৰে। আপুনি বিনয়ৰ কথা খাৰাংখাচ সুধিব। মই প্ৰথমে একো নকওঁ। ক'বলগীয়া হ'লেহে মই কম নহ'লে আপোনাৰ লগতে একোকে নজনা ছোৱালী এজনী থকা দিহে থাকিম।' মই বোলো বাৰু, মই সুধিম আই। মই সিহঁতৰ লীডাৰ এটাক বিচাৰিহে ফুৰিছিলো।

—কি নাম আছিল বাৰু আপুনি বিচাৰি ফুৰা লীডাৰটোৰ? বিলিয়ে সুধিলে।

—জানো, নামটো পাহৰিলো নহয়। দেখিলে চিনি পাম । আগতে বহুতবাৰ আমাৰ ঘৰলৈ গৈছেও। আমাৰ ঘৰত আছেও, খাইছেও। যোৱা দুবছৰতহে দেখা নাই তাক।

—তাৰ নাম বাৰু প্ৰদীপ মহন্ত হয়নে?

—হয় হ'বলা-গোসাঁই ল'ৰাই আছিল সি? হয় হয়।

—তেনেহ'লে তাৰ ঘৰলৈকে আজি আপোনাক লৈ আহিছো।

—সি ঘৰত আছে নেকি?

—আছে, আছে। চব দেখিব বলক।

সঁচাকৈয়ে হয় দেই মই কাহানিও মন্ত্ৰী এম্-এল-এৰ ঘৰলৈ আহি গৈ পোৱা নাই যদিও সিহঁতবোৰৰ ঘৰবোৰো চাগে এইটো ঘৰৰ নিচিনাই হ'ব। লোহাৰ গেটখনৰ ওচৰৰপৰা পকা। ঘৰেই ঘৰ। দুটা পুলিচো দেখোন বাৰাণ্ডাত বহি আছে। থাকিবই, আমাৰবোৰৰ ঘৰতেই যেতিয়া পুলিচৰ ইমান টিঘিল-ঘিলনি, ইমান ডাঙৰ নেতা এটাৰ ঘৰতনো পুলিচ নাথাকিব নে? কমহে হৈছে। দেহি এইখন ঘৰো তেনেহ'লে পুলিচে ঘৰ কৰি ৰখা নাই। পুলিচ দেখি মোৰ ভয় লাগিব তাতে আৰু এটা কথাই মোৰ মনত কামুৰিবলৈ ধৰিলে, আজি যদি মই নথকা অৱস্থাত আমাৰ ঘৰলৈ পুলিচ যায়। তেতিয়া কি হ'ব? সেই হুছেইন ইনচাৰ্জটোৱে যেনেকৈহে ছোৱালী দুজনীলৈ চায় যেন জীয়াই জীয়াই সিহঁত দুজনীক কুঁহিয়াৰ চোবোৱাদি চোবাইহে পেলাব। বৰ লুৎসা স্বভাৱ তাৰ ; চকু-মুখ দেখিলেই ধৰিব পাৰি। নামটো হুছেইন তাৰ। যদি এতিয়া মই নথকা অৱস্থাত দিন দুপৰতে সিহঁত আমাৰ ঘৰলৈ যায় তেতিয়া কি হ'ব? মোৰ গাটোত সিবিক সাবাৰুকৈ জাৰ লাগিবলৈ ধৰিলে। মাজে মাজে

জিকাৰ এটাও আছে। এতিয়া যদি ছুছেইন ইনচাৰ্জে দল বল লৈ আমাৰ ঘৰত সোমাইছে। তেতিয়া?

ল'ৰাটো ইমান নোদোকা হৈ পৰিল যেন পুৰঠ পকা মালভোগ কল এটাহে। সেই দোক-মোকালিতে বিনয়ে ওলাই গৈছিল। সেই ডেকা ল'ৰাটোৰ যিহে কেলপনীয়া চেহেৰা দেখিলো কিন্তু আজি তাৰ লগৰ এইটোৰ চেহেৰা এয়া একেবাৰে আকাশ-পাতাল পৃথক। বহুত পৰৰ মূৰত বহুত কোৱাৰ পাছতহে সি মোক চিনি পালে। কিন্তু চিনি পোৱাৰ পাছতে ল'ৰাটো গহীন হৈ পৰিল। ময়েই প্ৰথমে তাক সুধিলো, 'গোসাঁই ল'ৰা, আমাৰ বিনয়ৰ কিবা খবৰ পোৱানে? সি ক'ত আছে হে মইনা কিবা সংবাদ পোৱানে?' মোৰ কথাটো যেন তাৰ কাণত সোমোৱাই নাই সেই ভাবত সি খিৰিকীৰে বাহিৰলৈ চাই আছে আৰু মোৰ কথাৰ একো উত্তৰ দিয়া নাই। ময়ো চাই আছো তালৈ বিলিয়েও চাই আছে। মোৰ কথাটো তেতিয়াহ'লে সি শুনিয়েই নেপালে নেকি? মই এবাৰ তাৰ পুষ্ট চেহেৰাটো আৰু এবাৰ বিলিলৈ চালো। বিলিজনী তেনেই কেৰেলুৱাটোৰ দৰে ৰঙা পৰি গৈছে। ময়েই আকৌ সুধিলো, 'হয়নে মইনা, আমাৰটোৰ কিবা খবৰ পোৱানে?'

—নাই, নাপাওঁ। মই একো ক'ব নোৱাৰো, মোক নুসুধিব।' সি ইমান টান মাতেৰে উত্তৰটো দিলে যেন মই তাক মোৰ পেৰাৰপৰা হেৰোৱা ধনীয়াখনৰহে চোৰ ধৰিছো। তাৰ উত্তৰ শুনি কিছুপৰ মই এনেদৰে থৰ্‌মৰ খালো যে আৰু কিবা এটা সোধাৰ একো মোৰেই ভালেপৰলৈ বিচাৰি নাপালো।

—তুমি ক'ব নোৱাৰিলে কোনে ক'ব পাৰিব? ক'বলৈ গ'লে তুমিহে মোৰ ল'ৰাটো বঢ়াই-বুজাই ঘৰৰপৰা মাতি আনিছিলা? ক'ত জানো সাহস পালো মোৰো মাতটো কিছু টান হ'ল।

—ক'ত মই মাতি আনিছিলো, আপোনাৰ ল'ৰা নিজে নিজেই আহিছিল মই কি কৰিব লাগে? আহিছিল আহিছিল এতিয়া বুজালেও নুবুজে, ক'বলৈ গ'লে অবাটে গ'ল—মই কি কৰিব লাগে? মোক কিয় 'চাৰজ' কৰিছে? তাৰ মাতটো ইমান কঠুৱাকৈ ওলাল যে বাৰাণ্ডাত কথা পাতি বহি থকা পুলিচ দুটাই খিৰিকীৰ পৰ্দ্দা দাঙি ভিতৰলৈ চালে। মোৰ মাত হৰিল। কোঠাটোৰ ভিতৰত ওলমি থকা গান্ধী, নেহৰু আৰু ইন্দিৰা গান্ধীৰ ছবি কেইখনকে চাবলৈ ধৰিলো। ডাড়ি থকা মানুহ কেইটামানৰো ছবি আঁৰি থোৱা আছিল। কথাকেটা কৈয়েই সি বহাৰপৰা উঠিব খুজিলে। এইবাৰ বিলিয়ে মাত লগালে, 'ৰ'বচোন আপুনি তেনেকৈ ক'লেই

হ'বনে? আপুনিতো নাজানে এই খুৰীদেউৰ মানসিক অৱস্থা কি হৈছে? মানুহজনীৰ খাৱন-শোৱন নাই। তাৰ উপৰি দিনে ৰাতিয়ে পুলিচ মিলিটেৰীৰ অত্যাচাৰ। গাভৰু ছোৱালী দুজনীৰ কথা বাদেই দিয়ক এই বুঢ়ী মানুহজনীও মিলিটেৰীৰ হাতৰপৰা সাৰিব নোৱাৰিলে। কিন্তু আপুনি—

—আপুনি যে মোক চাৰ্জ কৰিবলৈ আহিছে মই কি কৰিব লাগে? ছাৰেণ্ডাৰ কৰিবলৈ ইমানকৈ কোৱা সত্ত্বেও কিয় ছাৰেণ্ডাৰ কৰা নাই?

—কিন্তু ছাৰেণ্ডাৰ কৰিবলৈকে আপোনালোকে এইবোৰ কৰিছিলনে?

—ছাৰেণ্ডাৰ কৰা মানে আমি বিপ্লৱ এৰি দিয়া নাই নহয়, মাত্ৰ পশ্চাহে সলনি কৰিছো।

—কি ক'লে? পশ্চাহে সলনি কৰিছে? হাঁহি এটা মাৰি বিলিযে ক'লে। অ' সেইবাবেহে আজি আপোনাকৰ অৱস্থা মন্ত্ৰীৰ অৱস্থা হোৱাদি হ'ল। ক'লে বেযা পাব আপোনাৰ দেউতাক এল্-পি স্কুলৰ মাষ্টৰহে আছিল।

—আপুনি দেখোন মোৰ ব্যক্তিগত কথাত হাত দিছে?

—নাই দিয়া ক'বলৈ বাধ্য হৈছো। মই জনাত এখেতৰ পুতেক বিনযৰ হাতেদিযেই লাখ লাখ টকা সংগঠনলৈ গ'ল কিন্তু মাকৰ অৱস্থা এযা। মুৰ ঘূৰালে মূৰত তেল অকণ ল'বলৈ উপায নাই। গেলা কোমোৰাৰ পানী তালুত লয়। আৰু আপোনাৰ ঘৰৰ অৱস্থা এযা, মাৰুতি গাড়ীলৈ ফুৰে। আপোনালোকৰ লগৰে এচামে ফুৰিছে তেনেকৈ, বিধৱা মাকজনীযো আৰ্মীৰ কামনাৰ বলি হৈছে, হেৰোৱা পুতেকক বিচাৰি হাহাকাৰ কৰি ফুৰিছে আৰু আপোনালোকে বুলি কিছুপৰ বিলিয়েও কথা ক'ব নোৱাৰিলে। মই ভাবিছিলো গোসাঁই ল'ৰাটো খণ্ডত একো নাই হৈ পৰিব পিছে সিও কিছুপৰ নিতাল মাৰিলে। তাৰ পাছত আগতকৈ সৰু মাতেৰে সি ক'বলৈ ধৰিলে,—'আপোনালোকে নুবুজাকৈযে মোৰ ওপৰত দোষ জাপিছে। আমিতো বিপ্লৱ এৰা নাই মাত্ৰ ছল বুজি কৌশলহে বা পশ্চাহে সলাই লৈছো।'

—ঠিকেই বাৰু পশ্চাহে সলাইছে তেনেহ'লে আটাইবোৰে একেটা কামকে নকৰিলে কিয়? আৰু হঠাতে যে পথ সলাবলগীয়া হ'ল আগতে বুজা নাছিল নেকি?

—বিপ্লৱত সেইটো আছেই। মাওছে তুঙেও কৈছে। ভুল পথ হ'লে সলাবই লাগিব।

—আগতেনো কিয় জনা নাছিল? আপুনি বল খেলিবলৈ হাতত ফুটবল

এটা লৈ প্ৰথমতে হাৰিলৈ যাবনে পথাৰলৈ যাব? যি দেখিছো আপোনালোকে ফুটবল খেলিবলৈ প্ৰথমতেই হাৰিলৈহে গ'ল তাৰ পাছতহে হাৰিত খেলিব নোৱাৰিহে মুকলি পথাৰ বিচাৰি ওলাই আহিল। ফুটবল কেনেকৈ খেলে, ক'ত খেলিব পাৰি, কিয় খেলিব লাগে তাৰ ধাৰণাটোৱেই যাৰ নাই সি আকৌ ফুটবল খেলাৰ কেপ্তেইন হয়, কথাটো তেনেকুৱাই হোৱা নাইনে?

—আপোনালোক ইয়াৰপৰা যাবনে নাই মই যাবলৈ ক'ব লাগিব।' যেন বৰ ডাঙৰ ঘণ্টা এটাতহে লোহাৰ মাৰিৰে কোবালে ঠিক তেনেদৰে ডাঙৰ মাতেৰে সি ক'লে তাৰ দাবী শুনি বাৰাণ্ডাত বহি থকা পুলিচ দুটাও ভিতৰলৈ সোমাই আহিল। পুলিচ দেখি মোৰ বৰ ভয় লাগিল। বিলিও কিছুপৰ মনে মনে ৰ'ল।

—আপুনি আজি আপোনাৰ পুতেকৰ কথা সুধিবলৈ আহিছে কিন্তু আপোনাৰ পুতেকেই মোক মাৰিবলৈ চান্দি ফুৰিছে জানে নে?'

একেটা মাতেৰে সি ক'লে।

—ইমান দিনলৈ থ'বই নালাগিছিল আচলতে কেতিয়াবাই শেষ কৰি দিব লাগিছিল আপোনালোকক' বুলি ঘপহকৈ বিলি বহাৰপৰা উঠিল আৰু ক'লে,— 'বলক খুৰীদেউ।' মই ঘপহকৈ উঠি দিওঁতে গোটেইখন আন্ধাৰ দেখি খপকৈ দুৱাৰখনত ধৰিহে ধুপুচকৈ নপৰাকৈ ৰ'লো।

—কি ক'লে? আপুনি কি ক'লে?' হুতামাতেৰে সি ক'লে।

—মই কোৱা নাই, এযা মোৰ কথা নহয়, ৰাইজৰ কথা। আহক খুৰীদেউ। ইয়াত বহি থাকিলে আপুনি ল'ৰাৰ খবৰ নাপাব। ল'ৰাৰ খবৰ পোৱাৰ আগতেই আপোনাৰহে মৃত্যুৰ খবৰ ওলাব।' মই একো উত্তৰ দিহ নাপালো। বিলিৰ পিছে পিছে ওলাই আহিলো। মোৰ মূৰটো ঘূৰাবলৈ ধৰিলে। ঠাইতে বাগৰি পৰিম যেন লাগিলত বিলিৰ হাতখনতে খামোচা মাৰি ধৰিলো। তাই বৈ মোৰ গাত ধৰি ক'লে।

—কি হ'ল মূৰ ঘূৰাইছে নেকি?' মই তাইৰ কথাৰ উত্তৰ দিব নোৱাৰি মূৰটোহে দুপিয়ালো। তাই মোক গাত ধৰি নি দোকানখনৰ মুখৰ বেঞ্চখনতে বহুৱাই দিলে। বহাৰ লগে লগেই মোৰ মূৰৰপৰা ভৰিলৈকে জিৰ্ জিৰকৈ কিবা কিছুমান বগাই সৰি পৰা যেন লাগিল। গাটো পাতল পাতল লাগিল। কিন্তু চকুৰে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলো। কাণ দুখনত শুম শুমনি এটা উঠিল, বাহিৰৰ একো শব্দ কাণত নপৰিল। দোকানীজনে গাখীৰ এগিলাচকে আগবঢ়াই দিছিল, কেইঢোকমান খোৱাৰ পাছতহে সেয়া গাখীৰ বুলি তত ধৰিব পাৰিলো। কোট্

কোট্‌কৈ গাখীৰ গিলাচ পি খোৱাৰ পিছত যেন গাটো শীতল পৰি গ'ল। দোকানীজনক বিলিয়ে বেগৰপৰা উলিয়াই পইচা দিছিল কিন্তু তেওঁ নল'লে। বিলিৰ লগত কিবা কথা পাতিলো। সিহঁতহালৰ কথাবোৰ টুকুৰা টুকুৰকৈ কিছুমান মোৰ কাণত সোমাইছিল। কথাবোৰৰপৰা গম পালো যে এই গোসাঁই ল'ৰাটো আজিকালি জিলাৰ ডি চি থকা দিহে থাকে। আগে পিছে গাড়ীলৈহে ফুৰে। ঘৰতে পুলিচো থাকে-টেলিফোনো থাকে। ধুম-ধামকৈ বোলে বিয়াও পাতিছে। কথাবোৰ শুনি পিছে মোৰ ল'ৰাটিলৈ খং নুঠিল। কিবা এটা ভালহে লাগিল। হওক তেওঁ এজনী মাকে ৰক্ষা পালে। মোৰ নিচিনাকৈ তাৰ মাকে হেৰোৱা ল'ৰা বিচাৰি হাবাথুৰি খাই ফুৰিবলগীয়া হোৱা নাই। লগৰ কিছুমানে যেতিয়া ভুলটো বুজি পাই শুদ্ধ পথলৈ আহিল তেনেহ'লে বিনয়ো গুচি আহিব লাগিছিল। সিনো অকলে কিটো কৰিব পাৰিব? ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিব লাগিছিল। পুলিচে কৈছে নহয় বোলে ঘৰলৈ ঘূৰি আহিলে গৰমেণ্টে লাখ লাখ টকাও দিব, গাডীও দিব, চাকৰিও দিব। সি দেখোন ক'লে বোলে বিনয়ে তাক মাৰিবলৈ চান্দি আছে হয় জানো কথাটো? পিছে তাৰ কথাটোত সঁজাত নাই। মোৰ ল'ৰা বিনয়ে কেতিয়াও মানুহ মাৰিব নোৱাৰে। ককায়েকটোক হত্যা কৰা সেই হেডমাষ্টৰক শাস্তি দিবলৈ কিমানে উচটাইছিল। ক'তা সি দেখোন হয়ঁ নকৰিলে। নাই নাই কথাবোৰ সি সাজিহে কৈছে।

গোসাঁই ল'ৰাটোৰ ঘৰৰপৰা আহিবৰেপৰা মোৰ মনটোতো নানা খেলি মেলি লাগিল। পানীতপৰা মানুহে শেষ আশ্ৰয় বুলি খামোচ মাৰি ধৰি থকা বনমুঠিও ছিগি গ'লে যেনে এটা অৱস্থা হ'ব মোৰো তেনে হ'ল। মোৰ ল'ৰাটোৰ কি হ'ল? কেনি গ'ল? কোনে বাৰু সংবাদ দিব? একমাত্ৰ লাই-লেচাই এটাই ল'ৰা আছিল—তাকো হেৰিয়ে কৰব দৰে বাখৰ তেনেহেন ডেকা ল'ৰাটো হেৰাই গ'ল। কলেজ পাছ কৰাৰ খবৰটো শুনি মনটো বৰ ভাল লাগিছিল। বাপেকেটো জীয়াই থকা হ'লে আজি কিমান আনন্দ পালেহেঁতেন। ভাবিছিলো বোলো ল'ৰাই যেনে তেনে চাকৰি এটা যোগাৰ কৰি ল'ব, ঈশ্বৰে চকু মেলি চাব, ছোৱালী দুজনী বিয়া দি উলিয়াই দিম, মনৰ মতন এজনী ল'ৰালৈ আনিম। অময়াসুখ নহ'লেও সুখ হ'ব। তালৈকে ল'ৰাই কৰিলে সেয়া। চাকৰি বাকৰি মোক এতিয়া নেলাগে ল'ৰাটোকে যদি ঘূৰাই পালোহেঁতেন। ইহঁত দুজনীয়ে জানো ক'ত গম পায় কথাটোৰ দুয়োজনীয়ে ফুচ ফুচাই কথা পতা শুনো কেতিয়াবা। এনেকুৱা ল'ৰাবোৰ বোলে গুলীয়াই মাৰিছে। ক'ৰবাত কোনোবাই। কেতিয়াবা বিলিয়েও

সিহঁতৰ লগত সৰু সৰুকৈ তেনে দুই-এটা কথা নপতা নহয়। কাণত পৰিলে সবিশেষ মই ধৰিব নোৱাৰো।

আৰু এটা মই মন কৰিছো সেইদিনা গোসাঁই ল'ৰাটো পকা ঘৰটোৰপৰা ওলাই অহাৰ পাছৰেপৰাই যেন বিলিজনীও কিবা আংমৰা মানুহৰ দৰে হৈ পৰিল। কিবা কথা কিছুমান যেন মোৰ দৰে অনবৰতে ভবি থাকিবলৈ ল'লে। কিবা এটা কেবাবাৰো সোধাৰ পাছতহে যেন দিওঁ নিদিওঁকৈ উত্তৰটো দিব। কি হ'ল তাইৰ এইটো বয়সতে?

সেইদিন ধৰি মোৰ মনটো ইচ্‌ট বিচ্‌ট লাগিবলৈ ধৰিলে। পুলিচো আজি কিছুদিন ধৰি অহা নাই। যিটো পুলিচ চাহাবে ঘৰতে আহি দপদপাই গ'লহি বোলে ল'ৰাই আত্মসমৰ্পণ নকৰিলে তোমালোকক জেললৈ চোঁচোৰাই নিম। সেইটো চাহাবেই সিদিনা দোকানৰ মুখত বীণাক পাই হাঁহি মাতি কথা বতৰা পাতি ভাল-বেয়া খবৰ লৈছে। কথাটোৰ একোকে পাৰ নেপালো। ক'ৰবাত আকৌ ল'ৰাটোক সিহঁতে ধৰিলেই নেকি? নচেৎ সিহঁতে কোবাৰ দৰেই ক'ৰবাত আকৌ ল'ৰাই নিজেই ধৰা দিলে নেকি? কথাটো মনত খেলালত মনটো পাতল লাগি গ'ল। কথাটো বিলিকে সোধো সোধো বুলি মই সুধিব পৰা নাই। কে'বাদিনো লগো পাইছো তথাপিও তাইক মই সুধিব পৰা নাই। দেহি ঐ গোটেই দেশখনতে চাগৈ মোৰ দৰে কিমানজনী মাকে-পুতেকবোৰৰ বাবে হিয়া ভুকুৱাই ফুৰিছে। ৰামৰাজ্য তেনেহ'লে ইয়াকেহে বোলে। বিলিয়ে ঠিকেই কৈছে, ফুকলীয়া ছোৱালী যদিও তাই ঠিক কথা এটাকে কৈছে বোলে অন্যায় কৰা পাতকীবোৰৰ বাবেহে গান্ধীয়ে ৰামৰাজ্যখন পাতি থৈ গ'ল। আমাৰ নিচিনা দুখীয়া ভিকহুবোৰৰ বাবে ইয়াতকৈ ডাঙৰ নৰক আৰু একো নাই।

কি কাণ্ড। যিদিনাখনেই পুলিচ নহা দেখি কথাটো ভাবি মনতে সন্তোষ পাইছিলো সেইদিনাই মাজ নিশাখন গিৰ্ গিৰ্কৈ এগাড়ী সোমালহি নহয়। সিহঁতে আকৌ মোৰ ল'ৰা বিচাৰি অহা নাছিল। ক'ৰবাৰপৰা বোলে বিনয়ৰ দৰে পুলিচত ধৰা নিদিয়া এটাহে বোলে আমাৰ ঘৰত আছে বুলি গম পাইহে তাকে ধৰিবলৈ আহিছে। সিহঁত দুজনীয়ে মাজনিশা পুলিচ দেখি প্ৰাণটাকি চিঞৰিবলৈ ধৰিলে। সনাহী মখায়ো প্ৰথমে টৰ্চ্চ মাৰি মাৰি চাৰিওকালে পিত পিতাই চাই শেষত ভয়তে চিঞৰি থকা ছোৱালী দুজনীৰ সন্মুখত বৈ বন্দিৰ পাঠাৰ দৰে চাবলৈ ধৰিলে। মই জানো ক'ত বল পালো-বিছনাৰ তলত থকা জুইশলাটো উলিয়াই আনি সিহঁতৰ ওচৰত ফেট তুলি বৈ ক'লো, 'খবৰদাৰ, তহঁতে যদি গাত হাত দিয়

তহঁতৰ চকুৰ আগতে গাত জুই লগাই মৰিম বুলি মই জুইশলা বাহঁটোৰপৰা কাঠি এটা উলিযাই ল'লো। তেনেতে হ'বলা বাহিৰৰপৰা পুলিচৰ পোছাক নিপিন্ধা ডেকা মানুহ এটা ঘপা ঘপ সোমাই আহিল। আহি মোৰ ফালে ট-টকৈ কিছুপৰ চাই সনাহীখনক উলিয়াই লৈ গ'ল। পিছতহে গম পাইছো সেইটো বোলে হাকিম আছিল আৰু সেইদিনা সেই হাকিমটো নথকা হ'লে মুঠতে মই ছোৱালী দুজনীৰ শ দুটাহে ৰখিবলৈ পালোহেঁতেন। আৰু এইটোও সঁচা কথা যে সেইদিনা যদি ছোৱালীৰ গাত হাত দিলেহেঁতেন আটকীযা কেৰাচিন তেলকে গাত ঢালি লৈ সিহঁতৰ আগতে জুইশলা কাঠি মাৰি জ্বলি গ'লোহেঁতেন। পিছত যি হ্য হ'ব তাঁলৈ চিন্তা নকৰিলোহেঁতেন।

সেই পুলিচগাল যোৱাৰ পাছত আকৌ কথা এটা ভাবি মোৰ মনটোত বল পোৱাদি পালো। কোনোবা এটা আহি আমাৰ ঘৰত মনে মনে আছেহি বুলি পুলিচে খবৰ পালে আৰু সেই বাবেই সিহঁতে আহি তাকে তালাচী কৰিলে। সেইটোনো কোন? আমাৰ বিনয়ৰ লগৰ। তেনেহ'লে বিনয়ৰ লগত আৰু ল'ৰা আছে। সি নিচেইকৈ অকলশৰীয়া তেতিয়াহ'লে নহয়। মোৰ ল'ৰাটো অকলশৰীয়া নহয বুলি জানি মনটো ভাল লাগি যোৱাৰ পাছতে আকৌ কথা এটা ভাবিলত মনটো মৰি গ'ল। আৰো চাঁগে মাকজনীৰ এই মোৰ অবস্থাই অবস্থা।

কিবা হামিবোৰ আহি থকা হ'ল। কাণ দুখনত গুম-গুমনি উঠি থকা হ'ল।

বেলি পৰিবৰ সমযত বিলিযে আহি ক'লেহি,—'খুৰীদেউ, কাইলৈ আৰু এজনৰ ওচৰলৈ যাম ওলাব। বেছি দূৰ নহয—খোজ কাটিযেই যাব পাৰিম। আপুনি দহমান বজাত ভাতপানী খাই ওলাই থাকিব। কাইলৈ স্কুল বন্ধ। যাব পাৰিবনে?

—পাৰিম, পাৰিম আই—যাব পাৰিম। মোৰ মনটো এনেকুৱা লাগিছে যে, কাইলৈনো বাট চাব লাগিছে কিয এতিযাই থিতাতেই যাব পাৰো।' কৈ শান্তি পালো।

পৰশুৰামে হাতত কুঠাৰখন লৈ পৃথিৱীৰ প্ৰদক্ষিণ কৰাদি মই মোৰ ল'ৰাটো বিচাৰি গোটেই দেশখনকে খোজ কাটি ঘূৰিব পাৰিম। মাত্ৰ মোৰ ল'ৰাটো লাগে। মোৰ ল'ৰাটো।

# পাঁচ

বিলিৰ লগতে খোজ কাটি গৈ আছো। তাইনো মোক কাৰ ওচৰলৈ নিছে কোৱা নাই—ময়ো সোধা নাই। কিন্তু মই কৈছো নহয় মোৰ ল'ৰাটোৰ সংবাদ পাবলৈ যদি মোক যমৰ ওচৰলৈয়ো লৈ যায় তেতিয়াও মই হেলাৰঙে যাম। এতিয়াই নহয় এৰা-বাহিৰ ফুৰিবলৈ পুৱাই ওলাওঁতেই মোৰ মূৰটোৱে ঢকা কোবাই যায়, অ'ত ত'ত ধৰি ধৰিহে যাব পাৰো বা সৰুপানী চুবলৈ যাওঁতেও মূৰটো ঘূৰায, কিন্তু এতিযা এমাইলমানেই আহিলো হ'বলা—স্কুলীয়া ছোৱালী অহাদি আহিব পাৰিছো। মূৰ ঘূৰণিৰ কথাটো মনত পৰিলেহে মূৰটো আচন্দ্ৰাই কৰাৰ নিচিনা লাগে—এনেয়ে ক'বই নোৱাৰো। চিন্তাই মূৰটো খুলি খুলি খাইছে, তাতে ভালেদিন ধৰি চকুত টোপনিও নাই ভালকৈ খাবলৈ ববলৈযো মন নাযায, মন গ'লেও উপায় নাই কেলেই গাটো দুৰ্বল নহ'ব। বযসো হ'ল নহয়। খোৱা বোৱাইহে দেহাৰ আচল কথা। দেহা থাকিলেহে বেহা।

মোতকৈয়ো বিলিৰহে আজিকালি চিন্তাটো বেছি হ'ল। ইমানদুৰ বাট একেলগে আহি আছো। তথাচ তাই কথা এষাৰ পতা নই। বাযকে-ভনীয়েক দুজনীযেই ইমান চিন্তা ৰা নাই—ল'ৰাটোৰ কথা বিলিযে যিমান চিন্তা কৰিছে। তাযো বোলে ঘৰত ২।কি দি দিহে মোৰ ওচৰলৈ আহিছে।

—ছাৰ আছেনে ? দুৱাৰ মুখত ৰৈ বিলিয়ে মাত লগালে।

—অ' আছো, কোন? অ' তুমিহে আহা আহা, চুলিত পক ধৰা আদহীয়া মানুহটোৱে ভিতৰলৈ মাতিলে। মই এই মানুহটো ক'ৰবাত দেখা যেন পাইছো। দেখিছো, নামে মানুহে চিনি নেপাওঁ।

—কোৱাচোন ক'ৰপৰা আহিলা? এখেত —

—আপোনাক লগ পাবলৈকে আহিলো, এখেত আমাৰ খুৰীদেউ বিনযৰ মাক মানে—

—বিনয়। বিনয মানে –

বিনয় বড়া,—বিনয় বড়াৰ মাক। কিয় বিনয় বড়াক চিনি নাপায।

—অ' বুজিছো' বুলি মানুহটো গহীন হৈ গ'ল। তাৰ পিছত মানুহটো বহাৰপৰা উঠি কিবা এটা কৰিবলৈ যোৱাৰ দৰে ভিতৰলৈ গ'ল। মানুহটো ভিতৰলৈ যাওঁতেই বিলিয়ে ক'লে—'এখেত ভোগ খোৱা হাইস্কুলৰ মাষ্টৰ আৰু কে'বাখনো বাতৰি কাকতৰ সাংবাদিক।'

—কি বুলি ক'লি?

—সাংবাদিক, বাৰ্তৰি কাকতলৈ খবৰ বাতৰি পঠায, তাকে কাগজত ওলায। বিলিৰ কথাটো শেষ নহ'লেই তেওঁ ভিতৰৰপৰা ওলাই আহি কোঠাটোৰ কাঠৰ দুৱাৰ দুখন জপাই দিলে। চোতালৰ ফালৰখনো জপালে, ভিতৰৰ ফালৰখনো জপালে। দুৱাৰ দুখন জপাওঁতে কেৰেক্ কেৰেক্ শব্দ হ'ল। মানুহটো পুনৰ চকীখনত বহিল। তাৰ পাছত এবাৰ মোলৈ আৰু এবাৰ বিলিলৈ চালে। বিলিযেও কিবা এটা কওঁ কওঁ বুলি যেন ক'ব পৰা নাই।

—তোমাৰ ক'ৰবাত কিবা সুবিধা হ'ল নে?

—নাই ছাৰ ক'ত সুবিধা হ'ল। এল্-পি স্কুলৰ চাকৰি এটাৰ বাবেই যদি এম্-এল-এই পঁচিশ হেজাৰ টকা বিচাৰিব পাৰে, ডি,অ'ই দহ হেজাৰ বিচাৰিব পাৰে ক'ত চাকৰি হ'ব। চাকৰি আৰু নহ'ব ছাৰ। কৈ বিলিযে টেবুলত পৰি থকা বাতৰি কাকত এখন হাতলৈ তুলি ল'লে। মানুহটোৱে বিলিৰ কথাৰ একো উত্তৰ দিয়া নাই। মোৰ মনত এনেকুৱা কথা এটাহে খেলালে যেন আমাক দেখি মানুহটোৱে বৰ বাৰু পোৱা নাই। ক'বও পৰা নাই একো। মানুহটোৰ চুলিবোৰত পক ধৰিছে। গোঁফৰ ডাঢ়িবো কিছুমান পকিছে। মুখখন পূৰঠ। ল'ৰা-ছোৱালী বা কেইটা? কিমাননো ডাঙৰ দীঘল হৈছে ।

—বাৰু কোৱাচোন কিযনো আহিলা? মোৰ আকৌ এফালে যাবলগীযা আছে। মিটিং এখন আছে। মানুহটোৱে ক'লে।

—ছাৰ, আহিলো মানে হেৰি হ'ল, আচলতে ক'বলৈ গ'লে মই লগতহে আহিছো। এই খুৰীদেউ আচলতে আপোনাৰ ওচৰলৈ আহিছে বিলিয়ে কৈ মোলৈ চালে।

—হয় নেকি? কওকচোন কি দৰকাৰ? মানুহটোৱে মোৰ ফালে চাই ক'লে। মইনো এতিযা কি কৰিম, কি ক'ম, কি নক'ম একো পাৰ পোৱা নাই বাবে বুকুখন মোৰ ঢুক ঢুক কৰিছিল। বিলিয়েহে ক'লে,—'মানে ছাৰ পুলিচ মিলিটেৰীয়ে এই খুৰীদেউহঁতৰ ঘৰত বৰ অত্যাচাৰ কৰিছে নহয।'

—এৰা, এইবোৰ যে কেতিযাকৈ উঠি যায় জানো? বৰ অসহ্য হৈছে। গাত কথা নলগা ভাৱত মানুহটোৱে ক'লে।

—মাজতে আৰ্মী গৈছিল এতিয়া কিন্তু আৰ্মী তেনেকৈ নাযায়, এতিয়া পুলিচহে যায়। বিলিযে কৈ কিবা এটা আশা কৰি ছাৰলৈ চালে। মানুহটোৱে কথাটোৰ একো উত্তৰ পাতৰ নিদি চাদা টেমাটোৰপৰা চাদা চূণ উলিয়াই হাতৰ

তলুৱাত চুখা মোহাৰিবলৈ লাগিল। মোৰ আকৌ আজিকালি ধঁপাতৰ গোন্ধ নাকত লাগিলেই মূৰত ধৰে। মই সেইবাবেই মূৰটো হলাই মানুহটোৰ ফালৰপৰা মুখখন ঘূৰাই দিলো, তাকে দেখি মানুহটোৱে, 'অ' ৰ'ব,' বুলি বাহিৰ ফালৰ দুৱাৰখন খুলি বাৰাণ্ডাত থপৰ থপৰ থপৰিযাবলৈ ধৰিলে। আমি বহি আছো। চাদাখিনি মুখত ভৰাই 'ফু-ফু' কৰি মানুহটো সোমাই আহি আকৌ চকীখনতে বহিল।

—ছাৰ, আপোনালোকে এইবোৰ কথা বাতৰি কাকতত নিদিয়ে কিয়?

—কোনবোৰ কথা?

—এই যে ঘৰত কোনো মতা মানুহ নথকাত আৰ্মী আৰু পুলিচে খুৰীদেউইঁতৰ ঘৰত অত্যাচাৰ কৰি আছে। ছোৱালী দুজনীকতো যি কৰিলে কৰিলেই এই বুঢ়ী মানুহজনীকো আৰ্মীযে শুদাই এৰা নাই। কম দুখৰ কথা হৈছে নে ছাৰ?

—বাতৰিত দিলেনো কি হ'ব? তেতিয়া কিবা আৰ্মীয়ে অত্যাচাৰ কৰিবলৈ এৰিবনে?

নহয নেৰে—তথাচতো দিব পাৰে। এই বুঢ়ী মানুহজনীযে আজি দুবছৰ দিন ধৰি কি অবৰ্ণনীয কষ্ট ভোগ কৰিছে তাক বুজাব নোৱাৰি। ল'বাৰ খবৰ কৰিবলৈ নোযোৱা ঠাই নাই, লগ নকৰা মানহ নাই, তথাচ—

—নহয মানে চবেই ছাৰেণ্ডাৰ কৰিছে যেতিযা সিও ছাৰেণ্ডাৰ কৰিব লাগিছিল। সিনো অকলে কি কৰিব?

—ছাৰ আপুনি তাকেহে ক'লে নে? এসমযত আপুনি আৰ্মকাৰ ছাপৰ্টাৰ আছিল। তাৰ পাছত আলফাই আহি ধমক দিলে—আলফাৰ ছাপৰ্টত বাতৰি দিবলৈ ধৰিলে। আৰু তাৰ পাছত ছাৰেণ্ডাৰ কৰা আলফাই যেতিয়া দম দিলেহি তেতিযা আপোনালোকে এতিযা ছাৰেণ্ডাৰ কৰা সকলৰ স্বাৰ্থত বাতৰি দিবলৈ ধৰিছে। এতিযা—ৰ'বা, ৰ'বা বৰ বেছি কথা নক'বা। এই ফটিক শইকীযাই কাৰো দমলৈ ভয নকৰে বুইছা—তেনেকৈ নক'বা।

—ছাৰ ক'লে কথা ওলায়, আপোনালোকে বেযা নাপাব এই চৰকাৰী চাকৰি কৰা সাংবাদিকসকলে—

—ৰ'বাচোন, কি চৰকাৰী চাকৰি কৰা সাংবাদিক ক'লা?

—কিয? আপোনালোকৰ মাষ্টৰী চাকৰিটো আজিকালি চৰকাৰী চাকৰি নহয় জানো? তেনেহ'লে আপোনালোকে চৰকাৰী চাকৰিও কৰিব আৰু অন্যায়ভাৱে সাংবাদিকৰ কামো কৰিব।

—পিছে কি হ'ল? আমি কিবা চাকৰিত ফাকি দিছোনে?

—কেলেই নাই দিয়া, দিছে। আপোনালোক সাংবাদিক মাষ্টৰ কেজনে কমন ৰুমত অনবৰতে সংবাদৰ কথাকে আলোচনা কৰি থাকে। তাৰ বাহিৰে নিজে কোনো ঠাইলৈ নাযায় অহকাণে পহকাণে শুনা কথাকে একেবাৰে তদন্ত ৰিপৰ্ট দিয়াৰ দৰে বাতৰি দিব। তাৰ উপৰিও ভয়ত কম্পমান। এজনে আনিব চবেই তাকে দিব।

—বিলি, তোমাক আকৌ মই সাৱধান কৰি দিছো—ভয় বুলি নক'বা।

—কেলেই নক'ম, ক'মেই। মই আপোনাক সেই ডি অ'টোৰ কথা ক'লোহি। সিযে মোৰপৰাই নহয় সকলোৰেপৰাই পইচা বিচাৰিছে আৰু কিমান ছোৱালীক যে চাকৰিৰ বাবে কিমান নকৰিছে, আনকি মোকো যে নৈশ বাছত গুৱাহাটীলৈ যাবলৈ লগ লৈছিল সেইবোৰ কথা আপোনাক ছাৰ কোৱা নাছিলোনে? আপুনি মোক লিখিত দিবলৈ ক'লে,—লিখিও দিলো। আপুনি বাতৰি কাকতত দিব পাৰিলে নে? কাৰণ ভয়। কেনেবাকৈ বাতৰিত দিলেই সাংবাদিকৰ বৈধতাৰ ওপৰত প্ৰশ্ন তুলিব। তাৰ বাহিৰেও আপোনালোকৰ ওপৰৱালা বুলি একছন ল'ব। সেইবাবেহে দিব নোৱাৰিলে। তাৰ নাম মনোৱাৰ হুছেইনৰ ঠাইত মানুহে জানোৱাৰ হুছেইনহে দিছে। তথাচ আপোনালোক নিমাত। আপোনালোকৰ কোনোবা এজনে আকৌ তেওঁ যে কবিতা পঢ়ি ভাল পায় তাৰহে সংবাদ দিলে।

—তুমি অলপ বেছি কথা কৈছাহে বিলি।

—নাই কোৱা ছাৰ, যদি কিছু কৈছো, ক'বলৈ বাধ্য হৈছো। এই বালিপথাৰ সমষ্টিৰ এম্-এল-এ নৰেন দুৱৰাই এই দুবছৰতে ক'ত কিমান কৰিলে, চাকৰি দি, চাকৰি দিম বুলি কিমানৰপৰা টকা ল'লে, সেই পাভমাৰী ৰিজাৰ্ভত নিজে পতা স্কুলখনত দহ বছৰ চাকৰি কৰি থকা বুলু গগৈক ফুচুলাই নি ৰাতি ডাকবঙলাত ৰাখি যেতিয়া তাইৰ গাত হাত দিছিল, চীনামাটিৰ ফুলদানীৰ দুমাৰত তাৰ হাতটো ভাগিল। সেই কথা কোনে নাজানে? কিন্তু আপোনালোকে বাতৰি দিলেনে? কাৰণ দিলেই বিধায়কে উভতি ধৰিব।

—শুনা কথাত আমি বাতৰি দিব নোৱাৰো নহয। নিতৌ কিমান উৰা বাতৰি শুনি থাকো সেইবোৰতো আৰু নিউজ কৰিব নোৱাৰি' বুলি মানুহটো অকণমান ৰওঁতেই ভিতৰ ফালৰপৰা দুৱাৰখন খুলি মানুহ এজনী ওলাই বিলিৰ ফালে চাই ক'লে—"তুমি দেখোন ছাৰক বাঘে ধৰাদি ধৰিছা এখেত অকল মাষ্টৰেই নহয় এজন সন্মানীয় সাংবাদিকো কিন্তু।"

—সেই কাৰণেহে কৈছো বাইদেউ।

—এস তুমি ভিতৰলৈ যোৱাচোন, সমাজৰ কাম কৰিলে এনেকুৱা কিমান কথা শুনিব লাগিব। তুমি ভিতৰলৈ যোৱা।' গিৰীয়েকৰ কথাত মানুহজনী যাওঁ নেযাওঁকৈ ভিতৰলৈ গ'ল।

—আচ্ছা তুমি মোক আজি আচলতে কি ক'বলৈ আহিছা? আৰু লগত এখেতক কিয লৈ আহিছিলা?' মানুহটোৱে কোমল মাতেৰে সুধিলে।

—নহয এখেতৰ ঘৰত যোৱা দুবছৰে আৰ্মী আৰু পুলিচে কিমান অত্যাচাৰ কৰিলে আপোনালোক কোনো এজনেও সেই খবৰ বাতৰি কাকতত দিয়া নাই কিয?'

—এইবোৰ খবৰ দিলেও কাকতে নোতোলে।

—কেলেই নুতুলিব-তুলিব। সেই বিধাযক নৰেন দুৱৰাক বুলুৱে ফুলদানীৰে মৰিযাই হাত ভঙা খবৰটো আপুনি কাকতলৈ দুবাৰকৈ পঠাইছো বুলি ক'লে,— 'কিন্তু মই গুৱাহাটীলৈ যাওঁতে কাগজৰ অফিচলৈ গৈ খবৰ কৰিলত তেওঁলোকে নাই পঠোৱা বুলিতো ক'লে ক'লেই আনকি মোৰ চকুৰ আগতে পাত পাতকৈ বিচাৰিও দেখুৱালে-নাপালে দেখোন।' বিলিৰ কথাষাৰ শুনি মানুহটো যেন গৰীয়া খোদাৰ দৰে ৰঙা পৰি গ'ল। তাৰ পাছত মুখখন মোহাৰি সৰুকৈ ক'লে, 'কাগজে যে সদায সঁচা কথা কয তাকো ধৰি নল'বা আকৌ।'

—এই মানুহজনীক ইমান অত্যাচাৰ কৰিছে অথচ কোনো এজন সাংবাদিক তেখেতৰ ওচৰলৈ যোৱা নাই, একো এটা খবৰ কাকতলৈ পঠোৱা নাই। দহখন বাতৰি কাকতৰ চৌধজন মাষ্টৰ-সাংবাদিক আছে তথাচ এখন কাকততো নিউজটো ওলোৱা নাই।

—তুমি সেইখিনিতে ভুল কৰিছা—কাগজত নিউজ ওলালে মানুহজনীৰ ওপৰত অত্যাচাৰ বেছিহে কৰিব, তুমি বুজা নাই।

—নাই নাই ছাৰ সেইটো কথা নহয়, আপুনি শুনি বেয়া পালেও মই ক'ম যে আপোনালোকৰ ভয়। চৰকাৰলৈ ভয়, বিধায়কলৈ ভয়, ইন্সপেক্টৰলৈ ভয়। সেইবাবেই আপোনালোকে স্কুলৰ উদ্বোধন, জ্যোতি দিৱস পালন, দুৰ্নীতি পৰায়ণ বিধায়কৰ দ্বাৰা নৱাগত আদৰণি সভাত মুখ্য অতিথিৰ ভাষণ, বনৰীয়া হাতীৰ গচকত পথাৰত গৰুৰ মৃত্যু, লেখিকা মহাসভা উদ্‌যাপন, গড়ৰ অবাধ চাল-চলন, মন্ত্ৰী-বিধায়কৰ দ্বাৰা আধাৰশিলা স্থাপন, চোৰৰ ঘিটঘিটনি আদি নিউজ দিয়ে, য'ত কাৰো আপত্তি নাথাকে বৰঞ্চ কাগজত

নিজৰ নামটো দেখি আনন্দ প্ৰকাশহে কৰিব। আপুনি বেয়া নাপাব ছাৰ, সেই বিশ্ববিদ্যালয়ৰ অধ্যাপকজনে সেইবাবেই বোধহয় এনেকুৱা অবৈধ সাংবাদিকক ৰাজহুৱাভাৱে বেত্ৰাঘাত কৰাৰ কথা কৈছিল। জেপত সাংবাদিকৰ কাৰ্ড এখন লৈ বৰমানুহ বোলাই নিজৰ কাম হাচিল কৰি ফুৰে এই অবৈধসকলে? ঠিকেই।

—বিলি! তুমি কিন্তু বৰ বেছিলৈ গৈছা দেই। মই বুলিহে সহ্য কৰি আছো' বুলি মানুহটোৱে আৰু কিবা খণ্ডত ক'ব খোজোতেই আগফালৰ দুৱাৰমুখত কোনোবাই 'ছাৰ আছেনে' বুলি মাত লগালত মনে মনে ৰ'ল। দুৱাৰখন ঠেলা মাৰি ল'ৰা তিনিটা সোমাই আহিল।

—ছাৰ আছে।

—আছো- কোৱাচোন।

—বিলি বাইদেৱো আছে' বুলি তাৰে এটাই ক'লত বিলিয়ে হাঁহি এটা মাৰিলে। ছাৰ,"নিউজটো দিলো। আজিযেই ছাৰ পঠাই দিব। ছাৰ বালিপথাৰ কেম্পত থকা আৰ্মীৰ কেপ্তেইনজনে পেণ্ডেলটো সজাই দিযাৰ দাযিত্ব লৈছে। আমি ছাৰ সেইটো কথাও লেখি দিছো। কাগজত ওলালে তেখেতেও ভাল পাব আৰু তেখেতে ছাৰ নিজে কৈছেও। বৰ ভাল মানুহ ছাৰ, কালচাৰড্। মুখ্য পৃষ্ঠপোষক আৰু সভা উদ্বোধন কৰিব বিধাযকে। সেইটোও দি দিছো। বিহুমেলাখন আগৰবোৰতকৈ এইবাৰ বেছি ভাল হ'ব বুলি ভাবিছো।

—হ'বই আৰু তোমালোক আছা যেতিয়া কিয নহ'ব। নবহা জানো?

—নবহোঁ ছাৰ, আমি ছাৰ আটাইবোৰ কাকতলৈকো দিছো, এইটো কঁপি সুবীৰ সেন ছাৰক দি যাওঁগৈ। তেখেত ছাৰ দুখন কাকতৰ নহয জানো?

—হয, বঙালী ডেইলী আৰু এখন ইংৰাজী ডেইলী আছে তেখেতৰ।

—গতিকে তেখেতকো দি যাওঁ। বহুত বঙালী মানুহে সহায কৰাৰ প্ৰতিশ্ৰুতি দিছে, বঙালী কাকতত নিউজটো ওলালে ভাল পাব। আমি যাওঁ ছাৰ। কাইলৈৰ কাকতত ওলাব নহয়, কাইলৈ ওলালে ভাল হয আৰু ছাৰ।

আজি পঠামহে কাইলৈ বা পৰহিলৈ ওলাব। মই পঠালে ওলাবই।

—হ'ব ছাৰ, আমি যাওঁ। বিলি বাইদেউ বহক' বুলি ল'ৰাকেইটা ওলাই গ'লত পিছে পিছে মানুহটোও ওলাই গ'ল। মোৰহে অলপ আহুকাল লাগিব।

অথনিৰেপৰা যদিও মই মাত এষাৰ দিয়া নাই, যদিও মই শুনিহে আছো। গছৰ মূঢ়াটো হৈ বহিহে আছো তথাপিও বিলিহঁতৰ কথাবোৰ শুনি মই বৰ

আহুকাল পাইছো। মই লাহেকৈ বিলিক ক'লো, 'ব'ল যাওঁ আই, মিছাকৈ ইয়াত বহি থাকি লাভ নাই।'

—নহয় খুৰীদেউ আহিলো যেতিয়া শুনাই থৈ যাওঁ। নহ'লে সাংবাদিক বুলি ভযতে এখেতসকলক কোনেও মুখ খুলি একো নকয় নহয়।' মই একোকে নক'লো। তেনেতে তেওঁ সোমাই আহি চকীত নবহাকৈযে ক'লে, 'মোৰ মিটিং এখন আছে, দেৰীহে হৈছে।

তোমালোক এতিযা—

—আমিও যাওঁ। তথাচ কথা এটা কৈ যাওঁ। ছাৰেগুাৰ কৰা আলফাৰ সদস্যই ক'ত কিমান অত্যাচাৰ কৰি ফুৰিছে তাৰ নিউজ আপোনালোকে নিদিযে। এই খুৰীদেউৰ পুতেক বিনযৰ হাতেদি কিমান লাখ টকা সংগঠনলৈ গ'ল অথচ খুৰীদেউহঁতৰ শোৱা বিছনাতে বৰঘুণ দিলে পানী পৰে। সেইবোৰতো দিব পাৰে।

—হেৰা তুমি আজি মোকে চাৰ্জ কৰিম বুলি আহিছা নেকি? মানুহটো বহিল।

—আপোনাৰ ওচৰলৈ আহিছো সঁচা। কাৰণ আপুনি নিজেই নিজক বৰ সাহসী সাংবাদিক বুলি কয আৰু আপুনি সাংবাদিক সন্থাৰ এজন মুখপাত্ৰও। এইযা চাওক, যি আৰ্মীযে খুৰীদেউহঁতৰ নিচিনা মানুহক অবৰ্ণনীয অত্যাচাৰ কৰিছে সেই আৰ্মীৰ কেপ্টেইনৰ গুণ গানৰ খবৰ আপোনালোকে কাকতলৈ পঠাব। কথাত কথা ওলায মই নিজে বিধাযক নৰেন দুৱৰাৰপৰা কাৰ্যকৰী সমিতিৰ নামৰ তালিকা এখন নি সমবায বিষযাজনৰ হাতত দিলোঁগৈ। তেখেতে কাকতখন হাতত নোলোৱাকৈযে ক'লে বোলে মন্ত্ৰী, বিধায়কে দিলেই নহ'ব। আপোনালোকে সমবায বিধি মতে মিটিং পাতক, মিটিঙত ৰাইজে যাকে বাছি দিয়ে সেযে হ'ব। সেইমতে আমি মিটিং পাতি সমিতিখন গঠন কৰিলো। কিন্তু আপোনালোকে কাগজত নিউজ দিলে বোলে সমিতিখন অবৈধ হৈছে। অফিচত সেইদিনা মই এছিচটেন্ট ৰেজিষ্ট্ৰাৰৰ ওচৰত নিজে উপস্থিত আছো। বিষয়াজনে সিংহৰ দৰে গৰ্জি উঠিল। তেখেতে ক'লে বোলে মন্ত্ৰী এম্-এল-এৰ অবৈধ নিৰ্দ্দেশ পালন নকৰি সমিতি গঠন কৰিছো, নিউজ ওলাইছে অবৈধ বুলি। ঠিকেই অবৈধ হৈছেতো। কাৰণ আজিকালি মন্ত্ৰী, বিধায়ক বা চৰকাৰী দলৰ দালালৰ কথা শুনাটোহে বৈধ। কৈ পেলাই তেখেত ওলাই গ'ল। তেতিয়া সহকাৰী পঞ্জীয়কে মোক ক'লে বোলে চাওকচোন, এওঁৱেই মন্ত্ৰী-বিধায়কক প্ৰত্যাহ্বান জনাই বিধিমতে সমবায়বোৰ পাতিছে আৰু তেওঁৱেই অবৈধ বুলি নিউজ দিছে।

তেওঁ কাকো কেয়াৰ নকৰে। আপোনালোকে কি অনুসন্ধান কৰি নিউজ দিলে। তাৰমানে কাৰোবাৰ ঘৈণীয়েকক বোৱাৰীযেকক ৰাইজে সভানেত্রী নাবাছিলে, কাৰোবাৰ জীয়েকক ৰাইজে সম্পাদিকা নাবাছিলে, সেই বিষযাজনে কোনো বিধায়ক, চৰকাৰী দলৰ পঞ্চায়তৰ সভাপতি, সভানেত্রী বা কোনো দালালৰ লগত আলোচনা নকৰাটোৱেই অবৈধ হ'লনে? বিষযা হিচাপে তেখেতৰ তামোল এখনৰ জানো দুৰ্নীতি আছে বুলি তেখেতৰ শত্রুৱেও ক'ব নোৱাৰে। সেইবাবে ইমান নিউজ ওলাল তথাচ কোনেও তেখেতৰ কৈফিয়ৎ তলব নকৰিলে। তেখেতেতো চেলেঞ্জ কৰি কৈছে বোলে কোনোবাই দুৰ্নীতিৰ বা অবৈধতাৰ প্ৰমাণ কৰিব পাৰিলে গেজেটেড অফিচাৰৰ চাকৰিটোকে এৰি দিব। আপোনালোক সাৱধান হওক ছাৰ—তেখেতে কৈছে আপোনালোক মাষ্টৰবোৰ কেনেকৈ সাংবাদিক হ'ব পাৰে তাৰ বৈধতাৰ ওপৰত গোচৰ তৰিব। ডি চি যেও উৎসাহ দিছে আৰু ইন্সপেক্টৰেও কৈছে বোলে কেচ সাংবাদিকৰ নাম ৰুজু কৰিলেই মাষ্টৰ সাংবাদিকবোৰক ছাচপেণ্ড কৰিব পাৰিব। আজিৰ দিনতো যে তেনেকুৱা সাহসী অফিচাৰ আছে ভাবিবই নোৱাৰি। অকণমানপৰ বিলি ৰ'ল। মই মন কৰিলো কথাষাৰ শুনি যেন মানুহটো ছুই দিয়া কেৰেলুৱা এটাৰ দৰে কোঁচ খাই লাড়ু বান্ধি গ'ল। তেও বহুত পৰ একোকে ক'ব পৰা নাছিল। সেই সুবিধাতে বিলিয়ে ক'লে,—'সাংবাদিক হ'বলৈ আপোনালোকৰ ইমান হেতা ওপৰা। সেই বৌমাৰী উচ্চতৰ মাধ্যমিক বিদ্যালযৰ অধ্যক্ষজনে কাকত এখনৰ সাংবাদিকৰ কাৰ্ড এটা পাবৰ বাবে গুৱাহাটীলৈ তাঁতবাতি কৰিছে, আমাৰ গাঁৱৰে মেনকা বাইদেউৰ ল'ৰাটো মাক নথকাত বগুৱাবাই গৈ দুৱাৰমুখৰ পুখুৰীটোত পৰি মৰিল। ডেৰ বছৰীয়া ল'ৰাটো পানীত পৰি মৰাৰ খবৰটো অহকাণে পহকাণে শুনি কাগজত দিলে বোলে শিশুটোৰ মৃত্যু ৰহস্যজনক বুলি ৰাইজে বু বু বা বা কৰিছে। তাকে কাগজত ওলালত কাগজখন চবকে দেখুৱাই খবৰটো পঢ়ুৱাইছে। কিয় এই খুৰীদেউইঁতৰ নিউজ দিব নোৱাৰে। এই নৰেন দুৱৰা বিধাযকে দৰ্খাস্তত চাৰিবিধ চিঞাহী ভৰোৱা চাৰিটা কলমেৰে ৰিকমেণ্ড কৰি দিযে একেখনি কথাকে। বুজাই বুজে আচলতে কোনটো ৰঙৰ চিঞাহীৰে লিখা দৰ্খাস্তখনৰ কাম কৰিব লাগে সেই মতে কৰেও। কিয় এইবোৰ খবৰ আপোনালোকে কাগজত দিব নোৱাৰে? আকৌ ভয় বুলি ক'লে বেযা পায়। ভযাতুৰ।

—ৰ'বাচোন, সেই যে বিষযাজনে আমাৰ ওপৰত কেছ দিবলৈ খুজিছে আমাৰ ওপৰত দিয়াতকৈ কাগজৰ ওপৰত নিদিয়ে কিয়? মানুহজনে কোমল

মাতেৰে সুধিলে। কাৰণ ডি চি ইন্সপেক্টৰ আৰু কাগজটো সাংবাদিকৰ নামৰ ওপৰত দিবলৈ কৈছে, তেতিয়া বোলে সোনকালে একশ্বন ল'ব পাৰিব। তাতে তেখেতে দিয়েনে নিদিয়ে তাৰো ঠিক হোৱা নাই। সিদিনা অফিচতে পাই সুধিলো বোলো ছাৰ কেছ দিযাটো কি কৰিলে? তেখেতে ক'লে বোলে তিনিটা কথাৰ বাবে ৰৈ আছো। প্ৰথম কথা হ'ল এনেকুৱা অবৈধ সাংবাদিকবোৰক মই গাঁতৰ চিকা বুলি কওঁ, গতিকে কেচ দি গাঁতৰ চিকাক বাঘ কৰা হ'ব জানোছা। দ্বিতীযতে কৰ্ট কছাৰীত মোৰ বিশ্বাস নাই। তৃতীযতে তেওঁহে অবৈধ কাম কৰিছে, তেওঁক বৰ্খাস্ত কৰিলে পৰিযালটোৱে ছাফাৰ কৰিব নহয। পৰিয়ালটোৱেতো একো দোষ কৰা নাই, তাকে ভাবি আছো, ছাৰে তেনেকৈ ক'লে। বিলিৰ কথা শুনি যেন মানুহটোৱে উশাহ সলালে।

—বাৰু বিলি, তোমালোক এতিয়া যোৱাহঁত। মোৰো মিটিং এখন আছে। মই এই কেইদিনতে এখেতৰ ঘৰলৈ গৈ কথা বতৰা পাতিম। আমাৰো বহুত সীমাবদ্ধতা আছে নহয বুইছা, বাৰু মই যাম দেই, আপোনাক ঘৰতে লগ পাম আৰু সবিশেষ কথা পাতিম। মই অকলে নাযাওঁ। আচলতে আমি ৰিপৰ্টাৰহে।

বাটতহে বিলিযে ক'লে বোলে নাহে। কেতিযাও নাহে। আমাক উঠাই পঠোৱাৰ বুদ্ধি এটা কৰিলে। তেওঁ আপোনাৰ ওচৰলৈ নাযাযতো নাযাযেই বৰঞ্চ বিধাযকৰ ওচৰলৈ যাব, থানালৈ যাব নহ'লে আৰ্মীৰ কেম্পলৈ যাব। আকৌ বিনযহঁত যদি ওলাই আহি আগৰ দৰে কামত ব্যস্ত হয তেতিয়া কিন্তু ৰাতি দিন তেওঁ আপোনালোকৰ ঘৰৰপৰা নুঠিবই চাব। মই এই মানুহটোৰ ওচৰলৈ নোযোৱাহ'লেই ভাল আছিল। মোৰ মনটো পাতল লাগক ছাৰি বেছি গধুৰহে হ'ল। মোৰহে ল'ৰা হেৰাইছে বাকীবোৰে কি বুজিব?

বিলিৰ কথামতেই মই এইকেইদিন বহুত মানুহৰ ওচৰলৈ গ'লো। কিন্তু ক'তো মোৰ ল'ৰাটোৰ একো সংবাদ নেপালো। কোনোবাই ল'ৰাক দোষাৰোপ কৰে আৰু কোনোবা মনে মনে থাকে। মই কিন্তু নোযোৱাকৈ থকা নাই। য'লৈকে বিলিয়ে লগ লৈছে ত'লৈকে গৈছো। নিশা মূৰ ঘূৰায় তথাচ পুৱা মই বিলিক নেলাগে ৰীণা, ৰুণুকে কোৱা নাই মোক যাবলৈ নিদিয়ে বুলি।

বৰ ভাগৰি পৰিছো। কেতিয়াবা মাজৰাতি ভাবো বোলো নিজৰ ডেকা ল'ৰা এটায়ে ডিঙিত চিপ লৈ মৰিছে মইনো বুঢী মানুহজনীয়ে চিপ লৈ মৰিব নোৱাৰো নে? মইনো কি সুখ খাবলৈ জীযাই আছো বাৰু? কিন্তু ঠাইতে চিন্তাটো

আহে যদিও ছোৱালী দুজনীৰ কথা ভাবিলে বেয়া লাগে। সেই দুজনীৰ গ্ৰাহক ওলোৱা হ'লে, কোনোৱা দুটাই নিয়া হ'লে নিচুৰীয়া হৈ মৰিবই পাৰিলোহেঁতেন। তাৰ পাছত আকৌ ভাব এটা হয় ইমান দিনৰ পাছত কত কষ্ট মস্ত কৰি ল'ৰাটো ঘৰলৈ আহি যদি 'বৌতি' বুলি মাত এষাৰ দি মোক নেদেখে বা আপোনঘাতী হৈ মৰাৰ খবৰহে পাই সিনো কি স'তেৰে জীয়াই থাকিব বাৰু? কিয় জানো এইকেদিন মোৰ মনত কথা এটা খেলাই আছে সি যেন অকস্মাতে ওলাই যাবহি। ওলাই যেন ক'বহি, 'বৌতি' নাই, ধৰাহে দিলো আৰু লগৰ সকলোৱে ধৰা দিলে মইনো অকলে কি কৰিম ধৰাকে দিলো। লাভ নাই। 'সঁচাই এই ভাবটো এই কেইদিন মোৰ মনত খেলাই আছে। সিনো কি কৰিবলৈ ক'লৈ ওলাই গৈছে মই মাকজনীয়েই নাজানো। এইবাৰ লগ পালে সবিশেষ তাক সুধিম। দহে সুধিলেও মই ক'ব নোৱাৰো। সকলোৱে দেখোন ল'ৰাক হে দোষাৰোপ কৰিছে। সি যেন আহিব আৰু সেই ভাবটোকে আছে বাবেই সঁচাকৈয়ে কৈছো কেবাদিনো নিশা মই তাৰ মাত শুনিছো। কেবাদিনো ইহঁত দুজনীক নজগোৱাকৈ মই উঠি গৈ দুৱাৰ মুখৰপৰা বাটলৈ চাই আছো। নিশা মাজনিশা আজিকালি মই তাৰ সাইলাখ একেটা মাতকে শুনো।

## ছয়

মোৰ ল'ৰাটো আহিল। সেই যে দোকমোকালিতে, 'বৌতি মই আহিছো' বুলিয়ে কোৱা কোবিকৈ গুচি গৈছিল মোৰ ল'ৰাটো, আহিল নহয়। আহিল। আজি মোৰ সুখেই সুখ। সুখ নহ'বনে মোৰ? ইমানদিনে প্ৰায় দুবছৰ দিন ধৰি মই মোৰ ল'ৰাটো বিচাৰি হাবাথুৰি খাই ফুৰিছিলো সেই ল'ৰাটোৱেই এতিয়া মোৰ ওচৰলৈ গুচি আহিল মোৰ আনন্দ নালাগিবনে? মোৰেই নহয় মোৰ নিচিনা প্ৰতিজনী মাকৰে অপাৰ আনন্দ লাগিব।

মই জানো নহয় মোৰ ল'ৰা মোৰ ওচৰলৈ আহিবই। সি নাহি ক'লৈ যাব? মাকজনীক এৰি সি থাকিবপৰা ল'ৰা নহয় নহয়। ক'বলৈ গ'লে গাৱঁৰ অন্য দহোটা ল'ৰাতকৈ সি ভাল। সি মাকৰ বাধ্য ল'ৰা। গাঁৱৰ দেশৰমানে ল'ৰাবোৰে মদ খাবলৈ ল'লে, নিচা খাবলৈ ল'লে তথাচ মই মোৰ ল'ৰাটোক এবাৰলৈতো সাৱধান কৰি দিবলগীয়া নহ'ল, তথাচ কোনো শতৰুৱেও ক'ব নোৱাৰে বোলে

অমুকাৰ পুতেক বিনয়ে মদ খায় বা নিচা খাইছে। সি পঢ়া শুনাতো বেয়া নহয়। তাৰ পঢ়াৰ সুবিধা দিব নোৱাৰিলো, ধন ভাঙিব নোৱাৰিলো তথাচ ল'ৰাই কোনো দিন ফেল নকৰিলে। প্ৰতিবছৰেই পাছ কৰি কৰি গৈ কলেজো পাছ কৰিলেগৈ। গাঁওখনতে কিমান চাৰিওফালৰপৰা সুবিধা পোৱা ল'ৰা-ছোৱালী আছিল তথাচ পাছ কৰাৰ নাম নুশুনো। কিন্তু মানুহে ক'ব বোলে নিজৰ ল'ৰাৰ কথা বঢ়াইহে কৈছে, বঢ়াই কোৱা নাই মোৰ ল'ৰাটোৱে ক'তো ফেল নকৰিলে। আৰু তাৰ পৰা কিতাপ খুজি আনি পঢ়ে, তাৰপৰা বাইচকুলখন খুজি আনি লৰালৰিকৈ পৰীক্ষা দিবলৈ ঢাপলি মেলে তথাচ ল'ৰাটো পিছপৰি নাথাকিল। লোকে ক'ব বোলে নিজৰ পুতেকৰ কথা এই খাৰেখাইতী বুঢ়ীজনীযে যহহে কৰিছে—নাই কৰা, নিচেইকৈ যহ কৰা নাই। ল'ৰাটো কোনো ক্ষেত্ৰতে পিছ পৰি নাথাকে। আমাৰ চুবুৰীটোত চৌধঘৰ মানুহ আছে। চৌধঘৰতে গজ গজকৈ ম'হক মাৰি হাতীক বইচ কৰিবপৰা ডেকা মানুহ আছে তথাচ বাৰিষা বাইচকুলখন চলাবপৰা বাট এটা নাই। বাটৰ নামত বোকা এডৰা থাকে। তাৰ বাহিৰেও ৰাইজৰ বাটটোৰ মাটি জেওৰা দি দি ঢাপৰ ভিতৰলৈ নি নি শেষত একেলগে দুটা মানুহ শাৰী পাতি যাব নোৱাৰাকৈ ঠেক হ'ল। মোৰ ল'ৰাই বোলে এই কথাই কথা নহয় আজিকালি আৰু বাট পথ নথকাকৈ জন্তুও নাথাকে। সকলোকে ওলাবলৈ ক'লে। বোলে সোণৰ দেশ বনাব খোজা চৰকাৰে নিজৰ নিজৰ সোণৰ সংসাৰহে বনালে ক'ত দুখীয়া ৰায়তৰ আহ যাহ কৰা বাট বান্ধি দিব। ল'ৰাৰ কথা মতে প্ৰথম দুদিনমান হিচমাৰি মানুহ ওলালে। বঢ়াই বুজাই ল'ৰা ঢাপৰ জেওৰাও আঁতৰোৱাই নিয়ালে। কেইদিনমান হাতে পাতে ধৰি বাটটো বন্ধাত লাগিল তাৰ পাছত আটাইবোৰেই মুৰ পোলোকা দিলে। শেষত মোৰ ল'ৰাটোৱেই দিনে ৰাতিয়ে কোৰ মাৰি মাৰি মাটি কটিয়াই কটিয়াই বাটটো বান্ধি দিলে। সেইটো বাটেৰেই আজিকালি নগৰত চলাই যোৱাৰ দৰে পুলিচৰ গাড়ী মিলিটেৰীৰ গাড়ী ৰাতি দিন ছেদ ভেদ নোহোৱাকৈ গিৰগিৰাই আহি গৈ আছে। গাঁওখনত মদ আৰু জুৱাত পৰি বহুত ডেকা ল'ৰা নষ্ট হ'ল। মোৰ ল'ৰাই অকলে অকলে ঘূৰি মদৰ ঘাটি জুৱাৰ আড্ডা ভাঙি নোহোৱা কৰিলে। ল'ৰাবোৰক খেতিত লগালে। এতিয়া ল'ৰা যোৱাৰ পাছতহে আকৌ লাহে লাহে মদৰ ঘাটি জুৱাৰ আড্ডা পুনৰ বহিছে বুলি গম পাইছো। ল'ৰা থকালৈকে বা মাজে মাজে আহ-যাহ কৰালৈকে গাঁৱত এইবোৰ বস্তু সমূলি নাছিল। মই মাকজনীয়েই কোৱা নাই দহে ক'ব এই কথা।

তেনে এটা ভাল ল'ৰা মাকৰ ওচৰলৈ ঘূৰি নহাকৈ থাকিব পাৰেনে? আহিল। ল'ৰা ঘূৰি আহিল। পিছে মুখ খুলি কোৱাহে নাছিলো বা ৰীণা, কণুৱে ভয় খায় বুলি কোৱাহে নাছিলো পিছে পেটে পেটে বৰ ভয় খাইছিলো। সঁচাই দহো ৰাইজৰ আঁৰ হ'বলৈকে মই মিছা কোৱা নাই। মই হ'লে মোৰ ল'ৰা আকৌ যে কেতিয়াবা ঘূৰি আহিব আশাই কৰা নাছিলো। তাতে নানা জনে নানা তৰহে যিবোৰহে কথা ক'বলৈ ধৰিলে মইনো অশিক্ষিত গাঁৱলীয়া বিধবা ভিকহু বুঢ়ী এজনীয়ে কেনেকৈ সেইবোৰ কথা বিশ্বাস নকৰাকৈ পাৰো। মানুহবোৰে কৈছিল বোলে তুমি ল'ৰাৰ আশা এৰা। তোমাৰ ল'ৰা যে তুমি কেতিয়াবা ঘূৰাই পাবা সেই অনা ডেলে। তাতে ল'ৰাৰ সম্ভেদ ল'বলৈ বিলিৰ লগত যিমানবোৰ মানুহৰ ওচৰলৈ গ'লো, গৈ হাতে ভৰিযে ধৰি ল'ৰাৰ সংবাদ বিচাৰিলো সকলোবোৰেই কিন্তু সেই একেটা কথাকেহে ক'লে বোলে ল'ৰা যে আহিব তাৰ আশা নাই। সেই গতিকে মই ল'ৰাৰ আশা পেটে পেটে এৰিয়েই দিছিলো। মাকক মন পতিয়াবলৈহে ঔলৈ তলৈ আহ যাহ কৰি আছিলো বা সেই বেচেৰী বিলিজনীযে বেয়া পায় বুলিহে তাইৰ লগত অহা যোৱা কৰিছিলো। কিন্তু মনে হ'লে কোৱা নাছিল। ল'ৰা আহিব বুলি মনে কোৱা নাছিল।

কিন্তু ল'ৰা আহিল। আহিবই নহয সি মাকক কেনেকৈ পাহৰিব? নিজৰ মাকক পাহৰিবপৰা ল'ৰা সি নহয়। দহমাহ দহদিন তাক যিজনী মাকে গৰ্ভত ভাৰ বৈ জনম দি গু-মূত ধুই মুখ চিৰি চিৰি খুৱাই ডেকা কৰিলো সেইটো কথা কিবা ল'ৰাই নুবুজিবনে?

মই গাটো তিয়াই তুলসীজোপাৰ তলত মূৰটো দোৱাওঁতেই গাড়ীৰ শব্দ গাড়ীৰ সোঁ সোঁৱনি শুনিলো। কোনোবা কৰবালে গাডীত আহিছে বুলি ভাবি মই তুলসীৰ তলৰপৰা ভিতৰ সোমালো। গাডীৰ গো গোৱনি যিমানেই ওচৰ চাপি আহিল সিমানেই দেখোন ছোৱালী দুজনীৰ গাত তৰণী নোহোৱা হ'ল। তাৰ পাছত যেতিযা গাড়ীবোৰ আহি পদুলিমুখত ৰ'লহি ছোৱালী দুজনীযে পিছ দুৱাৰেদি বাৰীৰ পিছফালে ঢাপলি মেলিলে। মইহে কোবাকোবিকৈ চোতাললৈ ওলাই গ'লো।

হয় ঠিকেই, মোৰ ল'ৰা ঘূৰি আহিছে। বেচেৰাই সেই দুবছৰ মানৰ আগতেই দোকমোকালিতে ওলাই গুচি গৈ এতিয়াহে ঘৰলৈ ঘূৰি আহিছে। সৈটো মোৰ ল'ৰা চোতালত শুই আছে। গাড়ীৰপৰা গিৰ গিৰকৈ পুলিচ মিলিটেৰীবোৰ নামিল, গোটেই ঘৰ চোতাল নধৰা হ'ল নজনা মানুহে

হঠাতে দেখিলে ক'ব বোলে কিবা ডাঙৰ বিয়া সকামহে পাতিছে? গাড়ীযেই গাড়ী, মানুহেই মানুহ। ল'ৰাটোৰ কাপোৰ কানিবোৰ তেজেৰে ৰঙা হৈ আছে। ক'ত আছিলনো ইমান তেজ?

হেৰ তহঁত দুজনীয়ে ল'ৰাটোৰ গাৰ ওপৰত বাগৰি বাগৰি কেলেই ইমানকৈ চিঞৰিছ? দেহি ঐ হাবিয়ে বননিয়ে অনাই বনাই ফুৰোঁতে ফুৰোঁতে তাৰ চাগে কিমান দিন টোপনি খতি হৈছে, এতিয়া সি অকণমান নিজৰ ঘৰৰ চোতালতে নিতালমাৰি শুইছে তাক কিয় আমনিখন কৰিছহঁত বাৰু? তাৰ গাত উবুৰি হৈ পৰি পৰি বাগৰি বাগৰি হিয়া ভুকুৱাই ভুকুৱাই মুখেৰে সেইবোৰ কি কথা বলকি চিঞৰিছহঁত? সি যদি সাৰ পাই উঠি সেইবোৰ কথা শুনে ভাল পাবনে? কিমান দিনৰ মূৰত ল'ৰাটো ঘৰলৈ ঘূৰি আহিছে তাক অকণমান জিৰাবলৈ দেহঁতছেন। তহঁত মাক নহয় নহয় কেনেকৈ বুজিবি ল'ৰাৰ দুখ। মইহে তাৰ মাক। মোৰহে পোৰা পেট। মইহে বুজিছো তাৰ দুখ। কিমান কষ্ট পাইছিল চাগে অনাই বনাই হাবিয়ে বননিয়ে পৰ্বতে কন্দৰে খাবন-শোৱন নোহোৱাকৈ ঘূৰি ফুৰোঁতে। তাক আমনি নকৰিবি। ওচৰ চুবুৰীয়া কোনো অহা নাই। কেনেকৈ আহিব যিহেতু পুলিচ মিলিটেৰীলৈ ভয়। তাতে চোতালত ইমানবোৰ পুলিচ মিলিটেৰী একেলগে দেখিলে কোননো আহিব? বিলিয়ে গম পাইছেনে বাৰু?

মই জানো নহয মোৰ ল'ৰা মোৰ ওচৰলৈ ঘূৰি আহিবই। তুলসীগছ জোপাৰ আগত মোৰ ল'ৰাটো শুই আছে। মই তাৰ মুখখনৰপৰা বগা কাপোৰখন অকণমান আঁতৰাই মুখখন চালো। বেচেৰাৰ মুখখন ভাগি আছিল। সেই পুৰঠ মুখখন ভাগি বুঢ়া বেমাৰী মানুহৰ মুখৰদৰে হ'ল। উস্ বেচেৰাই চাগে খোৱা বোৱাত বৰ কষ্ট পাইছিল। তেনেহ'লে ইমানবোৰ তেজ শুকান দেহাটোত ক'ত আছিল?

মই তাৰ কাষতে লেপেটা কাঢ়ি বহি আছো। সৰুতে এনেকৈ মজিয়াতে ঢাৰিখন পাৰি শুৱাই দি ভালকৈ টোপনি নোহোৱালৈকে ৰখি থাকিছিলো। এতিয়া পিছে ল'ৰাৰ গভীৰ টোপনি। শুই থাক বোপাই, মই মাৰজনী তোৰ ওচৰতে বহি আছো তই নিশ্চিন্তে টোপনি যা। সঁচাকৈয়ে মোৰ ল'ৰাটো যেন এটা মাকৰ গাখীৰ খাই থকা কেঁচুৱা হৈ গ'ল আৰু যেন মাকৰ গাখীৰ খাই খাই ঠাইতে টোপনি গ'ল। সৰুতে টোপনি গ'লে ল'ৰাটোৰ মুখখন বৰ মৰমলগা হয়।

সেই দোকমোকালিতে ওলাই যোৱা ল'ৰাটো আজিহে ঘৰলৈ ঘূৰি আহিছে। আজিহে তাৰ মাকজনীলৈ মনত পৰিল। এইবাৰ পিছে মোৰ ল'ৰাটোক মোৰ বুকুৰ মাজৰপৰা মোৰ ওচৰৰপৰা কোনেও নিব নোৱাৰে। সি শুই আছে। নুশুবনে সি? ইমান দিনৰ মূৰত নিজৰ মাকজনীৰ ওচৰলৈ আহিছে কিয নুশুব? শুই থাক বোপাই শুই থাক। ভাগৰ পলুৱাই শুই থাক। ইমান মানুহ অথচ ইমান নিমাত নিতাল যেন গোটেই পৃথিবীখনেই নিতালমাৰি শুইছে। যেন বিনয়ৰ দৰেই গোটেই ধৰাখন নিস্তব্ধ।

মই জানো নহয মোৰ ল'ৰা মোৰ ওচৰলৈ আহিবই! কোন কেতিযাই আহি মোৰ ল'ৰাটো মোৰ মুখৰ আগতে শুই আছেহি। ইমান টোপনি তাৰ।





জনপ্ৰিয় কাহিনীকাৰ অৰুণ গোস্বামী (১৯৮৩)

# কেৱল যৌন সন্ত্ৰাস

তুমি কথাটো নুবুজা কিয়? মইতো ফাইনেল পৰীক্ষাটো দি ল'ব লাগে।" ৰুমাই নৃপেনৰ মুখলৈ ট ট কৈ চাই ক'লে।—বি এ পাছ কৰিনো কি কৰিবা? চাকৰিতো নোপোৱাই। আৰু মোৰ ওপৰতনো ইমান ভাৰসা নাইনে যে মই খুৱাব নোৱাৰিম? তুমিযেতো প্ৰতিটো মুহূৰ্ততে কৈ থাকা বোলে তোমাৰ লগত নাখাযো মই সুখী হৈ থাকিম। দৰকাৰ পৰিলে মাগি খাম নোকোৱানে?

—কওঁ বুলি ৰুমাই বহলকৈ চকু দুটা মেলি ব্ৰহ্মপুত্ৰৰ বুকুলৈ চালে। তাই কি ক'ব, কি কৰিব আৰু ক'লে এই মুহূৰ্তত কি কোৱা উচিত একোকে ভাবি পোৱা নাই। বযস যদিও একুৰি দুবছৰ হ'ল তথাচ ঘৰখনৰ একমাত্ৰ ছোৱালী বাবে মনটো আলসুৱা আৰু চিন্তা লেহুকা। তাইৰ ওপৰত তিনিটা ককাযেক। ঘৰুৱা অৱস্থা জয জয মযময নহয যদিও মধ্যবিত্তীয। প্ৰযোজনীযখিনিৰ অভাৱবোধ কৰা ন্মৰে পৰা। বাপেক শিক্ষক আছিল। তিনিটা ককাযেকৰ এটাই চাকৰি কৰে। দুটাই টুক্ টাক্ ব্যৱসায কৰি চলি আছে। গতিকে ক'বলৈ গ'লে তাইক আলা ৰ লাড়ু কৰি থৈছে। তাই কোনো সিদ্ধান্ত ল'ব নোৱাৰে। তাইৰ একমাত্ৰ বান্ধ া প্ৰায সমবযসীযা নবৌৱেকজনী। নবৌৱেক প্ৰেমত পৰি অহা নাই। তেওঁ কৈযেই দিযে, "মই প্ৰেম-তোমাৰ কথা নাজানো ভাই। ঘৰৰপৰা দৰা বন্দৱস্ত কৰি দিলে। চাবলৈ যোৱাৰ দিনাহে দেখিলো দৰাক। দৰাযো সেইদিনাহে প্ৰথম দেখিলে। তাৰ বাহিৰে প্ৰেম-চেম নাই। কলেজত পঢোতে স্বয়ং ইংৰাজীৰ প্ৰফেছাৰেই প্ৰেম নিবেদন কৰিব খুজিছিল। ল'ৰা কেবাটায়ো চেষ্টা কৰিছিল বাটত। কলেজৰ ফাংচনত গান গালে সিহঁতে পাছফালৰপৰা 'আৰু এটা আৰু এটা' বুলি চিঞৰিছিল। নাঁ বাবা, সৰুৰেপৰা এই প্ৰেম-তেম কথাবোৰলৈ ভয লাগিছিল। সেইবোৰত মই নাই।" যদিও তাই অন্তৰঙ্গভাৱে নৃপেনৰ প্ৰসংগ উলিয়ালে নবৌৱেক জয়াই প্ৰথমে এনেদৰেই গাত নলগা ধৰণেৰে ভয় খোৱা ধৰণেৰেই আৰম্ভ কৰে পিছলৈ কিন্তু বৰ মনোযোগেৰে সহানুভূতিৰে ৰুমাৰ কেথাবোৰ শুনে। ক'ব নোৱাৰাকৈয়েই মানুহজনী প্ৰেমৰ ৰোমান্তিকতাত অলপ

শিহৰিতও হয় নেকি। চকু মুখ উজ্জ্বল হৈ যায়। মুখ ৰঙচুৱা হৈ যায়।

সেইজনী নবৌয়েক জয়ায়ো ৰুমাৰ সমস্যাটোৰ কথাত একো সিদ্ধান্ত দিব পৰা নাই। এদিন জয়াই প্ৰথমে ৰাতি শোৱাৰ পিছত কাণৰ ওচৰত মুখ থৈ গিৰিয়েক অপৰাজিতক কওঁ নকওঁকৈ উলিয়ালে ৰুমাৰ কথা। জয়াই অপৰাজিতৰ নোমাল বুকুত নিজৰ হাত বুলাই বুলাই শিহৰিত কৰি বৰ কোমল পৰিৱেশ এটা তৈয়াৰ কৰি ল'লে। অপৰাজিতৰ হাত দুখনেও নিয়ন্ত্ৰণ হেৰুৱাই পেলাইছিল। অন্যদিনা হোৱা হ'লে জয়াই কৃত্ৰিম খং এটা দেখুৱাই হাত দুখনত মৃদু আঘাত কৰিলেহেঁতেন। মুখেৰেও যা তা নিন্দা কৰিলেহেঁতেন, যি নিন্দাবাণীত অপৰাজিত দৈহিক আৰু মানসিকভাৱে উদভ্ৰান্তহে হৈ পৰিলহেঁতেন। সেইদিনা ৰুমাৰ স্বাৰ্থতেই জয়াই অকণো কৃত্ৰিমতা প্ৰকাশ নকৰিলে। হঠাৎ উদভ্ৰান্ত হাত দুখনত নিযন্ত্ৰণ ক্ষমতা আৰোপ কৰি অপৰাজিতে সুধিলে, " কি হ'ল ৰুমাৰ?"

—ৰুমাৰ মানে একো হোৱা নাই। কিন্তু সিহঁতৰ বযসৰ ছোৱালীৰ সাধাৰণতে যিটো হয়।

—প্ৰেমত পৰিছে।

—ওঁ।

—কলেজৰ ল'ৰাৰে চাগৈ।

—নহয।

—তেনেহ'লে?

—তুমি চিনি পাবা ল'ৰাটো।

—কোন?

—নৃপেন।

—নৃপেন । কোন নৃপেন?

—আমাৰ সৰু মামী মানে ভদ্ৰামামীৰ ডাঙৰটো ভায়েক।

—সিতো ডি টি অ'ৰ কাম কৰে।

—ওঁ কৰে। জয়াৰ কথা শুনি অপৰাজিত কিছুসময মনে মনে ৰ'ল। তাৰ হাত দুখনো জয়াৰ বুকুতে পৰি থাকিল।

—ল'ৰাটোৱে কিন্তু বৰ টকা খায় বুলি শুনিছো।

—আজিকালিনো কোনে টকা নাখায়। মন্ত্ৰীয়েই টকা খায, সিনো কেৰাণী এটাই নাখাব কিয়।

—সিহঁতৰ মাজত কিমান দিনৰ সম্পৰ্ক?

—ৰিজুৰ বিয়াৰ দিনাৰে পৰা। তাৰ আগেয়ে বোলে ভদ্ৰামামীয়েই তাক ৰুমালৈ আঙুলিযাই দিছিল ইংগিতেৰে। তেতিয়াৰেপৰা সিহঁতৰ মাজত সম্পৰ্ক হ'ল। এতিযা কেনেকুৱা এটা পৰ্যায় পালেগৈ—বুলি জয়া হখমকমাৰি ৰ'ল। কথাটো শেষ নকৰিলে। অপৰাজিত জিকাৰ মাৰি উঠিল।

—কি হ'ল? কি পৰ্যায় পাইছেগৈ? কিবা এৰাব নোৱাৰা কথা বা দুৰ্ঘটনা হ'ল নেকি? ভয়ৰ মাতেৰে সুধিলে অপৰাজিতে।

—নাই নাই তুমি ভবাৰ দৰে একো হোৱা নাই। ভয় কৰিব নালাগে। তাই মোক সকলো কথা কয় আৰু কৈছে। তেনেকুৱা ভয় কৰিবলগীযা একো ঘটনা নাই। কিন্তু ইটোৱে সিটোক এৰিব নোৱাৰে, নেৰে কাহানিও।

—মাহঁতে গম পাইছেনে নাই?

—নাই পোৱা। মোকহে ক'বলৈ কৈছে। মই কিন্তু তোমাক নোকাৱাকৈ কেনেকৈ মাহঁতৰ আগত উলিযাওঁ। সেইবাবেহে তোমাৰ আগত উলিয়াইছো। ৰুমাই সদায পেৰিযেই আছে কথাটো উলিযালোনে নাই। তাইক সি প্ৰেছাৰ দি আছে প্ৰতিদিনেই।

—প্ৰতিদিনেইনো ক'ত লগ পায?

—ডেকা গাভৰু প্ৰেমিক-প্ৰেমিকা এহালে ক'ৰবাত লগ পাবলৈ বেলেগ জেগা লাগিবনে? কিমান জেগা আছে। পাৰ্ক, নদীৰ পাৰ, শংকৰদেৱ কলাক্ষেত্ৰ, ৰেষ্টোৰা— কত কিমান ৰাসথলী আছে এই গুৱাহাটীতে। তুমিও চাগৈ কাক কিমানক লগ কৰিছিলা বুলি জযাই অপৰাজিতৰ মনটো পাতলাই দিযাৰ চেষ্টা কৰিলে।

—মাহঁতক এতিয়ালৈকে কোৱা নাই।

—নাই কোৱা, কম নেকি কাইলৈ?

—ক'ব পাৰা। কিন্তু মাহঁতে যে মত দিব মোৰ সন্দেহ আছে।

—কিন্তু তোমাৰ মতামত কি? তুমিতো অমত নহ'বা চাগৈ।

কথোপকথনৰ পৰিৱেশ আৰু দৃশ্যখিনিৰ সম্পাদনা কৰি পিছদিনা কলেজলৈ যোৱাৰ আগে আগে জযাই আগনিশাৰ কথোপকথনখিনি ৰুমাক হুবহু ক'লে। কিন্তু ৰুমা আৰু জযাই বুজি নাপালে অপৰাজিতে কিয় মাকহঁতে মত নিদিব বুলি ক'লে। কি সন্দেহ থাকিব পাৰে! তথাপি ৰুমাই কথাটো মাক-দেউতাকৰ আগত ছেগ বুজি উলিয়াবলৈ নবৌৱেকক খাটনি ধৰিছিল। নবৌৱেকেও কথা দিলে।

কলেজৰ পৰা অহাৰ পিছত নিৰ্জন পৰিৱেশ এটা উলিয়াই জয়াই ৰুমাক

হুবহু কথাখিনিৰ যেন দৃশ্যাভিনয়হে দেখুৱালে একক অভিনয়েৰে। ভাত পানী খোৱাৰ পিছত দুপৰীয়া টি ভি ছিৰিয়েল এখন মনোযোগেৰে চাই আছিল বুঢ়া-বুঢ়ীয়ে। অৱসৰপ্ৰাপ্ত শিক্ষক। হেগো চোৰোকাকৈ নিজৰ নিজৰ কোঠাৰ পৰা আহি বিভূতি আৰু বিবেকেও দহ-পোন্ধৰ মিনিটমান টি ভিৰ ওচৰত বহি উঠি গ'ল নিজৰ নিজৰ বিছনালৈ। কাম কৰা ছোৱালী মাধুৱে বাচন-বৰ্তনজাপ উলিযাই নি টিউবেলৰ ওচৰত মিলিং মালাংকৈ থুই আছিল। পুৱাৰে পৰা প্ৰস্তাৱনাৰ সম্পৰ্কে নানান কল্পনা, পৰিকল্পনা, আঁচনি, আখৰা কৰিও শাহু শহুৰৰ সমুখত কথাটো কেনেদৰে উলিয়াব উপায় উলিযাব পৰা নাছিল। পাৰিবাৰিক ছিৰিযেলখনত এটা দৃশ্য আছিল যে ঘৰৰ অমতে ছোৱালীজনীযে নিজৰ পছন্দমতে প্ৰেমিকৰ লগত বিয়া হ'বলৈ জোৰ দিছে। মাক বাপেক ভায়েকৰ লগত তৰ্ক কৰিছে। তাইক প্ৰতিহত কৰিবৰ কাৰণে অধ্যাপিকা নবৌয়েক গৰাকীযেও শাহুৱেক শহুৰেকৰ লগত হযভৰ্ দিছে। "আজিকালিৰ যে পঢ়াশুনা কৰা ছোৱালীবোৰৰ কি কাণ্ড। নিজৰ ভৱিষ্যতৰ কথাও নাভাবে—" বুলি তাহানি ক্লাছ এইটলৈকে পঢ়া শাহুৱেকে বাক্যটো শেষ নকৰিলে। শহুৰেকে একোকে মন্তব্য নিদি মনোযোগেৰে ছিৰিযেলখন চাই আছে। ঠিক তেনেতে বিজ্ঞাপন ওলাল। জযাই তামোলৰ বটাটো শাহুৱেকৰ ফালে আগবঢ়াই দি হাঁহি এটা মাৰি সৰুকৈ ক'লে,"আজিকালি আৰু আগৰ দিনৰ দৰে কথা নাই। অৱশ্যে নিজৰ প্ৰাৰ্থী নিজে বাছি লোৱা বৰ বেযা নহয, তেতিয়া কোনেও কাকো দোষ দিব নোৱাৰে বুলি জযাই টিপ্পনি এটা মাৰিলত অলপ ৰসিক মনৰ শাহুৱেকে ক'লে, "তোমাৰ কিবা অসুবিধা হৈছে নেকি লোকে বাছি দিয়া দৰাৰ বাবে।

—নাই নাই আপোনাৰ মোৰ তেনেধৰণৰ অসুবিধা ক'ত হৈছে। কিন্তু আজিকালিৰবোৰে আকৌ নামানে নহয।

—এই টিভিবোৰে বেছি উতনুৱা কৰি পেলাইছে ল'ৰা-ছোৱালীবোৰক।" অলপ গহীন সুৰত অৱসৰপ্ৰাপ্ত শিক্ষক শহুৰে ক'লে। জয়া অলপ ঠমকি উঠিল। শহুৰেকে তাইক মৰম কৰে। জীয়েকৰ দৰে মৰম কৰে। শহুৰ শাহুৰ মৰম দেখি তাইৰ কিছুমান বাতৰি কাকতৰ কথা বিশ্বাস কৰিবলৈ টান লাগে। যৌতুকৰ কাৰণে যে বোৱাৰীবোৰক নিৰ্যাতন দিযা, হত্যা কৰাৰ খবৰ ওলায সেই কথাবোৰ তাইৰ বিশ্বাস কৰিবলৈ টান লাগে। কিন্তু পিছ মুহূৰ্ত্তত তাইৰ লগৰ দীপালৈ মনত পৰে। তাইৰ শেষ অৱস্থাটো জয়াই নিজ চকুৰে দেখিছিল। গাটো জিকাৰ মাৰি উঠিল জযাৰ। কথাৰ কথাটো কেনেকৈ উলিয়াব বাট বিচাৰি পোৱা নাই। তাই

এবাৰ টিভিত স্থিৰচিত্তে চকু থোৱা শাহুৱেক শহুৰেকলৈ চালে। তামোলৰ বটাটো আগবঢাই দিলে। নোচোৱাকৈয়ে দুয়ো দুখন তামোল ল'লে। দীপাৰ গাত কেৰাচিন ঢালি জ্বলাই দিছিল শাহুৱেকে ননদেকহঁতে।

আজি কেনেবাকৈ নুলিয়ালেও কলেজৰ পৰা অহাৰ পিছত ৰুমাই তাইক খাই মাৰিব। তাইৰ ইচ্ছা নাই বুলি বকিব। ৰুমা তাইতকৈ দুবছৰৰহে সৰু—সমনীয়া। বান্ধৱীৰ দৰে। আৰু সেইবাবেই নৃপেনৰ লগত পতা কথা-বতৰা আনকি তাৰ ওপৰতো হোৱা প্ৰেমক্ৰীডাৰ বিষয়ে অলপো নিয়ন্ত্ৰণ নৰখাকৈ ক'ব পাৰে ঃফালৰ পৰা। তাতে ঘৰৰ একমাত্ৰ আৰু সৰু ছোৱালী বাবে কালৈকো পৰোৱাই নকৰে, তাইহে বাপেকৰ পৰা ধৰি ঘৰৰ সকলোকে যেন শাসন কৰে। কিন্তু নৃপেনৰ কথা তাই নবৌৱেকৰ বাহিৰে কাকো ক'ব নোৱাৰে। নবৌৱেকেহে সমস্যাটোৰ সমাধান কৰি দিব লাগে।

জয়াই অলপ আহঁসে পাইছে পৰিয়ালটোত। তাই ৰাংঢালি। সেইবাবেই তাই শহুৰ শাহুৰৰ লগতো তামাচা কৰিব পাৰে। তাইৰ তামচা আৰু শহুৰ শাহুক জোকালে অৱসৰপ্ৰাপ্ত শিক্ষক শহুৰেকে মুখ টিপি হাঁহে। শাহুৱেকে মুখত কৃত্ৰিম খং এটা প্ৰকাশ কৰে,"লাই পাইছু, শহুৰ শাহুক জোকাবলৈ আহিছু। মাৰত মুখ ভাঙি গুৰি কৰি দিম চিনি পোৱা নাই।

—ভালহে তেতিয়া। শাহুৰ অত্যাচাৰত থাকিব পৰা নাই বুলি মহিলা সমিতিত গোচৰ দিম। তাৰ পিছত মাৰ ঘৰলৈ গুচি যাম।

শহুৰ শাহুৰ লগত ধেমালি তামচা কৰিলেও এতিয়া এই মুহূৰ্তত কিন্তু তাই ৰুমাৰ প্ৰসংগটো আনিব পৰা নাই। ছিৰিয়েল শেষ হ'লেই বুঢা-বুঢী শুব। শুই উঠি চাহ খাওঁতেই ৰুমা পাবহিয়েই।

—পিছে এটা কথা মা। বুইছেনে দেউতা, এই ল'ৰা-ছোৱালীবোৰক নিজৰ পাত্ৰ-পাত্ৰী নিজে বাছি ল'বলৈ দিযাই ভাল। তেতিয়া কোনেও কাকো ক'বলৈ কথা নাথাকে, আৰু কোনেও কাকো দোষ দিবলৈ কথা নাথাকে। নে কি কয় দেউতা।

—কেলেই তোমালোকৰ ওচৰৰ দীপাই দেখোন নিজেই ঘৰৰ অমততে পছন্দ কৰা দৰাৰ লগত কৰ্ট কামাখ্যা দুয়ো ঠাইতেই বিয়া হৈছিল। ল'ৰাই-ছোৱালী, ছোৱালীয়ে ল'ৰা নিজেই পছন্দ কৰিছিল। শুনামতে সাত আঠ বছৰৰ প্ৰণয় আছিল। কি হ'ল পিছে?

শাহুৱেকৰ এই কথাত যেন ডাঙৰকৈ হামখুৰি খাই পৰাকৈ উজুতিহে

খালে। তাই কেইমুহূৰ্তমান একো কথা নকৈ ভাওনাত বচন পাহৰি যোৱা ভাৱৰীযাৰ দৰে অসহায়ভাৱে শাহুৱেকৰ ফালে চালে। হয়, আঠ-নবছৰ প্ৰেমত পৰি বিয়া হোৱাৰ পিছতো দীপাৰ পৰিণতি ভযংকৰ হ'ল। মনত পৰিলেই গা জিকাৰ মাৰি উঠা হ'ল।

—নহয কিন্তু আমাৰ ৰুমাৰ নিচিনা ছোৱালীৰ ক্ষেত্ৰত তেনে অৱস্থা কেতিয়াও নহয় বুলি মৰসাহ কৰি চোৱাৰ পিছতেই শাহুৱেক শহুৰেকে টিভিৰ পৰ্দাৰ পৰা চকু আঁতৰাই জয়ালৈ চালে। জযাৰ তেতিয়া এনে এটা অৱস্থা হ'ল যেন এজেবা নিমখহে কুমজেলেকুৱা এটাৰ গাত ঢালি দিলে আৰু চকুৰ আগতেই কুমজেলেকুৱাটো কোঁচ খাই গৈ পানীলৈ ৰূপান্তৰ ঘটিল লাহে লাহে। তাইৰ কি কৰিম কি নকৰিম কি ক'ব কি নক'ব বুলি বুকুৰ ভিতৰত বৰকাঁহৰ শব্দৰ দৰে দমদমাই থাকোঁতেই শাহুৱেকে পোনে পোনে সুধিলে "ৰুমাৰ কথা যে ক'লা' ৰুমাৰো তেনে কিবা বিপদ ঘটিছে নেকি? শাহুৱেকৰ চকু তাইৰ ওপৰত থৰ। বাপেকে ৰুম্যক মৰমতে জীউ বুলিহে মাতে। শহুৰেকেও জয়ালৈ চাই ক'লে,

—তুমি দেখোন জীউৰ প্ৰসংগ অৱতাৰণা কৰিলা।"

নহয নহয় সেপ গিলি জযাই ক'লে, মই কৈছো যে আমাৰ ৰুমাৰ নিচিনা ছোৱালীযে যদি নিজৰ দৰা কেনেবাকৈ পছন্দ কৰে তেতিযা অন্ততঃ ভুল নকৰিব।

—বাৰু হ'ব হ'ব, তাইৰ এতিযা পছন্দ কৰাৰ সময নহয। পঢক। বি এ পাছ কৰক। তাৰ পিছত যিমান পঢে পঢক। শহুৰৰ কথা শুনি জযাই উশাহ সলালে। অলপ সাহস কৰি স্বাভাৱিক তামাচাৰে তাই ক'লে, "অ নিজৰ ছোৱালী বাবে মায়ে তাইৰ বিযাৰ সময় নাই হোৱা বুলি ক'লে। কিন্তু মোকতো একৈশ বছৰতে বোৱাৰী কৰি আনিলে। তাৰ মানে মই যে লোকৰ ছোৱালী বুলি হাঁহিলে তাই।"

—তুমি পঢা শুনা সামৰি ঘৰত বহি আছিলা আকৌ বিযাৰ বাবে বুলি কৈ শাহুৱেকৰ হাঁহি উঠি গ'ল। জযাই আৰু কথা উলিযাব নোৱাৰিলে সেইদিনা।

ৰুমাই ওফোন্দ পাতিলে। নবৌৱেকে যে তাইৰ সমস্যাটোত গুৰুত্ব দিয়া নাই তাৰ ওপৰত বকিলে। জযাই কোনোপধ্যে তাইক কথাটো বুজাব পৰা নাই। নাই তাই নামানে। তাইৰ মতে জয়াই ৰং চাইছে। তাই যে নৃপেনৰ ওচৰত কেনেকুৱা এটা সমস্যাত পৰিছে সেই কথা জযাই নাই বুজা বুলি তাই দপ্‌দপালে। কিন্তু নিজৰ জীয়েকৰ দৰে মৰম কৰা শহুৰেক-শাহুৱেকৰ ওচৰত তাই যে কেনে পৰিস্থিতিত পৰিছে সেইটোও ৰুমাই বুজা নাই। পৰিস্থিতিটো কেনেকৈ চম্ভালিব পাৰি—তাই ভাবি আছে।

গতিকে আজি ৰুমাই নৃপেনক কি ক'ব? কিয় তাই নৃপেনৰ কথা শুনি সমুখৰ বিশাল ব্ৰহ্মপুত্ৰৰ বুকুলৈ ট ট কৈ চাই নাথাকিব। তাই নিথৰ হৈ মনে মনে আছে। নৃপেনে যেন তাইৰ সৌন্দৰ্য্যৰহে বৰ্ণনা দি এটা কবিতা লিখিব বা তাইক যেন মডেল কৰি লৈহে এটা মূৰ্তি সাজিবৰ বাবে তাইলৈ নিবিষ্টচিত্তে চাই আছে। ইমান ধুনীয়া ছোৱালী যেন সি আগেয়ে কাহানিও দেখা নাই। মূৰৰ পৰা ভৰিলৈকে এবাৰ চাওঁতেই যেন এঘণ্টাৰ বেছি সময় লাগিব কাৰণ দেহৰ ভাঁজে ভাঁজে দৃষ্টি থমকি ৰ'ব, মোৰ সলাবলৈ বা আঁতৰি যাবলৈ যেন দৃষ্টি ৰাজি নহ'ব। এনেকুৱা ছোৱালীয়ে সুন্দৰী প্ৰতিযোগিতাত জইন কৰিব লাগে। ৰুমাক বায়েকৰ ঘৰত ভাগিনীয়েকৰ বিয়াত দেখাৰে পৰা সদায় ভাবে এই কথাষাৰ। ৰুমাক প্ৰায়েই এনেকৈ কৈ তাইক কেৰেলুৱাটোৰ দৰে ৰঙা কৰি দিয়ে আৰু কিবা তেনে মন্তব্য এটা কৰি সি যেতিয়া তাইৰ গাত হাত দিযে তাই যেন ছুই দিয়া কেৰেলুৱাটোৰ দৰে গোলহৈ লাজতে নিজৰ মুখ নিজৰ গাৰ মাজতে লুকাই দিযে। সেই মুহূৰ্তটোলৈকে বাট চাই থাকে নৃপেনে।

—নোকোৱা কিয়, ফাইনেল পৰীক্ষা তুমি বিযাৰ পিছতো দিব পাৰিবা। তুমিতো বিয়াৰ পিছত গাঁৱলীযা বোৱাৰীৰ দৰে লেপেউ লেপেউ কাম কৰি থাকিব নালাগে। পঢ়িবা আৰু পৰীক্ষা দিবা। ঘৰত দুজনী কাম কৰা ছোৱালী আছে। বাইদেউ আছে। মা আছে। ভণ্টী আছে। দেউতা থকা নথকা একেই কথা। কোনো জঞ্জাল নাই দেউতাৰ। নৃপতি দিনৰ দিনটো ক্লাব ক্রিকেট আৰু ব্যৱসায় লৈয়েই ব্যস্ত। তাৰ অলপতে এখন ওৱাইনছ'প হ'ল। এতিয়া তাৰ তিনিখন। কিহৰ অভাৱ যে তুমি বি এ পাছ কৰিবই লাগিব, চাকৰি কৰিবই লাগিব। খুব বেছি মাষ্টৰণীৰ চাকৰি এটা পাবা। তাকো টকা দি ল'ব লাগিব। তুমি তাত যিমান দৰমহা পাবা মোৰ মাহেকত তাতোতকৈ বেছিহে পকেট খৰচ লাগে। নিৰন্তৰে নিজৰ ঘৰৰ কথা কৈ যোৱাৰ মাজতে ইতিমধ্যে তাইৰ গাত অবাধ্য হৈ পৰা নৃপেনৰ হাতখন আঁতৰাই ৰুমাই পোনে পোনে তাৰ চকুলৈ চালে। নৃপেনে যেন অলপ উচপ খাই উঠিল তাইৰ চাৱনিত। সিনো কোনকেটা কথা ক'লে পুনৰ মনত পেলাবলৈ চেষ্টা কৰিলে যাৰ বাবে ৰুমাৰ চকু তাৰ চকুত থৰ থৰ হ'ল। হঠাতে পিঠিত কিবা এটা পৰাত ঘূৰি চালে ৰুমাই। পদুম ফুলৰ এটা শুকান চকা। মূৰ দাঙি চাওঁতেই সিহঁতৰ ফালে নোচোৱাৰ ভাও ধৰি থকা কিছু দূৰত থকা ডেকা ল'ৰা দুটাৰ ওপৰত চকু পৰিল। সিহঁতেই পাছফালৰপৰা দলিয়াইছে। নৃপেনটোৰ স্থান-কাল পাত্ৰ নাই। এই আবেলি ব্ৰহ্মপুত্ৰৰ বালিখিনি তাৰ শোৱনি

কোঠাৰ দুৱাৰ বন্ধ কৰি থোৱা ড্ৰয়িং ৰুম নহয় নহয়। তাই বহাৰ পৰা উঠিব খোজোঁতেই নৃপেনে আঁঠু দুটাত হেঁচা মাৰি বহুৱাই দিলে। বালিত পৰি থকা দোপাট্টাখন তাই ডিঙিত ঠিক-ঠাক কৰি ল'লে।

—"ঐ তইঁতে শালিকী প্ৰেম ঘৰত কৰগৈ যা। দিন দুপৰীয়া ব্ৰহ্মপুত্ৰৰ বালিত নহয়, ঐ ঘৰলৈ যা ঘৰলৈ যা।" পাছফালৰপৰা অহা শব্দবোৰ শুনি ৰুমা বহাৰ পৰা থিয় হ'ল। নৃপেনে তাইক আগচি ধৰি ক'লে, "তুমি উত্তৰ এটা দি যোৱা। বিয়া কেতিয়া হ'ব?" ৰুমা অলপপৰ মনে মনে ৰ'ল। নৃপেনেও একো কোৱা নাই।

—"তোমাৰনো বিয়ালৈ ইমান ল'ৰালৰি হৈছে কিয়? কেইমাহমান ৰ'ব নোৱাৰা কিয়? কিয় ইমান লৰালৰি।" ৰুমাৰ স্পষ্ট কণ্ঠ।

—মাছে, মাংসৰে বাঢ়ি থোৱা ভাত একাঁহীৰ গোন্ধ লৈ কোনে নোখোৱাকৈ বহি থাকিব পাৰে বুলি নৃপেনে হাঁহিলত ৰুমাৰ গাটো জিকাৰ খাই উঠিল। তেনেহ'লে নৃপেনে, নৃপেনে তাইৰ—

। দুই।

নৃপেনৰ কথাষাৰে ৰুমাৰ মনৰ মাজত এটা যেন সন্দেহৰ গছ পুলিহে ৰুই দিলে। তাইৰ ৰাতিটো টোপনি নাহিল। তাই মাজে মাজে দুজনী হৈ ইজনীয়ে সিজনীৰ লগত মাছৰ বজাৰত কাজিয়া লগা দুই পোহাৰীৰ দৰে কাজিয়াত, তৰ্কত লিপ্ত হৈছে। তেনেহ'লে নৃপেনে তাইৰ এই উঠন দেহটোৰ মোহতহে পৰিছে নেকি। সেই বাবেই চিনাকি হোৱাৰ মুহূৰ্তৰ পৰাই তাইলৈ সি লোভৰ দৃষ্টিৰেহে চাই থাকে নেকি? সেই বাবেই তাইৰ ৰূপ-গুণ অঙ্গ-প্ৰত্যঙ্গৰ প্ৰশংসাত পঞ্চমুখ নেকি? সেইকাৰণেই তাইৰ ৰূপৰ বৰ্ণনা কৰোতে লোকৰ কবিতাৰ আশ্ৰয় গ্ৰহণ কৰে নেকি? সিতো নিজকে খুব কিতাপ-পত্ৰ পঢ়া বুলি কয়। কবিতাও মুখস্থ মাতে তাইলৈ চাই চাই। এদিন কলাক্ষেত্ৰৰ পৰা বৈ বৈ আমনি লাগি ওলাই আহোঁতে হুৰমুৰকৈ মটৰ চাইকেল ৰখাই নৃপেনে ক'লে, "কিয় গুচি আহিলা?"

—কিমান দেৰী বৈ থাকিম অকলে অকলে। তুমি তিনিবজাত সময় দিছিলা। মই ছাৰে তিনিলৈকে ৰ'লো।

"তুমি কৈছিলা—"একেলগে আহি
একেলগে দুয়ো আকৌ যাম,

ঘূৰি নাহো মানে ইয়াতেই থাকা
গধূলি বেলিকা ইয়াতেই পাম।" ৰুমাৰ হাঁহি উঠি গ'ল। বে'ছতো কবিতা মুখস্থ। কবি। কাৰ কবিতা গালা এই ফাঁকি?

জালিকটা ৰিহাৰেনো ঢাকিলে কি হ'ব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি,
আবেগৰ বা লাগি পুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি?

—যা ঃ ৰাস্তাৰ ওপৰত

—তেনেহ'লে ব'লা যাওঁ।

—নাই মই আৰু নোসোমাওঁ।

—বশিষ্ঠৰ ফালে যাওঁ ব'লা।

—নাযাওঁ দেৰী হ'ব। দেখিব।

—বাদ দিযাহে, গুৱাহাটী মহানগৰীত তোমাক চাবলৈহে কোনোবাই খাপ দি আছে।

—দেৰী হ'ব।

—তোমাৰ মেজৰৰ ক্লাছ চাৰি বজালৈকে নাই জানো? হাবে চাৰি বজাত ঘৰ পাই যাবাগৈ। শান্তিপুৰৰ ৰেল গেটত মই নমাই থৈ আহিম। উঠা উঠা বুলি নৃপেনে মাৰুতীখনকে আনিব পাৰিলেহেঁতেন যদিও ৰুমাক মটৰ চাইকেলৰ ওচৰলৈ টানি নিলে। আচলতে নৃপেনে মাৰুতীখনকে আনিব পাৰিলেহেঁতেন যদিও ৰুমাক মটৰ চাইকেলৰ পিছত বহুৱাই ফুৰিবলৈ দুটা কাৰণত ভাল পায়। প্ৰথমতে লগৰবোৰে দেখক, তাৰ প্ৰেমিকা যে কিমান সুন্দৰী আৰু দ্বিতীয়তে মটৰ চাইকেলখন চলি যাওঁতে ঘনে ঘনে ৰুমাৰ বুকুখনে তাৰ পিঠিত আঘাত কৰি যায় যিটোক সি বাঞ্ছা কৰে। অলপ ভিৰ পালে ৰুমাই তাৰ কঁকালতো সাবটি ধৰে। তাৰ এই মতলবটো ৰুমাই ধৰিব নোৱাৰে। তাই ভাবি আপ্লুত হৈ যায় ইমান ধনী সুন্দৰ চেহেৰাৰ ডেকা এটাই তাইক কিমান প্ৰাণ ভৰি ভাল পায়!

—"তুমি কাৰ কবিতা গালা।" যাওঁতে ৰুমাই সুধিলে।

—বিৰহী প্ৰেমৰ কবি গণেশ গগৈৰ।

—বিৰহী কবিৰ কবিতা গাবলৈ সময় হ'লেইনে?

—সদ্যহতে নাই হোৱা যদিও এটা দিন আহিব।

—কিয়?

—ইমান সুন্দৰী অপেশ্বৰী এজনীনো মই হাতত ৰাখিব পাৰিমনে? কথাটো শুনি ৰুমাই তাৰ পিঠিত চিকুট মাৰি দিলে।

—যৌৱনৰ মাধৱী কুঞ্জত,
যিদিনা শুনিলো প্ৰিয়ে, মৃদুল মধুৰ
প্ৰেমভৰা মিলনৰ মউসনা সুৰ,
সাজিলো গোপনে বহি সপোন কবিতা
তেজৰ টোপাল গাঁথি আপোন বুকুৰ।

—হ'ব হ'ব বিৰহী কবি তুমি মটৰ চাইকেল চলাওঁতে বিৰহৰ কবিতা গাব নালাগে। ক'ৰবাত খুন্দা মাৰিব লাগিলে ধৰা পৰি যাম।

—পৰিলে পৰিম। স্বামী-স্ত্ৰী। আৰু ভাবাচোন দিনে-ৰাতিয়ে মই তোমাক নাৰ্ছিং হ'মত পৰিচৰ্যা কৰিবলৈ পাম। ঘূৰি চাই নৃপেনে ক'লে।

—আৰু যদি ওলোটাতো হয়?

—তেতিয়া ধুনীয়া ধুনীয়া ডেকা ডাক্তৰবোৰে তোমালৈ দিনে-ৰাতিয়ে লাইন মাৰিব আৰু বুধি কৰি ইনজেকচ্ছন দি মোক মাৰি পেলাব।"

—যাঃ বুলি ৰুমাই নৃপেনক পিঠিত ঢকা মাৰি দিলে।

সেইদিনা আপছোচত ৰুমা হেৰাই গৈছিল। গছজোপাৰ আঁৰত চাৰিওফালে নিৰ্জনতাৰ সুযোগ লৈ যেতিয়া নৃপেনে বৰ সাহস কৰি তাইক সাবটি ধৰিছিল তাই ছুই দিয়া কেৰেলুবাটোৰ দৰে যেন গোল হৈ পৰিল। দুযোখন হাতেৰে নিজৰ মুখখন ঢাকি তাই থুঁতৰিটো নিজৰ বুকুত হেঁচি ধৰিছিল। নৃপেনে ঠাইতেই উদ্‌ভ্ৰান্ত হৈ পৰিল। গাৰ দোপাট্টাখন খহি পৰিল ৰুমাৰ। তাইৰ গাত এইটো নতুন অনুভূতিনে নাই বিহপৰুৱা? যেন মূৰৰ পৰা ভৰিলৈকে কামুৰিবলৈ ধৰিছে।

সেই ৰাতিও তাইৰ টোপনি অহা নাছিল। ঠাইতে কিবা পুলক এটাই দেহ -মন শিহৰিত কৰি দিয়াৰ পিছ মুহূৰ্ততে কিবা দোষ দোষ লগা ভাব এটাই, কিবা নাপায় নাপায় অনুভূতি এটাই সেইদিনাও তাইৰ সমুখত অন্য এজনী তাই থিয় হৈ এফালৰপৰা উপৰ্যুপৰি প্ৰশ্ন কৰিছিল। তাই উত্তৰ দিব পৰা নাছিল।

তাই আজি নৃপেনৰ মুখত শেষ বাক্যটো শুনিহে ভাবিলে বিনিদ্ৰ ৰজনীত যে তেনেহ'লে নৃপেনে তাইৰ গা-ভৰা কোমল অঙ্গ প্ৰত্যঙ্গবোৰহে বিচাৰে নেকি? মুখৰ আগত মাছে-মাংসই আমোল-মোলাই গোন্ধাই থকা বঢ়া ভাত একাঁহী লৈ কোনে বাট চাই থাকিব পাৰে নোখোৱাকৈ! তাই একাঁহী বঢ়া ভাতহে মাছ-মাংসৰ নেকি?

নৃপেন ধুনীয়া নে কুৰূপ, গাইমুৰানে পুৰুষ, বুকুভৰা নোম আছে নে নাই- -সেই বিষযেতো কাহানিও এক মুহূৰ্তও তাই ভাবি চোৱা নাই। তাৰ বুকুৰ নোমত আঙুলি বুলাই মাত্ৰ তাই কৈছিল বোলে নোমাল বুকুৰ পুৰুষ বোলে নিষ্ঠুৰ হ'ব নোৱাৰে। সুপুৰুষ। ক'বলৈহে পালে বহি থকা ছোফাখনতে নৃপেনে তাইক সাৱটি ধৰিলে যে বাযেকৰ চকুত কথমপিহে নপৰিল। ভাগ্যে মানুহজনীযে পকা আম দুপ্লেট লৈ আহোঁতে কাঁহ এটা মাৰি আহিছিল।

তাইক মণ্ডহ নালাগে। তাইক ধন, টকা, পইচা, গাড়ী-ঘৰ নালাগে। তাইক লাগে মৰম। বুকুভৰা মৰম। কম টকা পইচাৰ নিৰহ নিপানী পৰিয়াল এটাৰ ছোৱালী বাবেই হযতো তাইৰ এই ধৰণৰ বৈষয়িক লোভ-মোহ নাই। বহুত দামী দামী উপহাৰ দিব খোজে নৃপেনে। তাই নলয। ঘৰত প্ৰশ্ন কৰিব। সেইবাবেই তাই আজিলৈকে যোৱা চাৰি বছৰে নৃপেনক কাহানিও সোধা নাই তেওঁনো কি চাকৰি কৰে। কিন্তু তাৰ নিজাকৈ মটৰ চাইকেল আছে। নতুন মাৰুতী গাড়ী আছে। নিশ্চয় কিবা ভাল ডাঙৰ চাকৰিয়েই কৰে। নিশ্চয় নৃপেনৰ লগত বিযা হ'লে ঘৰখনে বাধা নিদিব। জোঁৱাইৰ অৱস্থা ভাল। তথাচ সি তাইৰ আগত মাজে মাজে ধন-সম্পত্তিৰ কথা কয। তাই তাৰ উত্তৰত সদায় কয়, মই তোমাৰ লগত মাগি খাবলৈয়ো প্ৰস্তুত। মই ভিক্ষা কৰি খায়ো তোমাৰ ল'গত শান্তি পাম। তেনেক্ষেত্ৰত সি আজি কিয ক'লে? কিয় বঢা ভাত একাঁহীৰ লগত তাইক তুলনা কৰিলে?

তাইৰ মনটোত নিৰ্বাচন কেন্দ্ৰৰ ভোট গণনাৰ ৰিজাল্ট পাবলৈ খেলিমেলিকৈ ৰৈ থকা মানুহৰ দৰে নানান কথাই খেলিমেলিৰ সৃষ্টি কৰি দিলে। নৃপেনে তাইক সদায় নিৰ্জন ঠাইত বিচাৰে। তাৰ ঘৰৰ মানুহ বিয়া সকামলৈ গ'লে তাইক কৌশলেৰে গাড়ীত উঠাই ঘৰলৈ লৈ যায়। সি উদ্‌ভ্ৰান্ত হৈ পৰে। তাই বৰ কৌশলেৰেহে নৃপেনৰ মৰমৰ অত্যাচাৰৰ পৰা নিজক বচাব লাগে। নৃপেনক মুহূৰ্ততেই সকলো লাগে। এনে উদ্‌ভ্ৰান্ত অৱস্থাত তাইৰ লগৰ চন্দনালৈ মনত পৰে। পুলিচ অফিচাৰৰ সুন্দৰী জীয়েক চন্দনাক তাইৰ প্ৰেমিকে বহুত দিন বহুত নিৰ্জন সময় অকলে লগ পাইছে। তেওঁ কাহানিও সীমাৰ পৰিধি অতিক্ৰম কৰা নাই। ইমান ধীৰ-স্থিৰ ধৈৰ্যশীল ল'ৰাটো। চন্দনাই বোলে তাক জোকায়, "মোৰ লগৰ ছোৱালী সুৰুীয়াইঁতে তোমাৰ কথা কি কয় জানা অনুৰূপ?

—কি কয়?

—তোমাক ভকত বুলি কয়।

—ভকত বুলি কয়?

—ওঁ ভকত বুলি কয়। দীঘলকৈ চুলি-তুলি ৰাখি কপালত ফোঁট চন্দন লৈ মাজুলীৰ সত্ৰতহে থাকিব লাগে বুলি কয় তোমাৰ নিচিনা ল'ৰাবোৰ।

—কিয়?

—কিয়? চন্দনাই তাৰ জোঙা মাগুৰ বৰণীয়া নাকটো টেপা মাৰি কয়, "কিয়? ভয়ত নহয়নো কি? লগৰ কেজনীক সিহঁতৰ কেইটাই অকলে পালে চোবাই খাওঁ যেন কৰে। তোমাৰ কথা ক'লে সিহঁতে বিশ্বাসেই নকৰে। এদিন মোৰ লগত তোমাক ঝডনা আৰু বন্দিতাই দেখিছিল। তোমাৰ চকু দুটা বোলে বৰ চাৰ্মিং। তুমি ধুনীয়া জানানে?" তথাপি অনুৰূপ ধীৰ-স্থিৰ ধৈৰ্যশীল।

বহুত দিন জোৰ কৰিছে নৃপেনে। তাই মাজে মাজে অতিষ্ঠ হৈ পৰে। কিন্তু তাই একমুহূৰ্তও নৃপেনৰ কথা মনৰ পৰা আঁতৰাই থ'ব নোৱাৰে। সদায় প্ৰায় সদায় লগ পায়েই যদিও যেন চিঠিত লেখা কথাবোৰহে আচল কথা। যেন চিঠি নেলেখিলে প্ৰেমৰ কোনো মাদকতা নাই। নৃপেনেও বৰ সুন্দৰ চিঠি লিখে। প্ৰতি চাৰি শাৰীৰ আঁতৰে আঁতৰে কবিতাৰ ফাঁকি। গণেশ গগৈৰ পাপৰিখন যেন মুখস্থ।

দৈহিক প্ৰেমৰ, দৈহিক বাসনাৰ বোলে মোহ ক্ষণস্থায়ী। লাইলা আছিল কুৰূপা। দেখিবলৈ বেয়া। অথচ সুন্দৰ যুৱক মজনু চালে চকুৰোৱা ৰূপহ কোঁৱৰ। কুৰূপা লাইলাৰ প্ৰেমত মজি আছে। কুৰূপা লাইলাই বহুত চেষ্টা কৰিছিল মজনুক তাইৰ কাষৰ পৰা আঁতৰাই পঠাবলৈ। কাৰণ মজনুৱে তাইৰ মুখৰ আগত তাইৰ ৰূপ-গুণৰ প্ৰশংসা কৰোঁতে তাইক ঠাট্টা কৰা যেনহে লাগে। তথাচ মজনু লাইলাৰ প্ৰেমত বলিয়া, এদিন মজনুৰ বন্ধুবোৰে ক'লে "মজনু, তুমি ইমান সুন্দৰ। অথচ সেই অসুন্দৰী কুৰূপাজনীৰ প্ৰেমত বলিযা কিয়?" মজনুৱে উত্তৰ দিলে। তোমালোকে লাইলাক মজনুৰ চকুৰে চোৱা। তেতিযাহে দেখিবা লাইলা কিমান ধুনীয়া, কিমান অপৰূপা সুন্দৰী।

ৰুমাকো সেই প্ৰেম লাগে। কিন্তু নৃপেনে বহুতবাৰ মজনু লাইলাৰ প্ৰসঙ্গ উলিয়াইছে যদিও এই কাহিনীটো কোৱা নাই। ক'লে জ্যোতিৰূপাইহে। জ্যোতিৰূপাৰ ল'ৰাটো সিমান ধুনীয়া নহয় ক'লা আৰু চাপৰো। কিন্তু ধুনীয়া বুলি ক'ব পৰা জ্যোতিৰূপা তাৰ প্ৰেমত বলিয়া। তাই ঠিকেই কৈছে ৰজতক দেখিলে এখন বিশাল সাগৰ যেন লাগে। ৰজতৰ ওচৰত বহি থাকিলে মহাসাগৰৰ পাৰত বহি

থকা যেন লাগে। জ্যোতিৰূপাৰ এনেবোৰ কথাত লগৰবোৰে ঠাট্টা কৰে। ঐ চাবি আকৌ। মহাসাগৰৰ জোৱাৰে কেতিয়াবা উটুৱাই নি মাজত পেলাই দি হাঙ্গৰৰ পেটত ভৰাবগৈ। তাই এনে ঠাট্টা-মস্কৰালৈ পৰোৱাই নকৰে। অন্য দহজনী ছোৱালীতকৈ জ্যোতিৰূপা বেলেগ। গহীন গম্ভীৰ। তাইৰ প্ৰেমৰ কাহিনী কাকো ঘূৰ্ণাক্ষৰেও নকয়। কেৱল এদিনহে ৰুমাই হঠাতে জ্যোতিৰ কিতাপৰ মাজত অচিনাকি আখৰৰ কবিতা এটা দেখি কুটুৰিবলৈ ধৰিলে। কেবাদিনো অনৰ্গল কুটুৰি থকাৰ পিছত এটা আবেলি জ্যোতিয়ে কলেজৰ উত্তৰ পাৰে চুকত থকা আওহতীয়া কাঞ্চন ফুলজোপাৰ তলত বৈ কওঁ নকওঁকৈ ক'লে। ৰুমা আচৰিত হ'ল। তিনিআলিত কিতাপ-কাগজৰ দোকান দি থকা ৰজত নামৰ ল'ৰাটো ৰুমাই চিনি পায়। চেহেৰা-পাতিৰে জ্যোতিৰ লগত মুঠেই নিমিলে। দেখিবলৈ অকণো সুন্দৰ নহয়। অৱশ্যে জ্যোতিৰ কথাত তাই ভাবি চালে যে সেই দেখিবলৈ বৰ ভাল নোহোৱা ডেকাটোৰ চকু দুটাত কিবা আছে। চালে শৰীৰৰ মঙহ ভেদ কৰি বেজী সোমোৱাদি যেন তেওঁৰ দৃষ্টি সোমাই যায়। ইমান গভীৰ ইমান তীক্ষ্ণ চাৱনি। জ্যোতিয়ে সঁচাই কৈছেনে যে যোৱা তিনি বছৰৰ ভিতৰত সি তাইক চুমা এটাও দিয়া নাই বুলি। পুৰুষ ইমান স্থিতপ্ৰজ্ঞ হ'ব পাৰেনে? ৰুমাৰ গোটেই গাৰ নোমবোৰ থিয় হৈ গৈছিল—এনে ডেকা ল'ৰাও থাকিব পাৰেনে আজিৰ দিনত। নৃপেনে তাইক দেখোন ওচৰতে পালে খাওঁ যেন কৰে। কোনোবাই যে দেখিব যেন তালৈযো তাৰ ভ্ৰূক্ষেপ নাথাকে। কিন্তু একে বয়সৰ ৰজতৰ বিষয়ে দেখোন জ্যোতিৰূপাই তেনেকৈ কয়। প্ৰায়, বহুত নিৰিবিলিভাৱে দুয়োটাই লগ হয়। কলাক্ষেত্ৰতেই হওক বা নদীৰ ঘাটতেই হওক বা বশিষ্ঠতেই হওক। কেৱল কথা। জ্যোতিৰূপাৰ মতে ৰজতৰ কথা শুনিলে সুমধুৰ স্বৰৰ উচ্চাঙ্গ সঙ্গীত শুনি থকাৰ নিচিনা লাগে। ৰুমাই মনে মনে কেবাদিনো 'নতুন জ্যোতি' নামৰ কিতাপ দোকানখনলৈ গৈ ইখন সিখন কিতাপ আলোচনী চোৱাৰ ছলেৰে আঁৰ চকুৰে ৰজতক লক্ষ্য কৰিছে। হয়তো জ্যোতিৰূপাই গুণ-গান কৰাৰ কাৰণেও হ'ব পাৰে ৰুমাৰ ৰজতক ভাল লাগিছে। অতিশয় পৰিমাৰ্জিত ব্যৱহাৰ, কথা-বতৰা। আৰু গ্ৰাহক নাথাকিলে ৰজতে হাতত কিতাপ-আলোচনী লৈ পঢ়ি থাকে। ছেল্‌চমেন ল'ৰাটোৱেও তেনে সময়ত বাতৰি কাকত চাই থাকে। ৰুমাৰ ভাল লাগিছে ৰজতক। কিন্তু এই সৰু দোকানখনেৰে জ্যোতিৰূপাক বিয়া কৰোৱাৰ পিছত ৰজতে পৰিয়াল চলাব পাৰিবনে? বিধৱা মাক আৰু বিয়া দিবলৈ থকা কলেজত পঢ়ি থকা দুজনী ছোৱালী।

ৰজতৰ তুলনা আনিলেই ৰুমাৰ নৃপেনৰ কিছুমান দোষ ধৰা পৰে। নৃপেন সুন্দৰ সুঠাম ডেকা। প্ৰথম দৃষ্টিতেই মোহ যোৱা চেহেৰা। কিন্তু তাৰ ৰুমাৰ দেহটোৰ প্ৰতিহে বেছি আকৰ্ষণ নেকি? যাৰ নাৰী দেহৰ প্ৰতিহে খুব বেছি আকৰ্ষণ তাৰ প্ৰেম গভীৰ হ'ব নোৱাৰে। তেনে পুৰুষে হয়তো নতুন নতুন নাৰী দেহৰ সন্ধানত থাকিব পাৰে। সুবিধা পালে কল বাকলি এটাৰ দৰে আগৰজনীক দলিযায়ো পেলাব পাৰে । এই কথাখিনি তাই কোনোবা এখন উপন্যাসত পঢ়িছিল। কাৰ লেখা আছিল? নে অনুবাদ? মাছ-মাংসৰে একাঁহী ভাতৰ লগত তুলনা কৰিলে নৃপেনে তাইক।

নাই, তথাপি নৃপেনক তাই এৰিব নোৱাৰে। তাইৰ নোমৰ গুৰিযে গুৰিযে নৃপেনৰ ঘাম সোমাই আছে। নৃপেনে তাইক ভাল পায। এটা ডেকা ল'ৰাই ক'ব নলগীয়া কথা নৃপেনে সদায় ৰুমাক কয যে ৰুমাক নাপালে হয আত্মহত্যা কৰিব নহয় নিজুৰ ওপৰত অত্যাচাৰ কৰি ধ্বংস কৰি দিব। নিদিব যে তাৰ মানে নাই। এদিন কিবা এটা কথাত ওফোন্দ পাতি নামাতোতেই ওচৰৰ পাণ দোকানখনৰপৰা ব্লেড এখন কিনি আনি তাইৰ চকুৰ আগতে বুটাম খুলি নোমাল বুকুখনত ৰেপ মাৰি দিছিল। তেজ ওলাইছিল। ৰুমা নাৰ্ভাছ হৈছিল। ৰুমালেৰে বুকুৰ ক্ষত টুকুৰা হেঁচা মাৰি ধৰিছিল । তাই ফামচীলৈ দৌৰিছিল। বেণ্ড এইড্ আনি এণ্টিছেপটিক মলম লগাই পটি মাৰি দি তেজ বন্ধ কৰিছিল। নৃপেনে ইমানেই ভাল পায় তাইক। তাই এই কথাটো নবৌৱেক জযাক কৈছিল। জযাই হাঁহি হাঁহি পাতলকৈ ক'লে বোলে সাৱধান, বিয়াৰ পিছত ওফোন্দ নাপাতিবা। তেতিয়া আকৌ তোমাৰ বুকুত ৰেপ মাৰিব। ল'ৰাবোৰ এনেকুৱাই, বিযাৰ আগত প্ৰেমিকাৰ লগত কাজিয়া লাগিলে নিজৰ বুকুত ৰেপ মাৰে আৰু বিয়াৰ পিছত কাজিয়া লাগিলে ঘৈণীয়েকৰ বুকুত ৰেপ মাৰে। কথাষাৰ জয়াই গাত নলগা ধৰণেৰে কৈছিল যদিও ৰুমাক মাজে মাজে জোতাৰ তলত শুং ওলোৱা গজালটোৰে খোজ কাঢোতে বিন্ধাৰ দৰে মাজে মাজে মনত বিন্ধি থাকে।

জয়ালৈ ৰুমাৰ খং উঠিল। আজিলৈকে তেওঁ কথাষাৰ মাক-বাপেকৰ আগত মুখ খুলি ক'ব পৰা নাই। অথচ নৃপেনক সকলো ফালৰে পৰা জয়ায়ো পছন্দ কৰিছে। কৈছে বৰ ধুনীয়া ল'ৰা। দেখাই-শুনায়ো ভাল, কথা-বতৰায়ো ভাল। জীৱনত সি ৰাইজ কৰিব। নৌ বিয়া কৰাওঁতেই যেতিয়া গাড়ীও ল'লে, ঘৰ সাজিবলৈ মাটিও ল'লে ৰাইজ কৰিবই। চাকৰিত সোমোৱা বোলে হুৰুহুৰুহে হৈছে। ভাল চাকৰি কৰে চাগে।

—এ মোক চাকৰি-তাকৰি, গাড়ী-চাৰিৰ কথা নালাগে। মোক লাগে অন্তৰ। অন্তৰ থকা মানুহ এটা হ'লেই মই সবাতোকৈ ধনী মানুহ হ'ম। সবাতোকৈ সুখী মানুহ হ'ম।

—থোৰা থোৰা বিয়াৰ আগত চব প্ৰেমিক প্ৰেমিকাই তেনেকৈয়েই কয়।

—তুমিও কৈছিলা নেকি?

—মই কাক ক'ম? প্ৰেম-তেম কৰিয়েই নাপালো—বুলি ক'লত দুযোজনীৰ হাঁহি উঠিল।

—এতিয়া প্ৰেমত পৰিছানে নাই?

—এতিয়া আৰু গিৰিয়েকৰ লগত প্ৰেমত নপৰিলে সেইখন সংসাৰ হৈ থাকিবনে? মোৰ ডিগ্ৰীত সংস্কৃত আছিল হোমৰ ওচৰত গোৰা মন্ত্ৰবোৰৰ অৰ্থবোৰ মই শুনি থাকোঁতেই অলপ অলপ বুজিছিলো। সেইবোৰ শপত বাক্য অগ্নিক সাক্ষী ৰাখি কয়। তাৰ বাহিৰেও কমা যদিহে সংস্কৃতত নাগায় তাৰ অৰ্থবোৰ অসমীয়াত ভাঙি গালেহেঁতেন ৰভাৰ তলত কোনো আৰু বহি থাকিব নোৱাৰে।

—কিয়?

—গোটেই বিৱৰণ। এস্ বাদ দিয়া সেইবোৰ কথা।

নহ'ব। বোধহয় শেষ নিশালৈহে কমাৰ টোপনি আহিল। টোপনি অহালৈকে কমাই তাইৰ নিজৰ লগতেই তৰ্ক-বিতৰ্ক, আলোচনা-সমালোচনা কৰি এটা সিদ্ধান্তলৈ আহিল যে তাই নৃপেনক এৰিব নোৱাৰে। বাধ্য কৰি তাইক নৃপেনৰ পৰা এৰুৱাই আনিব পাৰিলেও নৃপেন জীয়াই নাথাকিব। ইমান ধুনীয়া ডেকা ল'ৰা এটা। আচলতে নৃপেনে তাইক হৃদয় ভৰি আৰু তেওঁ নিজেই কোৱা মতে তেওঁৰ প্ৰাণতকৈয়ো বেছিকৈ ভাল পায় বাবেহে যি টি তুলনা দিযে। কথাই কথাই নৃপেনে তাইৰ বুকুখন বোকাময় বুলি কয় য'ত দুটা পদুমৰ কলি পোন হৈ আছে। কথাবাৰ মনত পৰাৰ লগে লগে কমাৰ গাটো পুলকিত হ'ল। নৃপেনে বাৰু ধুনীয়া কবিতা লেখিব নোৱাৰিলেহেঁতেননে?

বোধহয় ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে তাইৰ টোপনি গ'ল।

## । তিনি ।

তিনিদিন ধৰি এই শান্তিপূৰ্ণ ঘৰখন তোলপাৰ লাগিছে। মহানগৰ নোহোৱা হ'লে সৰু নগৰ বা গাওঁ হোৱা হ'লে ওচৰ চুবুৰীয়া সকলোৱে গম পালেহেঁতেন আৰু বু-বু বা বা লগালেহেঁতেন। অৱশ্যে ঠাই টুকুৰাৰ নাম শান্তিপুৰ। যোৱা আঠে কুৰি বছৰৰ ভিতৰত এই শান্তিপুৰ নামৰ ঠাইখনত যিমানবোৰ মানুহ বহিল ঘৰ সাজি সেই আটাইবোৰেই গুৱাহাটীৰ বাহিৰৰ পৰা থিতাপি লোৱা। এসময়ত ইয়াত দহ -বাৰ ঘৰমান মানুহহে আছিল। নতুনকৈ দালান সাজি, ঘৰ সাজি বহা মানুহবোৰেই হয় নলবাৰী, যোৰহাট, দেৰগাওঁ, তেজপুৰ, নগাওঁ, পলাশবাৰী, বৰপেটা আদিৰ। অসমৰ যিকোনো এঠাইৰ বিষযে কিবা জানিবলগীয়া হ'লে শান্তিপুৰৰ যিকোনো এঘৰ মানুহেই সেই ঠাইৰ খবৰ দিব পাৰিব। অসম টাইপৰ ঘৰ-দুৱাৰ দেখিলেই বুজিব লাগিব হয সেয়া শিক্ষকৰ ঘৰ বা টিউচন নকৰা কলেজৰ প্ৰবক্তাৰ ঘৰ বা কোনোবা কম দৰমহাত খটা মাৰোৱাৰী ব্যৱসায়ীৰ ব্যক্তিগত ফাৰ্মৰ চাকৰিয়ালৰ ঘৰ। তেনেকুৱা ফাৰ্মৰ চাকৰিয়াল ইয়াত এনেকুৱাও আছে যে যাৰ কুৰি বছৰত ইন্‌ক্ৰিমেণ্ট বাঢ়িছে হয়তো এশ টকা বা খুব বেছি দুশ টকা। আৰু এটা কথাৰ বাবে শান্তিপুৰৰ বৈশিষ্ট্য হ'ল যে এই ঠাই টুকুৰাত আই এ এছ বিষয়াৰ পৰা চতুৰ্থশ্ৰেণীৰ কৰ্মচাৰীলৈকে মানুহ আছে। তেনেকৈ দিনে এশ টকা উপাৰ্জন কৰাৰ পৰা দিনে কুৰি-পঁচিশ হেজাৰ উপাৰ্জন কৰা মানুহ আছে। সেইখন শান্তিপুৰৰে উত্তৰ-পূব চুকত থেপা-থেপিকৈ থকা চাৰিঘৰ মানুহৰ মাজৰ ঘৰেই কমাইঁতৰ অৰ্থাৎ অৱসৰপ্ৰাপ্ত শিক্ষক যাদব ডেকাৰ। যাদব ডেকাৰ অৱসৰ লোৱাৰ পিছত নিদিওঁ বুলি খোপনি ধৰি থকা অলপ আদৰ্শবান ডেকো পুত্ৰ অপৰাজিতে অৱশেষত টকা ত্ৰিশ হেজাৰ ভৰিহে বাপেকৰ স্কুলতে বাপেকৰ পদটোকে ল'ব পাৰিলে। একালত শিক্ষা মন্ত্ৰীজনৰ সমষ্টিত অপৰাজিতে নিৰ্বাচনত অশেষ কষ্ট কৰাৰ বাবেহে ত্ৰিশ হেজাৰত হ'ল। নহ'লে বোলে নিয়মীয়াকৈ দৰমহা পোৱা তেনে শিক্ষকৰ পদৰ বাবে আশী হেজাৰ, একলাখলৈকে দাম উঠিছিল। দিছিল। যাদব ডেকাৰ প্ৰভিজনেল পেন্সনৰ এৰীয়াৰ টকাকেইটা পোৱাৰ পিছদিনাই অপৰাজিতে কাওঁ-বাওঁ কৰি ত্ৰিশ হেজাৰ টকা দিলে। সেইটো কাৰণতে মূল্যবোধৰ জ্ঞান থকা অপৰাজিতৰ বহুত দিনলৈ মনটো গোমা হৈ আছিল। কিবা কাৰণত ক'ৰবাত শিক্ষামন্ত্ৰীৰ মুখামুখি হ'লেও মাত-বোল কৰিব পৰা নাছিল। খণ্ডতে ভায়েক বিভূতিয়ে কোনো গৰমেণ্ট চাকৰিৰ বাবে চেষ্টা নকৰো বুলি

খুচুৰা ব্যৱসায়ত লাগিল। মেঘালয় বৰ্ণিহাটৰ পৰা কাপোৰ-কানি কম দৰত কিনি প্ৰথমে ফেৰী কৰিছিল। এতিয়া সৰু কোঠা এটা লৈ উজান বজাৰত তেনে কাপোৰ-কানি আৰু অন্যান্য সামগ্ৰী ভৰাই থৈছে। তাৰ পিছৰ ভায়েক-বিবেকে ৰানিং ঠিকা-ঠুকলি কৰি আছে। সেই ক্ষেত্ৰত তাৰ কোনো নিৰ্বাচন নাই, যেতিয়াই যিহকে সুবিধা দেখে মূলধন খটুৱাব নলগাকৈ কৰি আছে। ল'ৰাটো সৰবৰহী আৰু বন্ধুবৎসল বাবে লগৰ বন্ধু-বান্ধৱেও সহায় কৰে। তবলা বজায় ভাল। তাৰ বন্ধুও বহুত। তামাচাপ্ৰিয়। কেতিয়াবা ভৰ দুপৰীয়া নবৌৱেকক টান মাৰি বহুৱাই জোৰ-জবৰদস্তি গান গোৱায় আৰু সি তবলা বজায়। ৰুমাক ভায়োলীনখন আনি দিয়ে।

গোটেই ঘৰখনৰ কাৰণেই ৰুমা এজনী সৰু ছোৱালী যেন ৰঙা ৰীবন মাৰি দুকোছা ছাগলীৰ নেজৰ দৰে চুলি বান্ধি এতিয়াও তাই দৌৰিহে ফুৰিব লাগে। তাই যে গাভৰু হ'ল, কলেজৰ শেষ বৰ্ষত পঢ়ে সেযা সিহঁতে গণিতা নকৰে। তাইক জোকাবৰ কাৰণে তাই মানা কৰি লুকাই লুকাই কাপোৰ-কানি পিন্ধি থাকোঁতে বিবেকে জুমি চাই থাকে। ৰুমাৰ চকুৱে চকুৱে পৰিলে চিঞৰ-বাখৰ লগাই মাকক গোচৰ দিয়ে, 'চোৱাচোন মা—এই অসভ্যটোৱে মই কাপোৰ সলাওঁতে মনে মনে ভ ্ৰ চাই আছে।' মাকে কৃত্ৰিম ধমক দিয়ে বিবেকক। মাকৰ ধমক শুনি বিভূতি ক ৰবাৰ পৰা চিঞৰি চিঞৰি বিবেকক গালি পাৰি দৌৰি আহে।

"—তই বৰ অসভ্য দেই। তাই কাপোৰ সলাওঁতে তই অকলে অকলে চাই থাকিব লাগেনে? মোকো নামাতিলি কিয? ময়ো তোৰ লগত চালোহেঁতেন। অকলে অকলে চাই থকা দেখিলে তাই লাজ নাপাব নেকি ডাঙৰ কলেজত পঢ়া ছোৱালী এজনীয়ে।"

—চোৱাচোন মা—এই অসভ্য দুটাই কি কৈছে।

—হ'ব হ'ব দিয়া, সিহঁতৰ ঘৈণীয়েক দুজনীয়ে যেতিয়া আগলৈ বাথৰুমত গা ধুবলৈ সোমাব তুমিও মনে মনে চাই থাকিবা।

—উ—আমি এই নিলাজ ককাযেকহঁতৰ আগত কাপোৰ সলোৱা শনিপাতটো ঘৰত থাকোঁতে বিয়া কৰাই আনিম বুলি ভাবিছা হ'বলা। এইক তপা গেৰেলা বুঢ়া এটালৈ বিয়া দিহে আমি অপেশ্বৰীক ঘৰ সুমুৱাম।

ঠিক এনেকুৱা এটা আনন্দ মুখৰ পৰিৱেশ চলি থাকে সাতটীয়া মানুহৰ মধ্যবিত্তীয় ঘৰখনত। ওৰেটো জীৱন যাদৱ ডেকাই শিক্ষকতাকে কৰিলে বাবে

ইহঁতৰ নিচিনাকৈ হৈ-হাল্লা নকৰিলেও মানুহটো ৰসিক। গুজুংকৈ গহীন সুৰত একোটা কথা কৈ দিয়ে যে কেতিয়াবা ঢেক ঢেকাই হাঁহোতে অইনৰ মুখৰ ভাত বা চাহ-পানী ছিটিকি পৰে। চাহ পানী নাখালেও মানুহটোৰ মূৰ টিং নিটিঙায কিন্তু শুই উঠিয়েই বাতৰি কাকত দুখন পঢ়িবলৈ নাপালে মূৰৰ বিষ উঠে। কাগজৰ অফিচ বন্ধ থাকিলে কাগজ নোলালে মানুহটোৱে পুৰণাবাতৰি কাকতকে মেলি ল'ব। কাকত পঢ়াৰ পিছতহে ফিকা চাহ বাতি খাব পাৰে। সেইদৰে কিতাপো মানুহটোৱে কম নপঢ়ে। কিনি পঢ়িব নোৱাৰিলেও খুজি আনিও পঢ়ে।

তেনে এখন সুখৰ ঘৰতেই আজিৰে সৈতে তিনিদিন ধৰি অশান্তি। বোন্দা মেকুৰীৰ দৰে কাজিয়া। কথা কটা-কটি। গালি-গালাজ। চিএঞৰ বাখৰ। তাৰ মাজতে প্ৰায়েই অসহায় হৈ পৰিছে জয়া। বোৱাৰী জয়া। মানুহজনী পেঁপুৱা লাগিছে। জয়াই প্ৰথম অৱস্থাত ৰুমাৰ পক্ষতেই পাৰে মানে ওকালতি কৰিছিল। কথাটো উলিযাইছিলে জযাযেই। দেওবাৰৰ দিনটোত সকলোৱে একেলগে দুপৰীয়া ভাত খোৱাটো নিয়ম। ভাত খাওঁতে ইটোৱে-সিটোৱে জোকাই জোকাই ৰুমাৰ থাললৈ মাছবোৰ দলিযাই থাকে। খা খা, চিলিম হৈ বিউটি কণ্টেষ্টত যোগ দি বিশ্বসুন্দৰী হ'ব নালাগে। খা। চুক ভেকুলীযে নিজকে সুন্দৰী বুলি ভবাৰ দৰে তয়ো ঘৰৰ ভিতৰতে নিজকে সুন্দৰী বুলি ভাবি থাক। ডাযেটিং কৰি সুন্দৰী হ'ব খোজে পেটত ভোক লৈ।

—চুক ভেকুলী আকৌ বাহিৰলৈ দিনৰ পোহৰত কিয় নোলায তইঁতে জাননে নাই। গহীন সুৰত বাপেকে ক'লে।

—নাজানো—কোৱাচোন। ৰুমাই সুধিলে।

—বাহিৰলৈ ওলালে বোলে সূৰ্যই দেখিলেই বিয়া কৰাওঁ বুলি হুলস্থূল লগাই দিযে। বিয়া কৰাবলৈ নাপালে বোলে হুকহুকাই কান্দে। তাৰ পৰাহে বোলে বৰষুণ হয। সেই বাবেই বোলে খহুলী ভেকুলী দিনত চুকতে সোমাই থাকে। কথাষাৰ ক'বলৈ পালেহে হাঁহিত ফাটি পৰিল।

—ইমান সুন্দৰীযে সূৰ্যই দেখিলেই বিয়া কৰাবলৈকে লাগে বুলি বিবেকে টিপ্পনি দিলে। ৰুমা আৰু জযাই মুখৰ আগত হাত দুখন ৰাখিহে হাঁহিলে-নহ'লে মুখৰ ভাত উফৰি পৰিব।

—তইঁতৰ দেউতাৰো তেও সেইবাবেহে দিনৰ দিনটো ঘৰৰ ভিতৰতে সোমাই থাকে। মাকে ক'লে।

—দেউতাকো আকৌ দেখিলেই কোনোবা বুঢ়ীযে—

—নহয়, নহয অপৰাজিতৰ মুখতে ধৰি মাকে ক'লে। দেউতাৰ বোলে স্কুলৰ আটাইতকৈ প্ৰিয় শিক্ষক, বাহিৰলৈ ওলালেই একালৰ প্ৰিয ছাত্ৰবোৰে বাটে-পথেই ভৰিত ধৰি সেৱা কৰিবলৈ হেঁতা-ওপৰা লগায।-

—নহয় বুলি ভাবিছা নেকি?

—হয় আকৌ।

—বাৰু সেইবোৰ কথা বাদ। আমাৰ ৰুমা সুন্দৰীয়ে আজিকালি ইটো নাখাওঁ কৰি বডি চিলিম কৰিব খুজিছে। বৰকৈ বাহিৰত অকলে অকলে ঘূৰি নুফুৰিবা চুলি তুলি নথকা কোনোবা গেৰেলা দৰাই থপিযাই নিব বুলি বিভূতিয়ে যোগ দি দিলে। ঠিক এইটোৱেই সুযোগ। জয়াই এনে এটা সুযোগৰ ক্ষণলৈকে যেন বাট চাই আছিল। জযাই নন্দেকৰ পৰাও পাৰ্মিছন লৈ থৈছিল বোলে তাই ঘৰত কথাটো উলিযালে উপস্থিত থাকিলেও আপত্তি নাই। কাৰণ ৰুমাই জানে যে ঘৰখনত তাই ইমান আদৰৰ আৰু মৰমৰ, তাই যিহকে বিচাৰে, যিহকে কামনা কৰে সেযা পূৰণ কৰিবই। ঘৰখনৰ সকলোৱেই তাইক ইমান মৰম কৰে যদিহে তাই গুৱাহাটীত নপঢো বুলি কয তেতিযাও চাগৈ তাকো কৰিবলৈ সকলোৱেই চেষ্টা কৰিব। গতিকে তাই নিশ্চিন্ত। সেযেহে এই মধুৰ পাতল মুহূৰ্তটোকে জযাই ব্যৱহাৰ কৰিব খুজিলে।

—তপা পেটুৱা নহয ৰ'বা আমাৰ ঊষা সুন্দৰীক সুন্দৰ অনিৰুদ্ধ এজনহে ওলাইছে বিযা কৰাবলৈ, কোনেও গমহে নাপায। জযাৰ কথা শুনি ইতিমধ্যে খোৱা শেষ কৰা ৰুমা গহীন হৈ টেবুলৰ পৰা উঠিল।

—কোননো সেই অনিৰুদ্ধ কোঁৱৰ? বিভূতিযে সুধিলে। অপৰাজিতে কোনো অভিব্যক্তি প্ৰকাশ কৰা নাই। শাহুৱেক শহুৰেকেও অকণমান ছিৰিযাছলিযেই যেন শুনিবলৈ ৰৈ আছে। ইতিমধ্যেই মাজে মাজে বৌৱেক নন্দেকৰ আছুতীযা আলোচনাবোৰ, মুখ টিপি হঁহা কাৰ্যবোৰ আজি কিছুদিন ধৰি মেনকাই মন নকৰাকৈ থকা নাই। তাতে সিদিনা ছিৰিযেল চাই থাকোঁতে হঠাতে জযাই কোৱা কথাটোৱেও মানুহজনীক টোকৰ নমৰাকৈ থকা নাই। মানুহজনীযে ভিতৰি ভিতৰি এটা সুখানুভূতিও অনুভৱ কৰিছে জয়াৰ কথাত বোলে অনিৰুদ্ধ সুন্দৰ।

—দৰা আমি সকলোৱেই চিনি পাওঁ। আমি সকলোৱে দেখিছোও।

—কোনহে কোন? বিভূতিয়ে ব্যগ্ৰ হৈ সুধিলে।

—নৃপেন।

—নৃপেন! কোন নৃপেন? বিবেকে সুধিলে।

—নৃপেন কোন? কি লিখে। শহুৰেকে সুধিলে।

—নৃপেন আমাৰ ভদ্ৰা মামীৰ ভায়েক। ডি টি অ'ৰ অফিচত কাম কৰে। জয়াৰ কথা শুনি যেন বহি থকাতে কিছুক্ষণ আটাইকেইটা তাপ মাৰিলে। ৰুমাই বেডৰুমত সোমাই বাহিৰৰ পৰা নেদেখাকৈ পৰ্দাখনতে লাগি কাণ উনাই ৰাখিছে। কোনেও একো নোকোৱাকৈ এটা এটাকৈ উঠি মুখ ধুলে। সকলোতকৈ পিছত উঠিল জয়া টেবুলৰ পৰা। মাধুৱে নীৰৱে মুখ টিপি হাঁহি হাঁহি বাচন-বৰ্তনবোৰ জাপি কুচি টেবুলৰ পৰা আঁতৰাই নি কাপোৰখনেৰে টেবুল মোহাৰিবলৈ ধৰিলে। তাই বুধি কৰিয়েই কিছুপৰ কোঠাটোত থাকিব বিচাৰিছে। নহ'লে বাচন-বৰ্তন ধুবলৈ লাগিলে খিটিং খাটাং শব্দত কথাবোৰ নুশুনিবও পাৰে। হঠাতে মাধুৰ মনত কথা এটা খেলালে। ৰুমাই প্ৰায়েই কৈ থাকে মোৰ যিমানবোৰ চেলোৱাৰ কুৰ্তা আছে এদিন তোৰেই হ'ব। তাৰমানে ৰুমা বাইদেউৰ বিয়াৰ পিছত গোটেই ধুনীয়া ধুনীয়া দামী চেলোৱাৰ কুৰ্তাবোৰ তাই পাব। তাইৰ মনটো আনন্দিত হ'ল।

কিছুপৰ পৰিৱেশটো এই বৰষুণ পৰোৰ দৰে এন্ধেৰুৱা হৈ আছিল। দেওবাৰে থকা সকলোৰে আকৰ্ষণীয় ছিৰিয়েল চাবলৈ মানুহবোৰ আগৰ দৰে বহাহি নাই যদিও যাদৱ ডেকা নিৰ্দ্দিষ্ট চকীত বহিলহি। জযাই তামোলৰ বটাটো অনাৰ লগে লগে শাহুৰেকো আহিল আৰু বিবেক। সি কোনো পৰিৱেশৰ অৱতাৰণা নকৰি চিধাই নবৌৱেকৰ মুখৰ আগত বৈ সুধিলে,

—তুমি কেনেকৈ জানিলা যে নৃপেনে ৰুমাক বিয়া কৰাব খোজে। তাৰ মানে লগৰ দুই-চাৰিযে কোৱা কথাবোৰ সঁচা নেকি? তোমাক ৰুমাই নিজেই কৈছে নেকি! বিবেকৰ কথাৰ সুৰ টান।

—ৰুমাই তোমাক কৈছেনে নাই নৃপেনে কৈছে। বিভূতিযে সুধিলে।

—কোনেও কোৱা নাই কিন্তু পৰিৱেশটোৰ বুজ লৈহে জযাই ভালে ভালে আগতীয়াকৈ উলিযাইছে চকীখন টান মাৰি বহি লৈ ক'লে। অপৰাজিতৰ কথাযাৰ শুনি প্ৰায চোঁ মাৰি অহাদিয়েই আহিল বিবেক। সি যিটো সুৰত কথা ক'ব খুজিছিল হঠাতে সুৰটো গিলি পেলাবলগীযা হ'ল, কাৰণ ৰুমাই সিহঁতৰ কথাত অসন্তোষ পোৱাটো পৰিযালৰ কোনেও বাঞ্ছা নকৰে। ৰুমাৰ কথাত সিহঁত নিজে অসন্তোষ হওক কথা নাই কিন্তু ৰুমা হ'ব নালাগে। বিবেক আহি মাক-বাপেক-ককাযেক-বৌৱেকৰ মাজত ৰ'লহি। টান মাৰি চকীখন লৈ বহিল। বৰ যেন সাৱধানে হাৰ্টৰ ৰোগী থকা কোঠালৈহে সোমাই আহিছে বিভূতি—ঠিক তেনেকৈ বিভূতিও আহিল। সৰুকৈ যাতে যিটো কোঠাত থকা ৰুমাই নুশুনক তেনেকুৱা

সুৰ এটাত বিভূতিয়ে ক'লে,

—নবৌৱে যে ক'লা কথাটো— তাৰমানে ইহঁত দুটাৰ মাজত কিবা বুজাবুজি হৈছে নেকি?

—ওঁ হৈছে। মই কিছুদিনৰ আগৰ পৰা কোবাৰ চেষ্টা কৰিছিলো।

—কমাই কি কয়?

—তাইহে ক'বলৈ কৈছে। তাই নাছোড়বান্দা। নৃপেনৰ লগত বিয়া হ'বই। জয়াৰ কথাবাৰ শুনি আটাইবোৰ কিছুপৰ মনে মনে ৰ'ল। বিজ্ঞ বিচাৰকৰ কণ্ঠস্বৰেৰে অপৰাজিতেই ক'লে, "আপত্তিনো কি থাকিব পাৰে? নে দেউতা, মা, নৃপেনহঁতৰ ঘৰুৱা অৱস্থাও খুব ভাল, ল'ৰাটোও ধুনীযা তজবজীয়া খুটি খোৱা, যদি সিহঁত দুটাৰ মন মিলিছেই, যদি ইটোৱে সিটোক বুজি পাইছেই তেনেহ'লে আপত্তি কৰিবলগীয়ানো কি থাকিব লাগে।" কৈ অপৰাজিতে আটাইৰে মুখলৈ চালে।

—নাই মানে পৰিযালটোত সেই খেদা খোৱা এজনী আছে নহয়? মাকে ক'লে।

—কোন?

—কিয ভদ্ৰা মামীযেৰৰ ভনীযেক, এই ল'ৰাটোৰ বায়েক বৃন্দা। মাকে ক'লে।

—থাকক পিছে কি হ'ল? তাইৰ ল'ৰা-ছোৱালীও নাই— কোনো জঞ্জাল নাই ভালহে। অপৰাজিতে বুজালে।

—নহয় অ', পৰিযালটোত যদি তেনেকুৱা একোজনী থাকে শান্তি নহয়। বহুত দেখিছো। তাতে মানুহজনীৰ বিষয়ে—

—নহয় নহয মা, আচলতে যৌতুক লৈহে বোলে কাজিয়া। যৌতুক দাবী কৰি কৰি মানুহজনীক যিমান অত্যাচাৰ কৰিলে থাকিব নোৱাৰিলে। এই যে মানুহজনীৰ চৰিত্ৰৰ ওপৰত কথাবোৰ ওলাইছে মোক ভদ্ৰা মামীয়ে কৈছে নহয় সেইবোৰ সিহঁতৰ ঘৰৰপৰাহে প্ৰচাৰ কৰিছে। প্ৰফেছাৰৰ ঘৰ। ঘৈণীয়েক শুচি আহিবলগীয়া হ'ল। সেই বাবেই বৃন্দাৰ ওপৰত বদ্‌নাম কিছুমান উলিয়াইছে। তাতে মাইকী মানুহৰ ওপৰত চৰিত্ৰৰ বদ্‌নাম উলিয়াবলৈ বৰ সহজ নহয়। শুনা মতে প্ৰফেছাৰৰহে তেনে বদ্‌নাম আছে। জয়াই যেন ওকালতিহে কৰিছে। ইমানপৰে বাপেক, বিভূতি আৰু বিবেকে একোকে মতা নাছিল। শুনিহে আছিল। কিন্তু বিবেকৰ মুখলৈ চালেই ধৰিব পাৰি যে সি তাৰ বিবেকৰ লগত, মনৰ লগত কিবা

বিষয় লৈ সংঘৰ্ষত লিপ্ত হৈ আছে। তাৰ মুখ-চকু ৰঙা পৰিছে আৰু ঘনে ঘনে ৰুমাৰ কোঠাৰ ফালে চাই আছে। ঠিক একেটা অৱস্থাই হৈছে বিভূতিৰো। সিও যেন মন বিবেক চিন্তাৰ লগত যুদ্ধৰত। সিও ভায়েকলৈ চাই আছে। বৰ অসহায়ত পৰিছে যদিও জয়াই কিন্তু বৰ কৌশলেৰে সেই অৱস্থাটো ঢাকি ৰখাৰ চেষ্টা কৰিছে বেমাৰত পৰি থকা মাকে ল'ৰা-ছোৱালীয়ে আঘাত পাব বুলি মুখ-চকুত যন্ত্ৰণা প্ৰকাশ নকৰাৰ দৰে।

—নাই নাই, মই সমৰ্থন নকৰো। ল'ৰাটো বৰ বদ্‌জাত। মই নকওঁ সি কিহত কিহত বদ্‌জাত কিন্তু মোৰ স্কুটাৰখনৰ ৰেজিষ্ট্ৰেচন কৰোঁতেও সি পাঁচশ টকা খালে। অৱশ্যে তেতিয়া আমাৰ লগত তাৰ চিনাকি নাছিল। মই মত নিদিওঁ বুলি বিবেকে গৰজি ক'লে।

—ৰহচোন, ফটককৈ এটা দুটা কথাতে মানুহ এটাক বদ্‌জাত বুলি ক'ব নোৱাৰ নহয়। আজিকালিনো কোনে পইচা নাখায়। অপৰাজিতে টান মাতেৰে ক'লে।

—সিনো কি চাকৰি কৰে? বাপেকে সুধিলে।

—ডি টি অ' অফিচৰ কেৰাণী। বিবেকে ক'লে।

—কেৰাণীযেই হওক বা যেযেই নহওক মই ঘৰখন পছন্দ নকৰো। মই মাত্ৰ এবাৰেই গৈছো। যদুমণিৰ জোৰোণ দিবলৈ, মানে ভদ্ৰা মামীযেৰৰ জোৰোণত কিন্তু ঘৰখন ভাল নালাগিল। বাপেকটো নিমাখিত। পিছে ছোৱালী কেজনী আৰু মাক বৰ ঠিক নহয়। মোৰ পছন্দ নালাগিল। বাপেকে ক'লে।

—মোৰো ভাল নালাগে। মোমায়েৰৰ ঘৰক ভাগ ভাগ কৰিলেহি ভদ্ৰাইহে। ইমান মিলেৰে থকা ঘৰখন—বুলি শাহুৱেকে কিবা ক'ব খোজোঁতেই জয়াই মুখতে ধৰি ক'লে," নহয়, আমি ল'ৰাটোৰ কথাহে চাব লাগে। বায়েক দুজনী বিয়া দিলেই। বৃন্দা বোলাজনী ঘৰত থাকিলেও ভাযেক ঠিক থাকিলে ঠিকেই থাকিব। ভনীয়েকজনীয়ে পঢ়িয়েই আছে। বিয়া দিলে গুচি যাব। ভাযেকটোৰ নিজৰ ব্যৱসায় আছে—"

—ৰ'বাহে নবৌ তুমি বৰ ওকালতি নকৰিবা। বিভূতিয়ে খঙতে কোৱাদি ক'লে। মুঠতে মানুহঘৰ ভাল নহয় আৰু ই নৃপেনো ভাল নহয়। এটা কথা চোৱাচোন, সি কৰে কেৰাণী। মটৰ চাইকেলো ল'লে—মাৰুতীও ল'লে। বোলে বেলতলাৰ ফালে ঘৰ সাজিবলৈ মাটিও কিনিলে। তেনেহ'লে সি কিমান বদমাচ হ'ব চোৱা। দেখিলে কিন্তু ধৰিব নোৱাৰা। চেহেৰাও ধুনীয়া, কথা-বতৰাও ধুনীয়া-

তুমি কমাক কৈ দিয়া তাই তাৰ চিন্তা এৰি দিয়ক। বি-এ পাছ কৰক। এম এ পঢ়ক। ধুনীয়া ছোৱালী বহুত ভাল দৰা পাব।

মুঠ কথাত এই কথাবোৰকে লৈ যোৱা তিনিদিন এই শান্ত আনন্দময় পৰিয়ালটোত হুলস্থুল লাগি আছে। সদায় নতুন নতুন অভিযোগ, নতুন নতুন দোষ। জয়া আৰু অপৰাজিত শেষলৈ নিমাত হ'ল বুলিয়েই ক'ব পাৰি। ঘৰৰ আলসুৱা লাইপোৱা কমা। কিন্তু নাছোড়বান্দা। তাইৰ জেদ হ'ল। তাই যদিও পোনে পোনে এই তৰ্ক-বিতৰ্কত অংশ লোৱা নাই তথাপি মাজে মাজে ফমুটিয়াই থাকে দুই-এক মন্তব্য। কিন্তু এই মুহূৰ্তত এই বিষয়টো লৈ তৰ্ক-বিতৰ্ক চলি থাকোঁতে হঠাতে তাই কোঠাৰপৰা ওলাই আহি টান মাতেৰে ক'লে, "মই নৃপেনকে বিয়া কৰাম। নহ'লে মই মৰিম।" জঁয় পৰি গ'ল।

## ।চাৰি।

কমা আঁকোৰগোজ। বিযা কৰাব নৃপেনক। তাকো বিয়াও হ'ব লাগিব দুমাহৰ ভিতৰত। তাৰ দুমাহৰ পিছত হ'বলগীযা ফাইনেল পৰীক্ষা তাই বিয়াৰ পিছত দিব। ঘৰখনে নৃপেনৰ যিমানবোৰ দোষ গালে তাই সিমানবোৰ গুণ বিচাৰি পালে। ঘৰখন নিমাও মাও যেন কেইদিনমানহে হৈছে অকালতে পৰিয়ালৰ এজনৰ মৃত্যু হোৱা। তাইৰ এই আঁকোৰগোজ স্বভাৱৰ বাবে মাকে বাপেকক দোষ দিলে। বাপেকে জীউ জীউ বুলি মাতি মাতি যিহকে আবদাৰ ধৰে তাকে মানি মানি ছোৱালীজনী তেনেই নষ্ট কৰি পেলালে। কাকো ক'তো কোনো কথাতেই তাইক টানকৈ ক'বলৈ নিদিযে। এইকেইদিন মাকে পাৰে মানে বাপেকক বকিছে। মানুহজন মনে মনে আছে।

কমাই যে বিয়াৰ বাবে ইমান খৰখেদা লগাইছে ইতিমধ্যে কিবা অঘটন ঘটিল নেকি? যদিও এই কথাটো কমাক বাদ দি ঘৰখনৰ ছটা মানুহে ভাবিছে তথাচ মুখ খুলি কোনেও কাকো কোৱা নাই। কোনেও নক'লেও প্ৰত্যেকৰে মনতে সন্দেহটোৱে পোখা মেলিলে। নিশ্চয় তাইৰ কিবা অঘটন ঘটিছে লৰালৰি কৃৰিবলগীয়া। বিবেকৰ লগৰবোৰে বহুত দিনৰ আগৰ পৰা কোৱা কথাবোৰ তেনেহ'লে সত্য। "ঐ ভনীয়েৰ দেখোন মাৰুতী, মটৰ চাইকেলত ঘূৰিবলৈ লৈছে।" কলাক্ষেত্ৰত, চিৰিয়াখানাত, নদীৰ ঘাটত, বশিষ্ঠত সিহঁত হালক দেখিছে। বিভূতিৰ লগৰ ল'ৰায়ো দেখিছে।

—তুমি বাৰু কিবা জানা নেকি? মানে তাইৰ কিবা হৈছে নেকি? সৰুকৈ সুধিলে অপৰাজিতে জয়াক। জয়া কিছুপৰ মনে মনে ৰ'ল।

—নাই, তেনেকুৱা একো হোৱা নাই। কিন্তু তোমালোকে জানাই যে তাই কিমান জেদী। জেদত লাগিছে। পিছে এনেকুৱা জেদী ছোৱালীয়ে কৰিব নোৱাৰা কাম একো নাই। চোৱা নাখাওঁ বুলিলত তিনিদিন কোনেও খুৱাব নেৱাৰিলে। পানীকেহে খাই থাকিল। মইহে ফুচুলাই ফুচুলাই তাত গ্লুকজ মিহলাই দিছিলো। আচলতে সিহঁতে ইটোৱে-সিটোক এৰিব নোৱাৰাকৈ ভাল পায়। বৰ ভাল পায। আৰু এটা কথা নহয়। এইকেইদিন নৃপেনৰ বিষয়ে ইমান চৰ্চা হৈছে সি সিমান বেয়া ল'ৰা নহয়। টকানো কোনে নাখায় আজিকালি। বাকীবোৰ ভাল। আৰু তোমালোকে সন্দেহ কৰা ধৰণৰ একো ঘটা নাই বুলি যদিও গিৰিয়েকৰ কাণে কাণে বিছনাত জয়াই ক'লে, ঠিক মুহূৰ্ততেই ৰুমাই কোৱা কিছুমান কথা মনত পৰিল। নৃপেনে বহুতবাৰ ৰুমাক জোৰ কৰিছে। হোটেলৰ কোঠাত সি প্ৰচেষ্টা চলাইছে বহুতবাৰ। ৰুমাই বোলে এতিয়া, এতিয়া নহয়, এইবোৰ বিয়াৰ পিছতহে বুলি বাধা দি আছে। ৰুমাই বৌৱেকক অকপটে এইবোৰ কথাও কৈছে। জয়াই প্ৰতিবাৰেই এই কথাত সাৱধান কৰি আছে তাইক। গতিকে কিবা এনেকুৱা ঘটা হ'লে তাই লুক-ঢাক নকৰি নক'লেও ইঙ্গিত দিলেহেঁতেন। ঘটিবতো নোৱাৰেই। আজিকালিৰ প্ৰেমিক-প্ৰেমিকা ইমান বুৰ্বক নহয় বা সুবিধাবোৰ দুৰ্লভো নহয় একো ঘটাব নোৱাৰাৰ। কৌশল উপায় সকলোৱে জানে। পাণ দোকানতো তাৰ ব্যৱস্থা থাকে।

অপৰাজিতে আৰু একো নক'লে। বহুতপৰৰ মূৰত টোপনি গ'ল। বাথৰুমলৈ উঠোতে অপৰাজিতে দেখিছিল ৰাতি ডেৰবজালৈকে ৰুমাৰ কোঠাৰ লাইট জ্বলি আছিল। তাই শোৱা নাই।

ৰুমাৰ গোড়ামীৰ বাবেই পৰিয়ালৰ সকলোৱেই ভয় খালে। এনে অৱস্থাত ৰুমাৰ নিচিনা ছোৱালীয়ে যিকোনো কৰিব পাৰে। কিন্তু ৰুমালৈ তীব্ৰ দুৰ্বাসা খং উঠি থকাৰ পিছতো পৰিয়ালৰ কোনেও সেই কথা ভাবিব নোৱাৰে। একমাত্ৰ ছোৱালী। ৰুমাৰ অজ্ঞাতেই সকলোৱে এটা কথাত একমত হ'ল। তাত ৰুমাৰ প্ৰতিনিধিত্ব কৰিছিল জয়াই। ৰুমা যদিও আলসুৱা, যদিও জেদী, যদিও সুন্দৰী তথাচ তাই আজিকালিৰ অন্য দহজনী ছোৱালীৰ দৰে চতৰ-বতৰ নহয়। তাই ছিৰিয়াচ ছোৱালী। তাইৰ ৰুচি বুদ্ধি ভাল। অন্ততঃ বজৰুৱা নহয়। তাইৰ নিচিনা ধুনীয়া ছোৱালী এজনীয়ে বহুতো ডেকাক নচুৱাই থাকিব পাৰিলেহেঁতেন। কলেজত

দুবাৰকৈ বেষ্ট এক্ট্ৰেছ হোৱাৰ পিছতো কেতিয়াও টি ভি ছিৰিয়েলৰ আমন্ত্ৰণ কৰোঁতেও তাই নগ'ল। ক্কায়েকহঁতেও তাইক পঠাব নোৱাৰিলে। তেনে ক্ষেত্ৰত তাই নিশ্চয় ভালেই নিৰ্বাচন কৰিছে। বাহিৰত দেখা আৰু ভিতৰৰ মানুহ দুটাও হ'ব পাৰে। বাহিৰৰ হাই-ফাই হৈ থকা নৃপেনটো হয়তো ভিতৰত বেলেগ। ভিতৰৰ নৃপেনক হয়তো কমাই চিনি পাইছে। তাইৰ লগত চাগৈ সম্পূৰ্ণ মিলা পাইছে। আৰু যদি কেনেবাকৈ এইখন বিয়া নহয় বা হ'বলৈ দিয়া নহয় কমাই হয়তো ঘটনা কৰি দিব পাৰে। সেয়া হ'ব পৰিয়ালটোৰ বাবে অসহ্য আৰু কষ্টকৰ।

কিন্তু তাই পৰীক্ষাটো নিদিয়াকৈ কিয় বিয়া হ'বলৈ ইমান জোৰ-জবৰদস্তি কৰিছে, ইমান নাছোড়বান্দা হৈছে সেইটো কথাহে কোনেও বুজা নাই। অন্য কোনে বুজিব কমাই নিজেই বুজা নাই।

কিন্তু অৱসৰপ্ৰাপ্ত শিক্ষক যাদৱ ডেকাক এই কেইদিন এটা কথাই তেওঁৰ মন মগজু বিবেকত কাঠৰোকা চৰায়ে ঠোঁটেৰে খুটি খুটি কাঠৰোকাৰ দৰে খুটিয়াই আছে। আজিকালি বাতৰি কাকত মেলিবই নোৱাৰি। প্ৰতিদিনেই যৌতুকৰ বাবে বোৱাৰী নিৰ্যাতন, বোৱাৰী হত্যাৰ খবৰ থাকেই। নৃপেনৰ নিজৰ ঘৰতে তেনে নিৰ্যাতনত থাকিব নোৱাৰি মাকৰ ঘৰত আশ্ৰয় লোৱা এজনী আছে। বায়েক বৃন্দা। ভৱিষ্যতে যদি কমাৰো তেনে কিবা অঘটন হয়। যদি হয়! কাকতবোৰ পঢ়ি থাকোঁতে মানুহজনে এইকেইদিন গিলাছে গিলাছে পানী খায়। ঘৈণীয়েকে প্ৰস্তাবটো পৰীক্ষা কৰাবলৈ কৈ আছে। কিন্তু তেওঁ গুৰুত্ব দিয়া নাই। পিয়াহত তেওঁ পানী খোৱা নাই বাতৰিবোৰ পঢ়ি থাকোঁতে হোৱা ভয়ত অষ্ঠ-কণ্ঠ শুকাই যায় বাবেহে ডিঙিটো তিয়াই কিছু প্ৰকৃতিস্থ হ'বৰ কাৰণেহে পানী খাইছে। আজিকালি তেওঁ কাকত পঢ়োঁতে ওচৰতে বটল এটা থৈ দিয়ে। মাজে মাজে সাফৰ খুলি বটলৰপৰা পোনে পোনে ডিঙিত পানী বাকী দিয়ে।

অসমত আগতে অসমীয়া পৰিয়ালৰ মাজত যৌতুকৰ কথা নাছিল। খুব বেছি কিবা কথাত খং উঠিলে বা বোৱাৰীজনীয়ে শাহু-শহুৰক অৱজ্ঞা কৰি মুখে মুখে উত্তৰ দিলে বাপেৰৰ ঘৰৰ পৰা যৌতুকত কি আনিছিল ইমান বাহাদুৰী দেখুৱাবলৈ বুলি মুখ বন্ধ কৰে। তাতোতকৈ বেছি একো নহয়। বোৱাৰীও নিতাল মাৰে তেনে কথা শুনিলে। কিন্তু আজিকালি অসমত যৌতুকৰ বাবে বহুত বোৱাৰী আনকি মাৰিয়েই পেলাইছে। দৈহিক আৰু মানসিক যান্ত্ৰণা আছেই। সেইবোৰ বৰকৈ খবৰেই হোৱা নাই। যাদৱ ডেকাক আজি কেইবছৰমান এই

কথাটোৱে অসহায় কৰিয়ে ৰাখিছে। মাজে মাজে তেওঁ তেওঁৰে সোণ চেকুৰা জীউক বিয়া নিদিয়াৰ কথাও নভবা নহয়। কিন্তু সেইটো অমানৱীয় আৰু অসম্ভৱ বুলি ভাবি দৰাটো, দৰাটোৰ পৰিয়াল সকলো নিজৰ পৰিয়ালৰ লগত মিলিলেহে বিয়াৰ কথা পাতিব পাৰি বুলি সিদ্ধান্ত লৈ থৈছিল। কিন্তু সৰু বুলি ভাবি থাকোঁতেই যে লাউ পাতৰ তলতেই চিকুটি নখ বহুবাব নোৱাৰাকৈ ডাঙৰ হৈ গ'ল ভবাই নাছিল। সদায় সেই তাহানি স্কুললৈ ওলাওঁতে বেকা-বেকি আখৰ কেইটাৰে আহোঁতে তাইলৈ কি কি আনিব লাগিব তাৰ ফৰ্মাইচ দিয়া টুক টুককৈ দৌৰি ঢাপৰি ফুৰা কমাজনী হৈয়েই আছে বুলি ভাবিছিল। বাপেকেই কাপোৰ কানি খুলি দি গা ধুৱলৈ পঠোৱাৰ পিছত গা ধোৱা ঘৰৰ পৰা নাঙঠ হৈ ওলাই আহি, "মই কাপোৰ সলাইছো, এতিয়া ইয়ালৈ কোনো নোসোমাবা বুলি" হুকুম কৰা ছোৱালীজনীয়েই হৈ আছে বুলি ভাবিছিল।

অসমত যৌতুকৰ বাবে বোৱাৰী নিৰ্যাতন কৰা এই সৰ্বনাশীয়া সংস্কৃতিটো যাক বাতৰি কাকতবোৰে অপ-সংস্কৃতি বুলি কৈছে কোনে কেতিয়া আনিলে যাদৱ ডেকাই যোৱা কেইদিনমান বৰ গভীৰভাৱে নভবাকৈ থাকিব পৰা নাই। তেওঁ ভাবি-চিন্তি, নানান উদাহৰণ আৰু যুক্তিৰে অসমত এই বেমাৰৰ বীজাণু সিঁচাৰ মূলতে এটা সম্প্ৰদায়কে জগৰীয়া বুলি ধাৰণা কৰিলে। সেইটো সম্প্ৰদায় হ'ল মাৰোৱাৰী। মাৰোৱাৰী, বাঙালী আৰু দেচুৱালীয়েই অসমলৈ যৌতুকৰ বেমাৰটো আনিলে। ইহঁতবোৰেই এই বেমাৰৰ বীজাণু ছটিয়াই দিলে। জিকাৰ মাৰি উঠিল যাদৱ ডেকা। হাতত ফিকা চাহকাপ লৈ ঘৈণীয়েক মেনকা ৰ'লহি।

—এইকেইদিননো ইমান জলভৰ হৈ কি ভাবিছে? ছোৱালী ডাঙৰ হ'লে এজনীয়েই হওক বা পাঁচজনীয়েই হওক উলিয়াই দিব লাগিবই।

—নহয়, মই সেইটো কথা ভবা নাই।

—কি ভাবিছেনো তেনেহ'লে?

—এই জীউ কলেজলৈ গ'ল নেকি?

—এঘণ্টাৰ ওপৰ হ'ল দেখোন। যাওঁতে আপোনাকে মাত লগাই গৈছে দেখোন। এইকেইদিনতো তাই বাপেক আৰু বৌয়েকৰ বাহিৰে কাকো মাতবোল কৰা নাই।

—দিয়া চাহকাপ।

—এনেয়ে গ্ৰেহাৰ আহে তেনেক্ষেত্ৰত মন মাৰি—

—নহয়হে এইকেইদিন মোক অন্য কথা এটাইহে ডিষ্টাৰ্ব কৰি আছে। চাহ

এঢোক খাই যাদৱ ডেকাই ক'লে। আজিকালি কাগজবোৰত পঢ়িছানে—প্ৰতিদিনেই বোৱাৰী নিৰ্যাতনৰ বাতৰি থাকে। বিশদ বৰ্ণনা থাকে?

—তাৰ বাবে কাগজ পঢ়িব লাগে কিয়? চকুৰ আগতে তেনেকুৱা ঘটনা দেখি আছো। কিমান শ শ ঘটনা ঘটিছে নিতৌ। নৃপেনৰ বাযেকজনীৰো একেই অৱস্থা। মাকৰ ঘৰত থাকিবলগীয়া হৈছে। তেনেবোৰ লোকৰ কথাতনো মন বেয়া কৰি থাকিব লাগেনে?

—নহয়, যদি আমাৰো—

—আমাৰ নহয়। ৰুমাৰ নহয। কাৰণ ৰুমাৰ ঘৰখনে তেনে একুৰা জীয়া জুই ফুৰাই থাকিবলগীয়া হৈছে যেতিয়া কেতিয়াও লোকক নকৰে। আপুনি হ'বলা মনে মনে সেইটো কথাকে পাগুলি আছে। তাৰ বাহিৰেও ল'ৰা-ছোৱালী নিজৰ মতত বিয়া হৈছে। কোনেও কাকো বাছি দিয়া নাই, কোনেও কাকো জোৰ কৰা নাই। আৰু তাইক আমি সৰু ছোৱালী বুলি ভাবি থকা উচিত নহয়।

যাদৱ ডেকাৰ দীপিকা বোলা কাগজত ওলাই থকা খবৰটোৰ সেই দুৰ্ভগীয়া ছোৱালীজনীলৈ মনত পৰিল। কিমান আতোল-তোলকৈ ছোৱালীজনীক বিয়া দিছিল। কিমান আশা কৰিছিল। পিছত ঘৰখনে যাতনা দিলেতো দিলেই, শেষত আজি দুবছৰে মৃতদেহটোও পৰিযালটোৱে বিচাৰি নাপালে। এই ক্ষেত্ৰত পুলিচো নিমাত। ঠিকেই লিখিছে এজনে—আজিকালি ধন যিপিনে আইন সেইপিনে।

গ্ৰেচুইটি প্ৰভিডেণ্ট ফাণ্ডৰ ডেৰ লাখ টকা যাদৱ ডেকাই একমাত্ৰ জীয়েকৰ বাবে ফিক্সড ডিপজিট কৰি ৰাখিছে। দুই লাখমান হ'বগৈ চাগৈ। তাৰে বিয়াও পাতিব লাগিব, লগতো দিব লাগিব। বস্তুকেপদ পূৰাই দিব লাগিব। আজিৰ পৰা বত্ৰিশ বছৰৰ আগতে নিজৰ বিয়াত সৰ্বমুঠ খৰচ পৰিছিল চৈধ্য হেজাৰ। তাকো মানুহে কোৱা-কুই কৰা মতে বিয়াখন ডাঙৰ হৈছিল। জোৰোণৰ আ- অলঙ্কাৰ, কাপোৰ-কানিত খৰচ হৈছিল চব মিলাই আঠ হেজাৰ। আজিকালি সেইবোৰ বস্তুৰ দাম লাখৰ ওপৰ হ'ব। দিনে দিনে টকাৰ মূল্য কমি গৈছে। বোধহয় সেইবাবেই আজিকালি চাকৰিয়ালে ঘোচ খাবলৈ লৈছে।

যাদৱ ডেকা অস্থিৰ হৈ পৰিল মানসিকভাৱে। ৰুমাৰ বিয়াৰ কথা যেন তেওঁ ভাবিবই পৰা নাছিল। ভাগ্য ভাল যে নৃপেনে নিজেই যৌতুকৰ কাৰণে একোকে নালাগে বুলি কৈছে। যৌতুকৰ বাবে যিখিনি দিব সেইবোৰ থ'বলৈ বোলে ঘৰত ঠায়েই নাই। বস্তুৰে ঘৰ ঠাহ খাই আছে। বস্তু দেখিলেই কিনা স্বভাৱটোৰ বাবে কিছুমান বস্তু বাকচতে বা পলিথিনৰ পেকেটতে সোমাই আছে।

আজিকালি এনেকুৱা ল'ৰা পোৱাও টান। বাঙালীৰ হোৱা হ'লে মটৰ চাইকেল, ফ্ৰীজ, ৰঙীন টি ভি, পাঁচতোলা সোণ, সোণৰ চেইন কত কি যে নিবিচাৰিলেহেঁতেন। ৰূপেক-মাকৰ ধোঁৱা ওলাই গ'লহেঁতেন। সেইবোৰ কাৰণতেই বহুত বাঙালী ছোৱালী ঘৰতে বুঢ়ী হৈ আছে। দৰা ওলায় কিন্তু যৌতুক নাই। বাতৰি কাকতবোৰে অনবৰতে যৌতুকৰ নিৰ্যাতনৰ কথা প্ৰকাশ কৰি থাকিব নালাগে। যৌতুক নল'বৰ বাবে জনমত গঠনৰ বাবেহে ভূমিকা ল'ব লাগে। কিন্তু কাকতবোৰে সেয়া নকৰে। যৌতুকৰ বলি আৰু ধৰ্ষণৰ বলিৰ বিস্তাৰিত খবৰ ছপায়। তাৰ দ্বাৰা কাকত বিক্ৰী হয়। কাকতৰ মালিকৰ বেছিভাগেই বেপাৰী।

নাভাবো বুলিলেও ডেকাৰ মূৰত যৌতুকৰ কথাটোৱে যেন এইকেইদিন দ্ৰুত তালত তবলাহে বজাই আছে। গানৰ মাজত তবলাৰ শব্দ স্পষ্ট হৈ থকাৰ দৰে অন্য কথাৰ মাজতো যৌতুকৰ চিন্তা সজীৱ।

যাদব ডেকাই কেতিয়াবা এই যৌতুক লৈ তেওঁৰ মানসিক ৰোগ হৈছে বুলিও ভাবিবলৈ বাধ্য হয়। মানসিক ৰোগৰ আচল চিকিৎসক বোলে ৰোগী নিজেই। ৰোগীয়ে যেতিয়া গম পায় যে তেওঁৰ মনৰ ৰোগ হৈছে তেতিয়াৰে পৰাই বোলে নিজেই নিজক চিকিৎসা কৰিব পাৰে। অৰ্থাৎ ৰোগৰ ধাৰণাটো আঁতৰাই দিব পাৰিলেই সকলো ঠিক হৈ যায়। ঠিক এই ব্যৱস্থাটোকে লওঁতেই হঠাতে হকাৰে কাগজ দুখন দলিয়াই দিলে। বাৰাণ্ডাৰ পৰা উঠি তেওঁ কাগজ দুখন আগ্ৰহেৰে আনিলেগৈ। এখন দৈনিক আৰু এখন সাপ্তাহিক। সাপ্তাহিক কাকতখনৰ ওপৰত চকু ফুৰাই বৰ বৰ হৰফেৰে দিয়া বাতৰিৰ ওপৰত যাদৱ ডেকাৰ চকু থৰ হৈ গ'ল। তেওঁৰ হাত কঁপিবলৈ ধৰিলে। চকুৰে ধোঁৱা-কোৱা দেখিলে। চশমাযোৰ চকুৰ পৰা এৰুৱাই পিন্ধি থকা গেঞ্জীটোৰ পাতলিৰে গ্লাছ দুখন মোহাৰি দিলে। পুনৰ চকুত লগাই দিয়াৰ লগে লগে আকৌ গ্লাছ দুখন ব্যাকুল হৈ পৰিল। ধোঁৱাময় হৈ পৰিল। ডেকাই আকৌ চশমাযোৰ চকুৰ পৰা এৰুৱাই মোহাৰি হাতত লৈ দূৰলৈ কিছুপৰ চাই থাকি নিজক প্ৰকৃতিস্থ কৰিবলৈ চেষ্টা কৰিলে। এনেকুৱা বাতৰিটো সবিস্তাৰে তেওঁ বহুত বছৰ ধৰি পঢ়ি আছে। অকল আজিয়েই প্ৰথম পঢ়া নাই। তেনেহ'লে? তেনেহ'লে তেওঁৰ কিয় এনে হৈছে? ইতিমধ্যে তেওঁ দুৰ্ঘোৰ মানসিক ৰোগী হৈ পৰিল নেকি?

হাতত কাকতখন লৈ লৰালৰিকৈ তেওঁ বহাৰপৰা উঠিল। ডাইনিং টেবুলত থকা তামৰ ঝাৰটোৰ পৰা পানী এগিলাছ লৈ কোটকোটকৈ পিবলৈ ধৰিলে। তেওঁৰ এই মানসিক অস্থিৰতা কাৰো চকুত পৰা নাই। খুব সাৱধানে মনটো দৃঢ়

কৰি তেওঁ চকুৰপৰা চশমাযোৰ নমাই মোহাৰি লৈ পুনৰ চকুত লগাই লৈ কাকতখনৰ ওপৰত চকু দিলে। বাতৰি কাকতৰ এই শিৰোনামাটোত তেওঁ ইমান সন্ত্ৰস্ত আৰু বিহ্বল হৈ পৰিছে যে সংবাদটো যদি তেওঁৰ ফাঁচীৰ হুকুমৰো সংবাদ হ'লহেঁতেন তেতিয়াও হয়তো ইমান ধৈৰ্যহীন হৈ নপৰিলেহেঁতেন। তেওঁ স্থিৰ নেত্ৰে শিৰোনামাটোলৈ চালে ঃ "যৌতুকৰ বাবে এইবাৰ প্ৰাণ হেৰুৱালে বিহু কুঁৱৰী হিযাই।"

হেড্‌লাইনটো পঢ়াৰ বাহিৰে আৰু এটা বাক্যও তেওঁ পঢ়িব পৰা নাই। তেওঁৰ দুচকু এই হেডলাইনটোতে থৰ হৈ আছে। তেওঁৰ এনে এটা অৱস্থা হৈছে যেন কোঠাটোৰ ভিতৰত ফেটী সাপ এটাই ফণা মেলি থকাৰ কথা তেওঁক কোৱা হৈছে আৰু সেয়েহে দুৱাৰৰ হেণ্ডেলত ধৰি তেওঁ দুৱাৰখন নেমেলাকৈ ৰৈ আছে ভয়ত।

এয়া কোনোবা হিয়াৰ খবৰহে, তেওঁলোকৰ ৰুমাৰ খবৰ নহয় নহয়। কিয় মানুহটোৱে ভয় খাইছে? কিয় মানুহটোৱে বাতৰিটো পঢ়িব পৰা নাই? বাতৰিটো নপঢ়াকৈয়ে তেওঁ ২২ পৃষ্ঠাটো চাওক বুলি লিখাৰ কাৰণে কাকতখনৰ ২২ পৃষ্ঠাটো লুটিযাই চালে। পূৰা এক পৃষ্ঠা খবৰটোৱে দখল কৰি আছে। তেওঁৰ চকুৰ আগত সাপ্তাহিকখনৰ ২২ পৃষ্ঠাটো আছে। যাদৱ ডেকাই এটা বাক্যও পঢ়িব পৰা নাই। কিন্তু তেওঁ একো নপঢ়াকৈয়েই বাতৰিটোৰ ভাগ ভাগ কৰি দিয়া শিৰোনামাবোৰ পঢ়ি গ'ল। তেওঁ এফালৰপৰা চাই গ'ল।

কংগ্ৰেছ আই নেতাৰ ঘৰতে অমানুষিক কাণ্ড ঃ যৌতুকৰ বাবে এইবাৰ প্ৰাণ হেৰুৱালে বিহু কুঁৱৰী হিযাই। ২০ জুনৰ দিনা কি হৈছিল। কেনে মানুহ দেৱ বৰ্মন? পিতৃ পৰিয়ালৰ ভাষ্য। ওচৰ চুবুৰীয়া ৰাইজে কি কয়? জীয়ৰী হিচাপে হিযা আৰু বোৱাৰী হিচাপে হিযা। চুমিৰ ভৱিষ্যৎ কাৰ হাতত।

এই ছাবটাইটেলকেইটা পঢ়ি যাদৱ ডেকাই আৰু অন্য একোকে পঢ়িব নোৱাৰিলে। কি হৈছে তেওঁৰ? ইমান ভয খাইছে কিয? তেওঁ ভিতৰলৈ মাতিবলৈ ধৰিলে, "জীউ, জীউ।"

—তাই দেখোন কেতিয়াবাই কলেজলৈ গ'ল আপোনাক মাত লগাই। কি হ'লনো? কেইদিনমান এই মানুহজনৰ কিনো হৈছে জানো বুলি হাতত চৌচ গুচাবলৈ লোৱা জিকাটোৱে কটাৰীখনে লৈ মেনকা অৰ্থাৎ তেওঁৰ পত্নী ওলাই বাৰাণ্ডা পালেহি। যাদৱ ডেকাই হাতত থকা সাপ্তাহিক কাকতখন লুকাবলৈ চেষ্টা কৰি ঘৈণীয়েকৰ মুখলৈ চালে।

—ইমান ৰঙা-ছিঙা পৰিছে কিয়? কি হৈছে?

—নাই একো হোৱা নাই।

—কমাক কিয় মাতিছিল সামাজিক দেখা মানুহৰ দৰে?

—নাই এনেয়েই। চাওঁ এইফালে আহাচোন।

—কেলেই? মই জিকাকেইটা কুটিবলৈ লৈছিলো বুলি মানুহজনী তেওঁৰ মুখৰ আগৰ বেতৰ চকীখনত বহিল। যাদব ডেকাই কিছুপৰ একোকে ক'ব নোৱাৰি মানুহজনীৰ চকুলৈ চাই থাকিল।

—কি হ'লনো? পুতলাৰ দৰে চাই আছে?

—নৃপেনে কোনো যৌতুক নালাগে বুলি কৈছে নহয়।

—ওঁ কৈছে। কি হ'লনো?

—কিন্তু আমি তাৰ মাক-বাপেকহঁতক সুধিব লাগিছিল নহয়?

—সোধা দেখোন হ'ল। নৃপেনৰ কথাৰ মূৰতে দেখোন অপৰাজিত আৰু জয়াই সুধিলেই—ঐ জয়া, জয়া বুলি শাহুৱেকে চিঞৰিলে।

—কি মা? বাথৰুমৰ পৰা চিঞৰিলে জয়াই।

—চাওঁ এইপিনে আহাচোন অকণমান। কোৱাৰ লগে লগেই তিতা হাত দুটা শাৰীৰ আঁচলেৰে মোহাৰি মোহাৰি জয়া ওলাই বাৰাণ্ডা পালেহি।

—এই শহুৰেৰ মূৰত অনবৰতে ছোৱালীৰ যৌতুকৰ চিন্তাই খাইছে। সেইদিনা কি ক'লে নালাগে, লাগে বুলি ক'লে দিব শক্তি অনুযায়ী। জয়াই ক'লে।

—তথাপিতো আমাৰ ফালৰ পৰা কিবা দিব লাগিব। শহুৰেকে ক'লে।

—দিব লাগিব, দিম। সকলো পূৰাই দিম দিবলগীয়াকেইটা বুলি জয়া বাথৰুমলৈ দৌৰ মাৰিলে, টেপটো খুলি থৈ আহিছিল।

—এইবোৰ চিন্তা মূৰত সুমাবলৈ কিহে পালে আপোনাক বুলি কোৱাৰ লগে লগে যাদব ডেকাই হাতৰ সাপ্তাহিকখন ঘৈণীয়েকৰ হাতত দি বাতৰিটোলৈ আঙুলিয়াই দিলে। কাকতখন হাতত লৈয়েই মানুহজনীয়ে ফটোখন দেখি চিঞৰি উঠিল। উস্ ৰাম, ইমান মৰমলগা ছোৱালীজনী কেনেকৈ মাৰিলে অ'।।

কমা ওলাই যোৱাৰ পিছত এইকেইদিন ঘৰখন তেনেই মৰাঘৰীয়া হোৱাদি হৈ আছে। কাৰোৰে মুখত মাত-বোল নাই। তাই যে ঘৰখনৰ কিমান মৰমৰ আছিল, কিমান আলসুৱা আছিল, কিমান হেঁপাহৰ, আদৰৰ আছিল তাই নথকাতহে তাৰ সঠিক প্ৰমাণ ওলাল। নবৌৱেক জয়াৰ আছিল তাই বান্ধৱীৰ দৰে। ইজনীয়ে সিজনীক কোনো কথা আঁৰ নকৰাকৈ কয়। আৰু এটা কথাত কমাৰ প্ৰতি ঘৰৰ সকলোৰে বেয়া লাগিছিল। কোনেও মুখ খুলি কোৱা নাছিল যদিও বিয়াৰ বাবে কমাৰ খৰখেদা দেখি, নাছোড়বান্দা স্বভাবটো দেখি মনে মনে কিবা ঘটনা ঘটিছে বুলি ধাৰণা কৰিছিল। নৃপেনে যে তাইক বিয়াৰ বাবে জোৰ দিছে এই কথাটো নবৌৱেকৰ বাহিৰে কমাই বাকী কাকো ক'ব পৰা নাছিল। কিন্তু বিয়াৰ এসপ্তাহৰ আগেয়ে কমাৰ মাহেকীয়া হোৱাত সকলোৰে তাইৰ প্ৰতি এই কিছুদিন অন্যায় কথা ভবা হৈছিল বুলি দুখ লাগিল। ওলাই যাবৰ সময়ত তাই আটাইকে সাবটি ধৰি কান্দি কান্দি ভৰি চুই চুই ক্ষমা বিচাৰি গৈছে। তেনে মুহূৰ্তত কোনেও ধৈৰ্য্য ধৰি থাকিব পৰা নাছিল। সাধাৰণতে কোনো কথাতেই সৰুৰেপৰা চকুপানী টুকি নোপোৱা বিবেকেও তাইৰ মুৰটো নিজৰ বুকুত সুমুৱাই হুক হুকাই কান্দিবলৈ ধৰিলে।

যৌতুক একোকে নালাগে বুলি কওঁতেও কমাৰ লগত যিমান পাৰে সিমান বয়-বস্তু দিলে। একো বাকী থোৱা নাই। তাইৰ বিয়াৰ কাৰণে বাপেকে সাঁচি ৰখা ডেৰ লাখ টকাৰ উপৰি আৰু সত্তৰ হেজাৰমান টকা ওপৰঞ্চি খৰচ হ'ল। ককায়েক তিনিটাই নিজৰ নিজৰ নামত বহুত উথনাও কৰিলে। মুঠতে কমা শান্তিত থাকক—সকলোৰে সেই একেটাই চিন্তা।

আজি আঠমঙলা খাবলৈ আহিব। ঘৰখনত পুনৰ পৰা নীৰব উলহ-মালহ এটা লাগিছে। কমা ওলাই যোৱাৰ সাতদিনৰ পিছত আজিহে ঘৰখনৰ মানুহবোৰে সলসলীয়াকৈ মন খুলি কথা-বতৰা পাতিছে। ককায়েক-বৌৱেক-বাপেক-মাক সকলো নিজৰ নিজৰ ভাগে ব্যস্ত। যদিও কমাক তাইৰ নতুন ঘৰৰ মানুহে ভাগে ভাগে মান ধৰিবৰ কাৰণে লগত টোপোলা বান্ধি কাপোৰ-কানি দিছিল, সকলোৰৰ কাৰণেও তেনেকৈ বয়স চাই কাপোৰ-কানি, বস্তু-বেহানি দি পঠাইছিল আজিও তিনিটা ককায়েক, মাক-বাপেক আৰু বৌৱেকেও কমা আৰু নতুন জোঁৱাই নৃপেনৰ বাবে ভাগে ভাগে নিজৰ ৰবীয়াকৈ উপহাৰ আনি বান্ধি থৈছে। যাবৰ

সময়ত দি পঠাব। এক বিশেষ আনন্দৰ পৰিবেশে ঘৰখন পুৱাৰে পৰা চেলেকি আছে যেন গৰুজনীয়ে নতুনকৈ জগা পোৱালিটো চেলেকাৰ দৰে। মাত্ৰ তেৰ কিলোমিটাৰ দূৰত্ব দুইখন ঘৰৰ মাজত। কিন্তু গুৱাহাটী মহানগৰত তেৰ কিলোমিটাৰ দূৰত্ব অতিক্ৰম কৰিবলৈয়ো কেতিয়াবা তিনিশ কিলোমিটাৰ অতিক্ৰম কৰাৰ সময় লাগে। যান-জঁট আছে। তাৰ বাহিৰেও ভি ভি আই পিৰ কাৰণে অ'ত ৰাস্তা বন্ধ, ত'ত ৰাস্তাত ন' এণ্ট্ৰি। অ'ত পুলিচ, মিলিটেৰী। যাদৱ ডেকাই বেৰত ওলমি থকা পুৰণা ঘড়ীটোলৈ চাই চাই ঘনে ঘনে বাৰাণ্ডালৈ ওলাইছে, বাটলৈ চাইছে।

—জয়া, সিহঁত কেতিয়া পাবহি বুলি কৈছিল? বাৰাণ্ডাৰ পৰাযেই শহুৰেকে চিঞৰিলে।

—উস ৰাম, আৰু এঘণ্টা আছে। দহটামানতহে পাবহি বুলিছিল। দেউতাৰ যে আৰু জীয়েকৰ প্ৰতি বৰ বেলেগ মোহ দেই।

—বুইছানে নাই নবৌ, নৃপেন ৰুমা থাকোঁ বুলি ক'লে বুঢ়াই আমাক খেদাই গোটেই ঘৰটোকে দি দিব বুলি জোকাওঁতে বাপেকক বুঢ়া বুলি কোৱা বিবেকে ডাডি খুৰাই থকাৰ পৰাযেই চিঞৰি ক'লে। কেইমাহমানৰ আগেয়ে ইনষ্টলমেণ্টত লোৱা মটৰ চাইকেলখন চাফা কৰি থকাৰ পৰাই বিভূতিয়ে মাত দিলে,"পিছে নবৌ, তুমিও যে কাৰোবাৰ জীয়েক দেউতাহঁতে পাহৰি যায। তুমি বাৰু কাইলৈ তোমাৰ মাৰ ঘৰলৈ যাওঁ বুলি কোৱাচোন দেউতাই কি ক'ব চাবা।

—সেইটো ক'বই নালাগে—নানান লেঠা উলিয়াই দেখুৱাব। জয়াই ক'লে।

—এ তুমি নাথাকিলে ঘৰখন উৰুঙা লাগি থাকেহে। কিবা থাকিবলৈ মন নোযোৱা হয় বুলি বুঢ়াই ক'লত বিবেকে চিঞৰি ক'লে।

—দেখিলা? দেখিলা নবৌ—বুঢ়াৰ টেঙৰালী দেখিলানে? বুঢ়া-বুঢ়ীয়ে তোমাক ছেণ্টিমেণ্ট দি দি শোষণ কৰি আছে তুমি গমেই পোৱা নাই। কি কোৱা মা?

—সোধচোন তাইক। আজিৰ দিনত এনেকুৱা শাহু শহুৰ পাবনে? তাইৰ মাক-বাপেকতকৈয়ো আমি তাইক বেছি আদৰ কৰো।

—নবৌ, এইবাৰ বুঢ়ীয়ে দিছে ছেণ্টিমেণ্ট। তুমি এইবোৰ নুশুনিবা। এই সপ্তাহতে তুমি কিছুদিন থকাকৈ ঘৰলৈ যাবলৈ পাৰ্মিছন লোৱা। বিভূতিয়ে নবৌৱেকৰ ওচৰত বৈ কথাবাৰ কৈ ক'লে,"চাহ একাপ দিয়া।

যিমানেই নোজোকাওক মানুহটোক যাদৱ ডেকাই ঘনে ঘনে বেৰৰ ঘড়ীটোলৈ আৰু বাটলৈ চাইছে। ৰুমা নথকাৰ এইকেইদিনৰ বেজেৰুৱা পৰিৱেশটো ৰুমাহঁত

আহিব বুলি ভবাৰ লগে লগেই নোহোৱা হৈ গ'ল পুৱাৰে পৰা। তেওঁ মাজে মাজে টেলিফোনটোৰ ওচৰলৈয়ো নোযোৱা নহয় যদিও বাকীবোৰৰ পৰা বকনি শুনাৰ ভয়ত আঁতৰি আঁতৰি আহিছে। ল'ৰাটো ভাল। হাঁহিমুখীয়া আৰু মৰমলগা। তাইৰ নিৰ্বাচন ভাল। এনেকুৱা ল'ৰাৰ লগত হোৱালীজনীৰ কোনো কষ্ট নহয়। তেওঁলোকে নাজানে বাবেহে—বিযাৰ আগৰ তিনি বছৰ দিন সিহঁতৰ মাজত ঘনিষ্ঠতা আছে। গতিকে বুজাবুজিও হৈছে। ইটোৱে-সিটোক বুজিবলৈ জানিবলৈ সময় পাইছে। কিন্তু ঘৰতে থকা জেশাহুৰেক বৃন্দাক মানুহজনৰ বৰ পছন্দ হোৱা নাই। সেইটো চিন্তাই মাজে মাজে আমনি দিলেও লোকৰ আশ্ৰিতা উলিয়াই দিযা জীয়াৰী এজনীযে বৰ বেছি প্ৰভাৱ খটুৱাব নোৱাৰে বুলি যাদৱ ডেকা আশ্বস্ত হৈ আছে। দহ বাজিবৰ হোৱা নাইনে?

যেন এঘাৰ বজাৰ লগে লগেই যাদৱ ডেকাৰ ঘৰখনত উলাহৰ ঢলহে নামি আহিল। বাপেকে নিজে গৈ গাড়ীৰ দুৱাৰ খুলি দিলে। নৃপেনে লগত লৈ আহিছিল কলেজত পঢ়া ভাগিনীয়েক এজনী। গাড়ীৰপৰা নমা প্ৰাণী তিনিটাক মূৰতেই ল'বনে কোলাতেই ল'ব তেনে এটা পৰিৱেশ হ'ল। দেওবাৰ কাৰণে আটাইকেইটা ল'ৰা ঘৰতেই আছিল। নৃপেনে লৈ আহিছিল কেবাটাও টোপোলা। শাহু-শহুৰ-জেঠেৰীযেকইঁতলৈ ৷হাৰ। ভাগে ভাগে দিলে। জয়াক এযোৰ পাটৰ সাজ দিলে শাহুৰেকক দিয ৰ দৰে। মিঠাইৰ টোপোলাও আনিছিল। ভাগিনীয়েকজনী অহাৰ বাবে অপৰাহ্ণে তে চাহ-তাহ খাই বজাৰলৈ গ'ল তাইলৈযো চেলোৱাৰ-কুৰ্তাৰ কাপোৰ আনিবলৈ।

কিন্তু ৰুমাৰ মুখ-চকুত চাল-চলনত যি উলাহ দেখিব লাগিছিল, যি সন্তুষ্টি আৰু তৃপ্তিৰ অভিব্যক্তি দেখিব লাগিছিল, যি হাঁহিত ফাটি পৰা ৰোমাঞ্চ দেখিব লাগিছিল—যেন সেইবোৰ একোৱেই নাই। যেন তাই বৰ ক্লিষ্টা আৰু ক্লান্তা, অসুখী বেমাৰী। কিবা এটাই যেন তাইক তলে তলে পীড়া দি আছে যিটো লোকক ক'বলৈ অসুবিধা। ৰুমাই যান্ত্ৰিকভাৱে সকলোৰে লগত কথা-বতৰা পাতিছে। কোনো কথাতে বোনো উছাহ নাই। কেতিযাবা হযতো জোৰকৈ হাঁহিছে যদিও পিছ মুহূৰ্ততে চিয়াহী এটোপাল পৰা গাখীৰ গিলাছৰ দৰে কিবা ভয় এটাই যেন হাঁহিটো মোলান কৰি দিছে। তাৰ বিপৰীতে নৃপেনে প্ৰতিটো কথাতে ৰগৰ তুলিছে। সি প্ৰাণ চঞ্চল হাঁহি মাৰিছে। তাৰ কথা-বতৰা কাম-কাজত উদ্দাম পৰিস্ফুট হৈছে। আনকি শাহু-শহুৰৰ আগতেই সি ঘৈণীয়েকক জোকাইছে—ভাগিনীয়েকৰ লগ লাগি।

চাহ্-তাহ খোৱা শেষ হ'ল। শাহুৱেক নিজে পাকঘৰত সোমাইছে। ৰন্ধা বঢ়াৰ আধা-আধি কমাইঁত অহাৰ আগেয়েই শেষ হ'ল। অলপহে বাকী আছে। মাধুৱে পাকঘৰত সহায় কৰি দিছে। তাই কমাই দি থৈ যোৱা চেলোৱাৰ-কুৰ্তা এযোৰকে পিন্ধি আছে। বোধহয় কাপোৰযোৰ চিনি পোৱা বাবেই নৃপেনে তাইলৈ মাজে মাজে চাই আছে। জয়াই কমাক তাইৰ নিজৰ কোঠালৈ মাতি নিলে। বিছনাখনত কমা বহাৰ পিছতেই মৃদুতৃষ্ণাও সোমাই গ'ল। ভাগিনীয়েকজনী সোমাই যোৱাৰ পিছত জয়াই কমাৰ লগত কথা পাতিব নোৱাৰা হ'ল। তাই নুঠেহে নুঠে। জয়াই তাইক বুধি কৰি ড্ৰয়িং ৰুমলৈ মাতি ছটামান ফটোৰ এলবাম তাইৰ সন্মুখত দি ক'লে,"তুমি চাগৈ বৰ ব'ৰ হৈছা। চোৱা বহি বহি নিৰলে এলবামবোৰকে। ইয়াত কমা মামীৰ ছমাহৰ পৰা ফটো দেখিবা।" জযাই মৃদুতৃষ্ণাক বহুৱাই নিজৰ কোঠা পাই কমাৰ ওচৰত বহিছিলহে ঠিক তেনেতে হাতত মেলা এলবাম এটা লৈ মৃদুতৃষ্ণাই 'মামী, মামী' বুলি চিঞৰি কমাৰ ওচৰত বিছনাতে বহি এইখন কাৰ ফটো, এইজনী কোন জাতীয় প্ৰশ্ন কৰিবলৈ ধৰিলে। অলপ পিছতে হুৰমুৰকৈ সোমাই গ'ল নৃপেন। নৃপেনো কাষতে বহি এলবাম চাবলৈ লাগিল। জয়া বিৰক্ত হ'ল। ছোৱালীজনীৰ লগত অলপ নিৰলে অন্তৰঙ্গভাৱে কথা দুটাও পাতিব পৰা নাই। ইপিনে বাহিৰত বাপেকে উচ্পিচাই আছে। তেওঁ ছোৱালীজনীক নিচেই ওচৰতে লৈ গালে-মুখে হাত ফুৰাই মৰম কৰি দু-আষাৰ কথা পাতিব খুজিছে। যিজনী ছোৱালী বিযাৰ আগদিনালৈকে বাপেকৰ লগত পাঁচ মিনিট হ'লেও শোৱে, বাপেকে মূৰত হাত ফুৰাই দিয়ে তাইক যোৱা আঠদিন দেখা নাই। অধৈৰ্য হৈ বাৰাণ্ডাত কাগজ পঢ়ি থকাৰে পৰাই বাপেকে চিঞৰিলে,'জীউ জিউ।" মৃদুৱে ক'লে,"কাক জীউ বুলি মাতিছে।"

—অ' দেউতা গৈছো ৰ'বা বুলি মৃদুৰ কথাৰ উত্তৰ নিদি কমা বহাৰ পৰা উঠি বাপেকৰ ওচৰ পালেগৈ। বাপেকে বহক বুলি তাইৰ মূৰত হাতটো দিওঁতেই চকু ঢুলঢুলীযা হৈ পৰিল বাপেক জীয়েকৰ। ঠিক তেনেতে, "ককা, আপুনি মামীক জীউ বুলি মাতে নেকি" বুলি মৃদুতৃষ্ণাও উঠি বাৰাণ্ডা পালেগৈ। মই তাইক সোণ চেকুৰাও বোলো। বুঢ়াই ক'লে।

—তেনেহ'লে সোণ চেকুৰাৰ পৰা সোণ একৰাই আমি বেচিবও পাৰো, গহনাও বনাব পাৰো—নে কি ক মৃদু বুলি নৃপেনো উঠি বাৰান্দা পালেগৈ। এই প্ৰথমবাৰৰ বাবে যেন যাদব ডেকা বিৰক্ত হ'ল।

—অ' তিনিটা ল'ৰাৰ পিছত ছোৱালীজনী, তাতে আমাৰ তিনিটা ককাই-

ভাইৰ মাজত মানে পৰিয়ালটোৰ মাজত এজনীয়েই ছোৱালী। তাইক মই সৰুৰেপৰা জীউ বুলি, কেতিযাবা সোণ চেকুৰা বুলি মাতো। গাঁৱত থকা ভাই-ককাইৰ পৰিযাল দুটাতো ছোৱালী নাই। মোৰ নিজাকৈ আকৌ বাই-ভনী চাৰিজনী আছিল। তাৰে বাই এজনী গ'ল। বাই এজনীযে ভনী দুজনীয়ে আছে। সিহঁতৰ ছোৱালী আছে। নাই আমাৰ ককাই-ভাই দুটাৰহে। ছোৱালী অকল এইহে। গহীন সুৰত ক'লে মানুহজনে।

—সেই কাৰণেই ইমান আলসুৱা। একো কথা ক'বই নোৱাৰি, ৰং তামাচাও কৰিব নোৱাৰি চিধাই বেযা পায বুলি নৃপেনে ৰুমালৈ চাই খোচা এটা মাৰিলে। মোমায়েকৰ পক্ষ ল'লে মৃদুতৃষ্ণাযো। তাই কেইটামান ঠাইতে উদাহৰণো দিলে।

—দেউতা, গজেন খুৰাৰ ল'ৰাই মেডিকেলত ছীট পালে নহয। মই পৰহিৰ কাগজত তাৰ নামটো পালো। ৰুমাই নৃপেন আৰু মৃদুৰ কথালৈ কাণ নিদি বাপেকক সুধিলে।

—পালে পালে। পৰহি ফোন কৰিছিল। বৰ ভাল পালো।

—কোনে মেডিকেলত ছীট পালে? নৃপেনে ব্যগ্র হৈ সুধিলে।

—এ মোৰ ভাই তাৰ মানে তোমাৰ দাদা শহুৰেৰ সৰুটো ল'ৰা। বিযাত পাইছিলা সিহঁতক। চোকা ল'ৰা। শহুৰেকে ক'লে।

—হয় নেকি বৰ ভাল খবৰ। ক'ত থাকে?

—গাঁৱৰ পুৰণা ঘৰতে থাকে। খেতি-বাতি কৰে। চাকৰি-বাকৰি নকৰে।

—এ মই গমেই নাপাওঁ। তুমি মোক কোৱা নাই বুলি নৃপেনে ৰুমাক প্রশ্ন কৰিলে।

—তোমাৰ সেইবোৰ শুনিবলৈ সময ক'ত? ৰুমাই ক'লে। কথাষাৰত যেন নৃপেন থত্‌মত্‌ খালে। পৰিৱেশটো সলাবৰ কাৰণেই বিজ্ঞৰ দৰে বা সচেতন অভিজ্ঞ ব্যক্তিৰ দৰে নৃপেনে ক'লে,

—বহুত টকা ভৰিবলগীয়া হ'ল চাগে। আজিকালি দুই-তিনি লাখ নিদিলে মেডিকেলৰ ছীট পোৱা নাযায়। নৃপেনৰ মতামতত যেন যাদৱ ডেকা ক্ষুণ্ণ হ'ল। ৰুমাই নৃপেনলৈ চাই বাপেকৰ মুখলৈ চালে। ৰুমায়েই ক'লে,

—আজিকালি মেডিকেলৰ ছীটৰ বাবে পইচা ভৰিব নালাগে।

—এ তুমি কি কৈছা—টকা লাগিবই। যিমান চোকা ল'ৰা-ছোৱালী হওক টকা লাগিবই। টকা নহ'লে কাম নাই। মন্ত্রীকো দিব লাগে। গতিকে নিচেই কমেও তিনি লাখ লাগিবই। বিজ্ঞৰ দৰে কোৱা কথা শুনি প্রথমবাৰৰ বাবে

শহুৰেকৰ ভিতৰি ভিতৰি নৃপেনলৈ খং উঠিল। কাৰণ তেওঁ জানে যে মধুকৰে নিজৰ মেৰিটত ছীট পাইছে। তিনি লাখ নালাগে বাপেকটোৱে অৰ্থাৎ গজেনে তিনি হেজাৰ টকাকে উলিয়াই দিব নোৱাৰে।

—নাই নাই আজিকালি অন্ততঃ যোৱা চাৰি বছৰ মেডিকেলৰ ছীটৰ বাবে কোনেও পইচা ভৰিব লগা হোৱা নাই বুইছা। মধুকৰে মেট্ৰিকত শতকৰা একাশী নম্বৰ লৈ পাছ কৰিছে আৰু হায়াৰ ছেকেণ্ডেৰীত পাইছে শতকৰা সাতসত্তৰ। সি মেডিকেলৰ এড্‌মিছন টেষ্ট পৰীক্ষাতো বত্ৰিশ নম্বৰ স্থানত আছে।

—এ যিমানেই যি নহওক মুঠতে দেউতা টকা ভৰিব লাগিবই বুলি নৃপেনে জোৰ দি ক'লে। লগতে উজান দিলে ভাগিনীযেক মৃদুতৃষ্ণাই,"ককা, আজিকালি টকা লগিবই। আমাৰ পেহাৰ ল'ৰাটোও বৰ চোকা। সিতো দুবাৰ পৰীক্ষা দিও নাপালে ছীট। পেহাই কৈছে বোলে পাঁচ লাখ টকা দিলেহে ছীট হ'ব।"

—হেৰা,—তোমালোকে কি কথাষাৰ কৈছাহে বুলি টানকৈ কোৱা কথাষাৰ শেষ কৰিবলৈ নৌ পাওঁতেই জয়া ভিতৰৰ পৰা ওলাই আহি মাত দিলেহি।

—কমা আহা আমি কথা পাতো। শহুৰ জোঁৱাযে মেডিকেলৰ ছীটৰ বাবে তৰ্ক কৰি থাকক, আহা আমি শাক-ভাতৰ কথা পাতো বুলি ক'লত কমা বহাৰ পৰা উঠিলত মৃদুতৃষ্ণাও উঠিল।

—ককা আৰু মামাৰ তৰ্ক আৰু নুশুনো বুলি মৃদুৱে কমাৰ পাছ ল'লে। ঠিক তেনেকুৱাতে বিভূতিযে ক'লেহি, " এটা কথা নহয় নৃপেন। মই আমাৰ মধুকৰৰ কথা কোৱা নাই—এতিযা অন্ততঃ আজিৰ তাৰিখলৈকে কোনেও যোৱা চাৰি বছৰত মেডিকেল ছীটৰ বাবে টকা ভৰিবলগীযা হোৱা নাই। তাৰ আগেযে ভৰিবলগীযা হৈছিল। পাঁচ লাখ, ছয় লাখ দি বহুতে ছীট ল'লে—মিছা নহয, কিন্তু যোৱা চাৰি বছৰে এটকাও ভৰিবলগীযা হোৱা নাই।"

—এ নহয দাদা আপুনি যিমানেই কওক টকা লাগিবই বুলি নৃপেনে কোৱাৰ লগে লগেই তাহানিৰ ছাত্ৰক মৰা ভেকাহিটোৰে অৱসৰপ্ৰাপ্ত শিক্ষক যাদৱ ডেকাই ক'লে, "ৰ'বাচোন ৰ'বা—কেনেকৈ টকা খাব মোক বুজাই দিয়াচোন। পৰীক্ষা ব'ৰ্ডে পাতিলে। মেডিকেল এড্‌মিছন টেষ্টৰ কথা কৈছো। পৰীক্ষাৰ ৰিজাল্ট দিলে আৰু সেই ৰিজাল্টত সৰ্বাধিক নম্বৰ পোৱাটোৰ পৰা সৰ্বনিম্ন নম্বৰ পোৱাটোলৈকে ৰোল নম্বৰৰ বিপৰীতে নম্বৰ দি দিলে। তাৰ ভিতৰত তিনিশ ছীটৰ বাবে চাৰিশ ল'ৰা-ছোৱালীক ইণ্টাৰভিউলৈ মতাৰ তালিকাখনো বাতৰি কাকতত নাম আৰু প্ৰাপ্ত নম্বৰৰ উল্লেখ কৰি প্ৰকাশ কৰিলে। তাৰ পিছত

চাৰিশৰ পৰা তিনিশ বিশটা ল'ৰা-ছোৱালী এড্‌মিছনৰ বাবে বাছনি কৰিলে আৰু সিহঁতৰো নামৰ বিপৰীতে নম্বৰবোৰ দি দি বাতৰি কাকতত বিজ্ঞাপন আকাৰে প্ৰকাশ কৰি দিলে। তেনেকুৱা ব্যৱস্থাৰ মাজত কেনেকৈ কম নম্বৰ পোৱাটোৱে টকা দি ছীট ল'ব মোক বুজাই দিযাচোন?

—আজিকালি তেনেকৈ নাম আৰু নম্বৰ প্ৰকাশ কৰি দিযে নেকি কাগজত?

—দিযেতো? তুমি কাগজ নপঢা নেকি? শহুৰেকে কিছু বিৰক্তিৰে ক'লে।

—পঢো, কিন্তু বিজ্ঞাপনবোৰত চকু নিদিওঁ বুলি নৃপেনে বহাৰ পৰা উঠিল। যাদৱ ডেকাৰ খং উঠিছিল। কিন্তু নতুন জোঁৱাই বুলিহে সিমানতে ক্ষান্ত থাকিল।

ৰুমাহঁতৰ গাডীখন চোতালৰ পৰা বিযলি ওলাই যোৱাৰ পিছত ঘৰখন কিছুপৰ নীৰৱ হৈ ৰ'ল। বাপেক-মাকহালৰ চকু চাৰিটা পানীৰে পূৰ হ'ল। বহুতপৰ বাৰাণ্ডাতে ঘৰখনৰ আটাইকেইটা প্ৰাণী পোতা খুঁটাৰ দৰে থৰ হৈ ৰ'ল। ইতিমধ্যে বোধহয—মাৰুতী গাডীখনে চানমাৰি ফ্লাই অভাৰত উঠিলগৈ যদিও ঘৰখনৰ মানুহকেইটাহে বাৰান্দাতে নিথৰ হৈ আছে। ৰুমাৰ লগত যে মুকলিকৈ কোনেও এষাৰো কথা পতাৰ সুযোগ নাপালে এই কথাটো সকলোৱেই উপলব্ধি কৰিছে যদিও তেতিযালৈকে মুখ খুলি কোৱা নাই। ৰুমাক যেন গাৰ্ড দিবৰ বাবেহে ভাগিনীযেকজনীক লগত লৈ আহিছিল। ছোৱালীজনী দেখাত ধুনীযা যদিও কাৰোৰে ভাল নালাগিল। আনকি সকলো গাভৰু ছোৱালীকে ভাল দেখা বুলি বন্ধু মহলত আৰু নবৌৱেকৰ ওচৰত বদনাম থকা বিবেকৰো ছোৱালীজনী পছন্দ নহ'ল। মৃদুৱে গাৰ্ড দিব নোৱাৰা সময়কণত নৃপেন থাকে পাছে পাছে। কথাটো কি?

ৰুমাৰ মনত আনন্দ নাই কিয? তাইৰ মুখত হাঁহি নাই কিয়? তাই সল্-সলীযাকৈ কথা নাপাতিলে কিয? কথা ক'বলৈ পালে মুখ বন্ধ নোহোৱা ছোৱালীজনীযে উপযাচি এষাৰ কথাও নাপাতিলে কিয়? ইমান নিৰানন্দ কিয়?

সন্ধ্যা সাত বজাত শাহুৱেকে জযাক ক'লে, "জযা, ফোনটো কৰি চোৱাচোন সিহঁত পালেগৈনে নাই?"

—অ' মই ভাবিযেই আছিলো মা বুলি জয়াই ফোনটো দাঙিলত আটাইবোৰ সেইখিনিত ৰ'লহি।

—হেল্ল—, অ' মই জযাই কৈছো, ভালনে আপোনালোকৰ। ৰুমাহঁত পালেগৈ নে? দিয়কচোন ৰুমাক দিয়ক—নহয় মানে—বাৰু হ'ব হ'ব। ঠিক আছে।

বিৰক্তিৰে জয়াই ক'লে, "বৃন্দাই ধৰিলে। ৰুমা বোলে বাথৰুমত আছে। ছয় বজাতেই পালেগৈ।

—পিছত ৰুমাক কৰিবলৈ ক'ব লাগিছিল।

—মা, মানুহজনীৰ যি কাটমৰা কথা—ক'ব কেনেকৈ? বোধহয় সেইবাবেহে ৰুমাৰ মনটো মৰা নেকি? কথাষাৰত ইটোৰে-সিটোৰ চকুলৈ চালে।

| ছয়|

গাৰ ওপৰত তামোলৰ ঢকুৱা পৰাদি হাতখন ৰুমাই আঁতৰাই দি ক'লে, মোৰ মন ভাল লগা নাই, আজি নহয়। কৈ ৰুমাই বাগৰ সলাব খোঁজোতেই নৃপেনে নাইটিটোৰ বুকুত খামোচ মাৰি মাছৰ চকল এটা বেপাৰীৰ ওচৰত দাঙি লোৱাদি ৰুমাক অলপ দাঙি খণ্ডত ক'লে, "তোমাৰ কাহানি মন ভাল লাগিব? অহাৰ দিন ধৰি আজি ছমাহ তোমাৰ মন ভাল লগা নাই বুলি নৃপেনে আৰু অলপ দাঙিব খোঁজোতেই নাইটিটোৰ বুটাম দুটামান ফটৰফটৰ ছিগি গ'ল। উফাল মাৰি ৰুমা নপেনৰ হাতৰ পৰা এৰাই ঘপহকৈ বিছনাখনৰ কাষত বহি ফোঁপাবলৈ ধৰিলে। তাই ক্রুদ্ধ চাৱনিৰে নৃপেনলৈ চালে।"

—সদায় সহ্য কৰি থাকিম বুলি ভাবিছা নেকি? নৃপেনে খঙেৰে ক'লে।

—মযো তোমাৰ সকলোবোৰ কথা সদায় সহ্য কৰি নাথাকো। যোৱা ছমাহে তুমি মোৰ কিবা এটা অনুৰোধ ৰক্ষা কৰিলানে?

—মোৰ নিজৰ ৰুচি বুধিত তুমি কিয় হাত দিবা?

—সন্ধিযাতে মদ এসোপা খাই আহিবা।

—কিয় বিযা কৰাইছিলা? মই তোমাক ভৰিত ধৰি কান্ধত তুলি অনাগৈ নাই নহয়। বাপেৰ-মাৰে বিযা দিব খোজাই নাছিল দেখোন। কিয় বিযা হৈছিলা? নৃপেনে কথাবোৰ যেন বৰ ডাঠ গধুৰ জিভা এখনেৰেহে কৈছে কাৰণ নিচাত তাৰ জিভাখন নুঘূৰা হৈছিল বাবে শব্দবোৰ অস্পষ্ট হৈছিল।

—বিযাৰ আগেযেতো মই এক মুহূর্তৰ বাবেও গম পোৱা নাছিলো যে এই বাহিৰত সুন্দৰ চেহেৰাৰ মানুহটো ভিতৰত কদৰ্য ৰূপৰ।

কি ক'লা ষ্টুপিড। বাপেৰক কবি এনেকুৱাবোৰ কথা বুইছ—মোক নকবি বুলি নৃপেনে ক'বলৈহে পালে ৰুমাই তাৰ মুখৰ আগত ফেট তোলা ফেঁটী সাপটোৰ দৰে ফণা মেলি জোকাৰি ক'লে,—

—খবৰদাৰ, এই নৰককুণ্ডলৈ মোৰ দেউতাক নানিবা। মদাহী, জুৱাৰী— তোমাৰ নিচিনা মানুহৰ মুখত দেউতাৰ নিচিনা মানুহৰ নাম ফুটিবই নাপায বুলি কথাষাৰ শেষ কৰিবলৈ নাপালেই নৃপেন বিছনাত পৰি থকাৰ পৰা ৰুমাৰ তলপেটৰ তলৰ কৰঙন দুটাৰ যোৰাত এনেদৰে প্ৰচণ্ড গোৰ মাৰি দিলে যে কৰ্ফাল খাই টেবুল লাইট আৰু পানীৰ তামৰ ঝাৰটো থকা সৰু টেবুলখনৰ ওপৰত পৰিলগৈ। টেবুলখন বাগৰি পৰিল মজিযাত। নৃপেনে অনৰ্গল ৰুমা আৰু তাইৰ পৰিয়ালক ধৰি চিঞৰি চিঞৰি গালি পাৰিবলৈ ধৰিলে। ৰুমাই হুক হুকাই কান্দিছিল। বাহিৰফালৰপৰা বৃন্দা আৰু মাকে দুৱাৰত ঢকিয়াই দুযোটাৰ নাম ধৰি চিঞৰিবলৈ ধৰিলে। বলোৰাম সাউদ অৰ্থাৎ নৃপেনৰ বাপেকে নিজৰ সৰু কোঠাটোত পাযচাৰি কৰিবলৈ ধৰিলে। সৰু পুতেক নৃপতি তেতিয়াও ঘৰ সোমোৱাহিযেই নাই। তাৰ কোঠাৰ লাইট জ্বলি আছে। সি কেতিযা ঘৰ সোমাযহি কোনেও নাজানে। তাৰ কোঠাত ভাত ঢকা থাকে। খোৱাৰ পিছত কাষৰ কোঠাত থকা চিলিযে লাহেকৈ বাচন বৰ্তন কেইটা লৈ যায।

বৃন্দা আৰু শাহুৱেকে বন্ধ দুৱাৰৰ বাহিৰৰ পৰা ৰুমাকে ককৰ্থনা কৰিবলৈ ধৰিলে। ছোৱালীজনীৰ ডেমাক বেছি। অসভ্য। ডাঙৰক সন্মান কৰিব নাজানে। ঘৰৰ আলসুৱা ছোৱালী ভাল শিক্ষা একোকে নল'লে। জেদী। বোৱাৰী লাযকৰ নহয। উদণ্ড আদি কৰি অনৰ্গল মাক জীযেকে বকিবলৈ ধৰিলে। নিজৰ কোঠাৰ পৰা বলোৰাম সাউদ ওলাই আহি অলপ অধৈৰ্য হৈযেই ক'লে," এই মাজনিশাখন বোৱাৰী হ'ল বুলিযেই তাইক কিয বকিছা?" ক'বলৈহে পালে ঘৈণীয়েকে ভেকাহি মাৰি ক'লে, "লাই দি দি আপুনিযেই তাইক অহাৰ দিন ধৰি মূৰত উঠাই ল'লে। এতিযা বোৱাৰীযেক ননমাই হ'ল মূৰৰ পৰা।" মানুহটো আঁতৰি গ'ল। কলেজত পঢ়া সৰু জীযেক ঈশাভাই মাক বায়েকৰ ওচৰত বৈ সৰুকৈ ক'লে, "তোমালোক যে আৰু মা। ওচৰ চুবুৰীযাই বাৰু কি ভাবিছে এই মাজনিশাখন?"

—যি ভাবে ভাবক। ওচৰ চুবুৰীযা আমাৰ একো কুটুম নহয যে ভাল ভাবিব। ভাবক যে এখেতসকলে বৰ লক্ষ্মী বোৱাৰী এজনী ঘৰ সুমুৱালেহি।

—মনে মনে থাকা। শুই থাকাগৈ। বাইদেউ তই নিজৰ বিছনালৈ যা।

—তয়ো কিন্তু কম হুল দিয়া নাই দেই ঈশাভা। তাই দিনে দিনে উঠি গৈ আছে।

—হৈছে হৈছে, তোমালোকেও যোৱা ছমাহে এই মানুহজনীক কম যন্ত্ৰণা দিয়া নাই। লোকৰ ঘৰৰ ছোৱালী হ'ল বুলিয়েই ইমান মানসিক যন্ত্ৰণা দিব

লাগেনে? এতিয়া দেখিছো লাহে লাহে মানুহজনীক শাৰীৰিক যন্ত্ৰণাও দিবলৈ ধৰিছে।

--তই চুপ থাক। মাকে ঢমক দিলে।

--চুপ মই থাকিম কিন্তু বাকীবোৰক কোনে ঢমক দি চুপ কৰিব। তোমালোকে নাজানা ওচৰ চুবুৰীযাবোৰে কি গুণগুণাইছে, কি ভুনভুনাইছে বুলি ঈশাভা উচাট মাৰি আঁতৰি গ'ল। কি ভাবি জানো মাক আৰু বৃন্দাও বন্ধ দুৱাৰখনৰ ওচৰৰ পৰা ভোৰভোৰাই আঁতৰি গ'ল।

ঘৈণীয়েকক উতল অহা ভাতৰ দৰে বক্‌বক্ কৰি কৰি নৃপেনৰো পৰি থকাতে টোপনি আহিল। ৰুমা ঠেকেচা খাই বহি থকাৰ পৰা লাহেকৈ চকীখনত ভেজা দি উঠিবলৈ চেষ্টা কৰিলে। তাইৰ তলপেটৰ তলৰ ফালে বিষাইছিল। তাইৰ ভয় লাগিল। লেডী ডাক্তৰণীয়ে দুমাহমান গধুৰ বস্তু উঠোৱা নমোৱা কৰা, খটখটি বগোৱা আদি কাম কৰিবলৈ মানা কৰিছিল। প্ৰেগনেন্সী টেষ্টত দুমাহ বুলি ধৰা পৰিছে। এতিযা যদি গোৰটোৰ বাবে কিবা হয? যদি কিবা হয়?

এই চিন্তাটোৱে কিন্তু তাইক বৰ বেছি আঘাত নিদিলে। হ'লে এটা নৃপেন হ'ব বা তাইৰ নিচিনা কষ্ট খাবলৈ এজনী ছোৱালী হ'ব। দুযোটাকে তাই কামনা নকৰে। কিন্তু এটা যে লগ লাগে। সেই কণমানি লগটোকে লৈ বুকুত সুমুৱাই বেদনাৰ উত্তাপ শাম কটাব পৰা যাব। নাযাবনে?

তাই নাক বজাই শুই থকা নৃপেনলৈ চালে। তাইৰ ঘিণ লাগিল। ইমান ধুনীযা মানুহটো ইমান ঘিণ লগা হ'ব পাৰেনে? পুতৌ লাগিল। ওলমি থকা ভৰি দুখন দাঙি বিছনাৰ ওপৰলৈ পেলাই তাই আঁঠুৱা পেলাই যোৱা দেখিলে নিচা এৰাই যোৱা নৃপেনে তাৰ প্ৰতি তাইৰ এতিয়াও মৰম আছে বুলি ভাবি নলওক। তথাচ কোনকোনাই থকা মহবোৰলৈ ভয লাগিল। লাহেকৈ গুডনাইট প্লেটখনত টেবলেটটো সলাই তাই ছুইচটো অন কৰি দিলে।

ৰুমাই ড্ৰেছিং টেবুলখনৰ ওচৰলৈ গৈ চকীখনত বহি কপালত হাত দি বহি ৰ'ল। তাইৰ ধাৰাসাৰে চকুলো ওলাই আছিল। নৃপেনক বিয়া কৰাবলৈ গোটেই ঘৰখনৰ লগত বিৰোধ কৰোতেও, যাকে তাকে টান মাত দিওঁতেও মাক-বাপেক বা ককাযেক তিনিটাযো তাইক উভতি ধৰা নাছিল। নিজৰ ভিতৰতে তৰ্ক বিতৰ্ক লাগি হুলস্থূল লগাইছিল যদিও তাইক ভাগে ভাগে বুজাইছিলহে নতুনকৈ ভাবি চাবৰ কাৰণে। কাৰণ বিবেকদাই নৃপেনৰ বিষযে বৰ বেযাকৈ শুনিছিল আৰু

জানিছিল বুলি ক'লেও তাই আঘাত পাব বুলিযেই মুখ খুলি কিনো শুনিছিল বা কিনো জানিছিল তাইৰ আগত কোৱা নাছিল। মাক-বাপেক আৰু নবৌৱেকক তাৰ কিছুমান কথা কৈছিল যদিও তাইক ক'বলৈ মানা কৰিছিল। ইমান আজলমঠালি, ইমান খং-ৰাগ অসহযোগ বিৰোধ দেখুৱাই অহাৰ পিছতো তাইৰ ভালৰ বাবেই তাই ভাল পাওক বুলিয়েই ঘৰখনে তাইৰ বিয়া মনৰ মনতকৈ পাতি দিলে। তাই জানিছিল ধাৰ লাগিছিল বুলি তথাচ যৌতুকত সকলোবোৰ প্ৰযোজনীয বস্তুবেই দিছিল। কিন্তু ওপৰৰ কভাৰ নৌখোলোতেই বৃন্দাই কৈ দিলে বোলে ফ্ৰীজটো সৰু। পালমৰাতকৈ বস্তু নিদিয়াই ভাল। পুৱা সোমাই আবেলি সেইষাৰ কথা কাণত পৰাৰ লগে লগে ৰুমাৰ মনটো জঁই পৰি গ'ল। কিন্তু এই বৃন্দা বোলা মানুহজনীটো যৌতুকৰ বাবেই গিৰিযেকৰ ঘৰত থাকিব নোৱাৰিলে। তেনেহ'লে মানুহজনীযে অইনতকৈ বেছিহে বুজিব লাগিছিল। তেওঁ প্ৰাযেই তুলনালৈ আহিল। ইযাতকৈ বোলে ভাল ভাল দামী দামী বস্তু নিওঁতেও তেওঁক শহুৰেকৰ ঘৰত অত্যাচাৰ কৰিছিল।

মোৰ ঠাইত এইবোৰ যৌতুকীযা বস্তু লৈ এওঁ যাব লাগিছিল আমাৰ ঘৰলৈ। দুদিনৰ ভিতৰতে মৰিযাই মাৰিলেহেঁতেন।" বৃন্দাৰ মুখত কথাষাৰ শুনি ৰুমা জিকাৰ মাৰি উঠিছিল।

কেঁচুত শগুণ পৰা ইযাকেহে কয। ইমান ধুনীযা ল'ৰাটোৱে কোন ঘৰ মানুহৰ ছোৱালীত মৰিলগৈ চোৱা বুলি শাহুৱেকে নিজৰ জীযেক ভদ্ৰাক অৰ্থাৎ ৰুমাহঁতৰ ভদ্ৰামামীক বকিবলৈ ধৰে। ৰুমাই শুনি থাকে। আনকি মেৰাই থোৱা ডাঠ কাগজবোৰো নুখুলি ষ্ট'ৰ ৰুমত দ'মাই থোৱা তাইৰ লগত অনা বস্তুবোৰলৈ চকু পৰিলে বুকুখনত ৰেজীৰ খোচ মৰাৰ বিষ এটা অনুভৱ কৰা হ'ল ৰুমাই। ইমান ধুনীযা দামী বাল্টিং দুটা ৰুমাই বাথৰুমলৈ নিওঁতে শাহুৱেকে পায়খানাৰ টেপৰ তলতহে থ'লেগৈ। আগৰ পানী লোৱা বাল্টিং বোলে ৰঙা হৈ দেখিবলৈ বেযা হ'ল। ফ্ৰীজটো পাকঘৰৰ চুকত থৈছে। কেৱল শাক পাচলিবোৰ দ'মকৈ থয তাত।

ঘৰখনত সোমায়েই শাহুৱেক আৰু জেশাহুৱেকৰ মুখ চকুৰ অভিব্যক্তি দেখি ভিতৰি ভিতৰি ৰুমা শিঁযৰি উঠিল। কিহত বেযা দেখিছে। তাই যেতিযা জয়া নবৌৰ লগ লাগি ভদ্ৰামামীৰ নিৰ্দেশত মানী আত্মীয সকলক ভাগে ভাগে সাজ দি মান ধৰি সেৱা কৰিছিল তেতিযা সোণৰ আঙুঠি এটা তাইৰ হাতত গুজি দি টোপোলাটো খুলি চাযেই পাটৰ সাজযোৰ দেখি যেতিযা তাচ্ছিল্যাৰ সুৰত

ক'লে, "আঙঠিৰ দামটো নোলাল" বুলি ৰুমাই সেয়া ন বোৱাৰীক কৰা তামাচা বা ৰেগিং বুলিয়েই ধৰি লৈছিল। কিন্তু লাহে লাহেহে গম পালে যে আচলতেই সেয়া আছিল মনৰ আচল কথাহে—ধেমালি নাছিল।

ৰুমাৰ প্ৰতিটো কথাতেই আসোঁৱাহ ধৰিবলৈ লাগিল শাহুৱেক জেশাহুৱেকে। তাৰ বাহিৰেও দেওৱেক নৃপতিয়ে তাইলৈ যেনেদৰে চাই থাকিবলৈ ল'লে লাজতে কেৰেলুৱাটোৰ দৰে ৰঙা পৰি যোৱা যেন লাগে। এদিন সি বায়েকে ৰুমাক কিবা এটা কথাত কাট মাৰোতে মুখতে ধৰি ক'লে, বৌক তেনেকৈ নকবি। আগেযে দেখা হ'লে নৃপেনে মোৰ বৌ কৰিবলৈ নাপালেহেঁতেন মইহে ঘৈণী কৰি আনিলোহেঁতেন বুলি তাইৰ টিকাতে থাপৰ এটা মাৰি হাঁহি হাঁহি ওলাই গুচি গ'ল। ৰুমাই তাক ডংডঙীয়া তামাচাপ্ৰিয় ল'ৰা বুলি ভাবিলেও ঝাযেকৰ আগতে ইমান মুকলিকৈ নিজৰ নবৌৱেকজনীৰ লগত এনে তামচা কৰিব পাৰেনে বুলি আচৰিত হৈছিল। ক'তা বিভূতি আৰু বিবেকেও নবৌৱেকৰ লগত তামাচা কৰে কিন্তু এনেকুৱা অশালীন ধেমালি কাহানিও কৰা নাই। টি ভিৰ ছিৰিয়েলত মুখ চোকা ঘৰৰ লগত অসহযোগ কৰা বোৱাৰী ওলালে বিবেকে কেতিযাবা নবৌৱেকক ককায়েকৰ ওচৰৰ পৰা হাতত ধৰি টানি নি টি ভিৰ সমুখত বহি থকা মাক-বাপেকৰ আগতে মূঢ়াটোত ঠেকেচা মাৰি বহুৱাই দি কয়,"চোৱা চোৱা তুমি ওলাইছা। হুবহু তুমিযেই সেইজনী বোৱাৰী। তাইতকৈ তোমাক দিয়া হ'লে ৰ'লটো আৰু ভাল কৰিব পাৰিলাহেঁতেন কাৰণ তোমাৰ কেৰেকটাৰৰ লগত মিলি আছে।" বিবেকৰ সেইবোৰ কাণ্ড দেখি নবৌৱেকে কৃত্ৰিম খং কৰি কয়,"দেখিম নহয় নিজে কেনেকুৱা এজনী পোৱা।" মাকেও তাক কৃত্ৰিম খং কৰে, "এইটোৰ বয়সহে হৈছে কেটুৱালীবোৰ যোৱা নাই।"

প্ৰথম নিশাতেই ৰুমাৰ চকু থৰ হ'ল—বুকুত ঢপঢপনি উঠিল। ৰাতি এঘাৰ বজাত বন্ধু-বান্ধৱ যোৱাৰ পিছত দুৱাৰখন ঠেলা মাৰি সোমাই আহিছিল মুখত এমুখ হাঁহি লৈ নৃপেন। সোমাই আহোতে সি দুৱাৰখনৰ হুক লগাই আহিছিল। যোৱা তিনিবছৰে দেখি থকা নৃপেন হয় জানো এইটো। ইমান ধুনীয়া ৰূপৰ কোঁৱৰ যেন। তাতে হাঁহিটোৱে তাক আৰু মনোলোভা আৰু মনোৰম সুন্দৰ কৰি তুলিছিল। সি দুহাত মেলি তাইৰ ফালে আগবাঢ়ি আহোঁতে ৰুমাই ক'লে, "বন্ধুপ্ৰেম অন্ত হ'লনে? ভিতৰত যে মানুহ এজনীয়ে তোমালৈ অধীৰ আগ্ৰহেৰে বাট চাই আছে আড্ডাত বহি পাহৰিয়েই গ'লা।

ক'ত পাহৰিছো—সিহঁতে জোকাই মাৰিছে। বোলে হ'ব হ'ব ৰাতিটো আছে

নহয়? আগতে তিনিবছৰ দিন পাই থকা মালহে। বিশ্বাস নকৰে বুইছানে। আমাৰ যে যোৱা তিনিবছৰে বৰ বেছি একো হোৱা নাই বিশ্বাসেই নকৰে। "মাল" শব্দটো শুনি ৰুমাৰ ভাল নালাগিল। থাওকতে নৃপেনৰ বন্ধু কেইটা কেনেকুৱা ৰুচিৰ হ'ব তাইক যেন এই এটা শব্দই কৈ দিলে। তাইৰ অৱশ্যে ল'ৰা তিনিটাক ভাল লগা নাছিল। চাহ দিবলৈ যাওঁতে নৃপেনে চিনাকি কৰি দিওঁতে সিহঁতৰ চাবনি আৰু কথা বতৰাবোৰ ৰুমাৰ ভাল লগা নাছিল। শিক্ষক বাপেকৰ মাৰ্জিত ৰুচিৰ পৰিয়ালৰ ছোৱালী বাবেও হয়তো এনেবোৰ তামাচা চামাচা তাইৰ ভাল নালাগিবও পাৰে।

বৰ আবেগেৰে সাবটি ধৰি নৃপেনে যেতিয়া তাইক সুকোমল বিছনাখনত বগৰাই লৈছিল তেতিয়া ৰুমা সচকিত হৈ পৰিছিল। নৃপেনৰ গাৰ চন্দন চন্দন গোন্ধোৱা চেন্টৰ মনোলোভা গোন্ধটোক হেঁচা মাৰি যেন অন্য এটা গোন্ধে বিছনাখন দখল কৰি ল'ব খুজিছে। তাইৰ ওঁঠৰ ওচৰলৈ নৃপেনে যেতিয়া মুখখন নমাই আনিছিল এটা উৎকট গোন্ধে তাইৰ নাকৰ ভিতৰত যেন কামোৰ মাৰি দিলে আৰু ওকালি আহিব পৰাকৈ তাইৰ আলজিভাত সুৰসুৰণি এটা তুলি দিলে। কি এই গোন্ধ।

—তুমি ড্ৰিংক কৰিছা?

—নকৰো—কিন্তু সিহঁতে নেৰিলে আৰু কি কৰিবা মাত্ৰ এক পেগ। এক পেগ। ৰুমাই বাওঁহাতখনেৰে নৃপেনৰ গালত মিহিকৈ চৰ এটা মাৰি হাঁহি হাঁহি ক'লে, " ঠিক আছে বাৰু, আজি বন্ধুৰ লগত অকণমান খালা। আজিৰপৰা কিন্তু তুমি সেইটো বস্তু ছুব নোৱাৰিবা। যোৱা এতিয়া মুখখন ভালকৈ ধুই আহা। নৃপেনে ৰুমাকো লাহেকৈ চৰ এটা মাৰি হাঁহি হাঁহি বাথৰুমলৈ গ'ল মুখ ধুবলৈ।

কিন্তু কথামতে কাম নহ'ল। দুদিনমানৰ পিছত ৰাতি ছাৰে এঘাৰ বজাত নৃপেন আহিল সম্পূৰ্ণ মাতাল হৈ। আহিয়েই দুৱাৰ খুলি একপ্ৰকাৰ আক্ৰমণাত্মক ভাবেৰে ৰুমাক সাবটি ধৰি জোৰকৈ বিছনালৈ লৈ গ'ল। ৰুমাৰ দাবী, অনুযোগ, অনুৰোধ, মান অভিমান নৃপেনৰ ওচৰত মিছা হৈ গ'ল। সি নিগনিৰ ওপৰত জপিয়াই পৰা মেকুৰীৰ দৰে ৰুমাৰ ওপৰত জপিয়াই পৰিল। টানি আঁজুৰি তাইৰ গাৰ কাপোৰবোৰ খুলি সম্পূৰ্ণ উলংগ কৰি পেলালে নিয়ন লাইটৰ পোহৰত ৰুমাই কান্দিছিল। কিন্তু সেই কান্দোনে নৃপেনক টলাব নোৱাৰিলে। ৰুমাৰ মতে গিৰিয়েকে তাইক ধৰ্ষণ কৰিলে। সমগ্ৰ শৰীৰত তাইৰ ক'লা ক'লা দাগ। ৰুমাই নিজৰ নাকটো গাৰুৰ ওপৰত থকা সক টাৱেলখনেৰে হেঁচা মাৰি ধৰি দেহটো

এৰি দিলে। তাইৰ বমি আহিব খুজিছিল আৰু নাকটো সোপা মাৰি নধৰাহ'লে বোলে তাই নৃপেনৰ গাতে হুকহুককৈ বমি কৰি দিব লাগিলহেঁতেন।

পিছদিনা গা পা ধুই বাথৰুমৰপৰা তাই তিতা মেলা চুলিকোছাৰে কোঠাটোত সোমাই আহোতে নৃপেনে শুই থকাৰে পৰাই তাইলৈ চাই হাঁহি এটা মাৰিলত ৰুমাই খঙেৰে ক'লে, "তুমি মোক যৌন সন্ত্ৰাসেৰে সন্ত্ৰাসিত কৰিছা।" নৃপেনে একো কোৱা নাছিল কিছুপৰ। কিন্তু অলপ পিছতে মিহি মাতেৰে ক'লে,"বেযা নাপাবা। কালি মোৰ কি হৈছিল।

—অকল কালিয়েইনে? তুমি বহুত দিন মোক এই যৌন সন্ত্ৰাসেৰে সন্ত্ৰাসিত কৰিছা। পাঁচ হেজাৰকৈ টকা জুৱাত হাৰিবলৈ তুমি ক'ত পোৱা?

—জুৱা। পাঁচ হেজাৰ।

—মদাহীয়ে মদৰ নিচাত কি কয পাহৰি যায। তুমিনো কি চাকৰি কৰা? কেৰাণীহে। এই কেৰাণী শব্দটোত নৃপেনে আঘাত পালে।

—কেৰাঁণী বুলি ঘিণাইছা অফিচাৰ বিযা নকৰালা কিয? কেৰাণী। ঘৰত দেখোন দুটা ককাযেৰে পিযনৰ চাকৰি এটাও যোগাৰ কৰিব পৰা নাই।" ৰুমাই একো কোৱা নাছিল। পুৱাই হুলস্থূল হোৱাৰ ভযত তাই নীৰৱে কোঠাটোৰ পৰা ওলাই গৈ পাকঘৰ পাইছিলহে শাহুৱেক জেশাহুৱেক দুযোজনীযে খেং খেঙাই আহিল। তেওঁলোকৰ কথাৰ অৰ্থ আছিল—ৰুমা অসভ্য তিৰোতা, ৰাতি বেডৰুমত গিৰিযেকৰ লগত কাজিযা কৰে নিলাজৰ দৰে লোকৰ টোপনি ভাঙে পুৱা দেৰিকৈ উঠে, চাহ খাবলৈ বৈ থাকিব লাগে ।

ৰুমাই সহ্য কৰি থাকিব পৰা নাছিল। মদাহী পুত্ৰৰ কথা কওঁতেই নৃপেনে সাউৎকৈ বিছনাৰ পৰা উঠি আহি ৰুমাৰ মেলা চুলিকোছাত খামোচ মাৰি ধৰি চৰিযাবলৈ ধৰিলে। সি চৰিযাওঁতে যা-তা বকিছে। কেৰাণী বুলি ঘিণাইছে, যোৱা চাৰিমাহে এদিনো তাই ভাল ব্যৱহাৰ কৰা নাই, মদাহী-জুৱাৰী বুলি কাট মাৰি থাকে, বকে আৰু শাহুৱেক জেশাহুৱেকেও তাত উজান দিছে। এনে অমঙ্গলীযা তিৰোতাক মাৰেইহে সাৰ বুলি কৈছে। তাৰ পিছত আহিল পুনৰ যৌতুকলৈ। যৌতুকত আনিছে সেইবোৰ, মানুহৰ আগত উলিয়াবলৈ লাজ লাগে। কৈ দে বাপেৰক চাৰিখন চিলিং ফেন দিবলৈ এসপ্তাহৰ ভিতৰত। তইঁতৰ ঘৰলৈ লৈ যাবলৈ ক'বি।

তাইৰ ওপৰত এই অত্যাচাৰ চলি থাকোঁতে শহুৰেক কে'বাবাৰো আহি একো ক'ব নোৱাৰি ওলাই যোৱা মন কৰিছে। মাত্ৰ পঢা কোঠাৰ পৰা ঈশাভা

দৌৰি আহি ৰুমাক ককায়েক, মাক আৰু বায়েকৰ পৰা এৰুৱাই আনিছিল আৰু কান্দোনৰ মাজতে তাইৰ কাণত পৰিছিল ঈশাভাই কোৱা, "লোকৰ ঘৰৰ পৰা তইঁতে ছোৱালী এজনী মাৰপিত, গালি গালাজ দিবলৈকে আনিছিলিইঁত নেকি?"

কেৱল যৌতুকৰ কথা যোৱা ছমাহে। নৃপতিৰ কাৰণে এখন হিৰ'হুণ্ডা মটৰ চাইকেল লাগে। আগৰখন বোলে পুৰণা হৈছে। ৰুমা আচৰিত হৈছে এটা কথাতহে যে যৌতুকৰ অত্যাচাৰতে বোলে বৃন্দা ঘৰলৈ গুচি আহিবলগীয়া হৈছে। তেনেস্থলত সেই বৃন্দাই এতিয়া বেছিকৈ ৰুমাক যৌতুকৰ বাবেহে গালি-গালাজ পাৰি থাকে।

যোৱা ছটা মাহ তাইৰ বাবে ছটা বছৰতকৈয়ো বেছি দিন যেন লাগিছে। নাযায়, নুপুৱায়। অকলে ঘৰলৈ যাবলৈ নিদিয়ে। ফোন কৰিবলৈ নিদিযে। মাত্ৰ তেওঁলোকৰ শ্ৰুতলিপি মতে বৰ মোলায়েম ভাষাত আৰু যৌতুক বিচাৰিহে সকলোৰে সন্মুখত ফোন কৰিব লাগে। এদিন সুবিধা বুজি ফোন কৰি নবৌৱেকক এবেলাৰ বাবে মাতিছিল। তাইৰ ককাযেককেটা আৰু মাক বাপেক আহিলেও কোনোদিনেই ঘৰখনত ভাল ব্যৱহাৰ পোৱা নাই। কেৱল তাইৰ বদনাম শুনিব লাগে। মাত্ৰ শহুৰেক ঈশাভাযেহে সকলোৰে লগত আত্মীয়ৰ দৰে কথা পাতে। ৰুমাৰ ভাব হৈছে ঘৰখনত এই মানুহ দুটা নথকা হ'লে হয়তো বাকী চাৰিটাই তাইক কেতিযাবাই মাৰিযেই পেলালেহেঁতেন। আজিকালি যৌতুকৰ বাবে কিমান বোৱাৰীক জ্বলাই মাৰিছে ইতিমধ্যে তেনে খবৰ তাই বহুত বাতৰি কাকতত পঢ়িছে। তাইৰ ভয় লাগে।

জযা নবৌ আহিছিল। তাইৰেই ভাগ্য ভাল যে ঘৰখনত সেই সময়ত চিলিৰ বাহিৰে কোনো নাছিল। তাই সুযোগ বুজি নবৌৱেকক বহুতবোৰ কথা লুকাই কিছুমান ক'লে। লুকুউৱাখিনি কোৱা হ'লে চাগে কি হ'লহেঁতেন ৰুমাই ভাবি নাপালে। কমখিনি শুনোতেই নবৌৱেকৰ ধাৰাসাৰে চকুলো ওলাইছিল।

তিনি বাজিল। গোৰ খোৱা তলপেটটো বিষাইছে। তাত এটা চাৰিমহীয়া ভ্ৰূণ আছে। সেইটো নষ্ট হৈ গ'লেই তাই ভাল পাব নেকি বাৰু। কাৰণ—কাৰণ--তাই ভাবিব নোৱাৰিলে। মূৰটো টেবুলত পেলাই দিলে।

বাতৰি কাকতখন খামোচ মাৰি ধৰি চশমাযোৰ খুলি যাদৱ ডেকাই চিএঞৰিবলৈ ধৰিলে। তেওঁ বিতত হৈ কাক কেনেকৈ মাতিছে নিজৰে খেয়াল নাই। তেওঁৰ চিএঞৰ শুনি যেযে য'তে আছিল তেনেকৈ দৌৰি আহি বাৰাণ্ডাত মানুহটোৰ ওচৰত ৰ'লহি। আটাইতকৈ ওচৰত থকা জযাৰ ফালে মানুহটোৱে মুঠি মাৰি ধৰি থকা দৈনিক কাকতখন দি বাতৰিটোৰ ফালে আঙুলিযাই দিলে। প্ৰথমতে বাতৰিটোৰ কেইটামান বাক্য মনে মনে পঢ়ি পিছত গোটেই বাতৰিটোকে জযাই শব্দ কৰি পঢ়িবলৈ ধৰিলে। বিধবা মামণিক হত্যা কৰি ওলোমাই থোৱা হৈছিল।

**মামণিৰ পৰিয়ালৰ অভিযোগ ঃ দেওৰেক নন্দেক জেল হাজোতত। নিজা বাতৰি দিওঁতা ঃ ৫ জুলাই ঃ** কলিযাবৰ মহকুমাৰ কুঁৱৰীটোল গোমোঠা গাঁৱৰ চেনাৰাম বৰাৰ কন্যা স্বামীহাৰা মামণিক কামপুৰ থানাৰ অন্তৰ্গত কঠিযাতলী চাৰিআলিৰ স্বামীগৃহৰ পৰিযালে হত্যা কৰি ওলোমাই থোৱা বুলি মামণিৰ পৰিযালে উত্থাপন কৰিছে। যোৱা ১৪ জুনত মামণিযে আত্মহত্যা কৰিলে বুলি স্বামীগৃহৰ লোকে মামণিৰ পিতৃগৃহলৈ ফোনেৰে জনোৱাত মামণিৰ পৰিযালে ঘৰৰ ভিতৰত ওলমি থকা অৱস্থাত উদ্ধাৰ কৰে। স্থানীয কামপুৰ থানাৰ ভাৰপ্ৰাপ্ত আৰক্ষী বিষযাই ঘটনাটো আত্মহত্যা নহৈ হত্যাকাণ্ড বুলি সন্দেহ কৰাৰ উপৰি মামণিৰ ভাতৃ লক্ষেশ্বৰ বৰাই তেওঁৰ বাযেক মামণিক হত্যা কৰা হৈছে বুলি এজেহাৰ দাখিল কৰাত আৰক্ষীযে মামণিৰ দেওৰেক আৰু নন্দেক ক্ৰমে ৰাজেন বৰকাকতি (৩৫) আৰু ৰিণু বৰকাকতি (৪০) ক গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ প্ৰেৰণ কৰিছে। যোৱা ১৯৯৮ চনৰ ১১ জুলাইত কামপুৰ আৰক্ষী থানাৰ অন্তৰ্গত কঠিযাতলী চাৰিআলিৰ নবীন বৰকাকতিৰ সৈতে মামণিযে ভৱিষ্যতৰ সপোন বুকুত বান্ধি বিবাহ পাশত আবদ্ধ হৈছিল বুলি জযাই পঢ়িব নোৱাৰা হ'ল। থাপ মাৰি বিবেকে জয়াই এৰাৰ পৰা পঢ়িবলৈ ধৰিলে ঃ কিন্তু মামণিৰ পৰিযালে দৰাপক্ষ নবীন কাকতিৰ সমস্ত বিযাৰ খৰচ বহন কৰিবলগীয়া হৈছিল। দৰাপক্ষৰ হৈ দৰাৰ ভাতৃ ৰাজেন কাকতিয়ে কন্যাৰ যৌতুকত দিবলগীয়া ফাৰ্ণিচাৰৰ বাবদ বিশ হাজাৰ টকা নিজে দাবী কৰি লয়। বিয়াৰ এবছৰৰ পিছত মামণিয়ে এটা মৃত কন্যা সন্তান জন্ম দিযে। পিছত ২০০১ চনৰ জানুৱাৰী মাহৰ পৰা স্বামী নবীন অসুস্থ হৈ নগাঁৱৰ অসামৰিক চিকিৎসালয়ত চিকিৎসাধীন হয়। নবীনৰ

চিকিৎসাজনিত সমস্ত খৰচ মামণিৰ পৰিযালে বহন কৰিবলগীয়া হৈছিল। তেনেকৈ অলপদিন চিকিৎসা কৰাৰ পিছত সেই বছৰতে নবীনৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত তেওঁ চাকৰি কৰা বাগিচাখনৰ পৰা পাঁচ হেজাৰ টকা সাহায্য হিচাপে পায যদিও সেই ধনেৰে দুহেজাৰ টকা মামণিৰ দেওৰেকে কাঢ়ি লয। ইমানতো ক্ষান্ত নাথাকি এদিন মামণিৰ ঘৰৰ পৰা যোৱা ভতিজী ছোৱালী দুজনীৰ সৈতে ভাত খাবলৈ নিদি নিশাটো লঘোণে ৰাখে। তেওঁলোকৰ মতে বিধৱা মামণি মাকৰ ঘৰলৈ গুচি আহিলে মামণিৰ মাটি সম্পত্তিৰ ভাগটো তেওঁলোকেই পাব। সেয়ে স্বামীৰ পৰিয়ালে নিৰীহ মামণিক খুৱাব নোৱাৰো বুলি কোৱাত মামণিৰ ভায়েক জীৱেশ্বৰে প্ৰত্যেক সপ্তাহতে খোৱাৰ সামগ্ৰী যোগাৰ কৰি মামণিৰ ঘৰতে দি আহিছিল। বিধৱা মামণিয়ে এনেকৈয়ে খাই বৈ থকাটোত নন্দেক, দেওৰেক আৰু জেঠায়েকে সহজভাৱে ল'ব পৰা নাছিল। সেয়েহে এদিন চতুৰ জেঠায়েকে গাঁৱৰ কেইজনমান লোকক মতাই আনিছিল আৰু ইফালে মামণিৰ ভাতৃহঁতকো মতাই আনি মামণিৰ কোনো কাৰণত মৃত্যু হ'লে বা অঘটন হ'লে তেওঁলোক দাযী নহ'ব বুলি এক দলিলত লিখাই লোৱাৰ পাং পাতিছিল যদিও সেই কথা সম্ভৱ নহ'ল।

সেইবাৰো বিধৱা মামণিৰ স্বামীৰ পৰিযালৰ সান্দহ খোৱা বালি তল যোৱাত নিৰীহ মামণিক কৌশলেৰে হত্যা কৰাৰ পৰিকল্পনা কৰে। অৱশেষত যোৱা ২৪ জুনৰ বিযলি ৪ বজা মানত মামণিৰ দেওৰেক ৰাজেনৰ পত্নীয়ে মামণিৰ কলিযাবৰৰ মাতৃগৃহলৈ ফোন কৰি জনায যে মামণিযে দিন দুপৰতে আত্মহত্যা কৰিলে। কিন্তু মামণিৰ এই ৰহস্যজনক মৃত্যু আত্মহত্যা নহৈ হত্যাকাণ্ড বুলিহে স্থানীয আৰক্ষী অধীক্ষক আদিয়ে মৃতদেহ নিৰীক্ষণ কৰি মৌখিকভাৱে মন্তব্য কৰাৰ পিছত আৰু মামণিৰ ভাতৃ জীৱেশ্বৰ বৰাৰ এজাহাৰৰ ভিত্তিতে দেওৰেক ৰাজেন আৰু নন্দেক ৰিণুক আৰক্ষীযে গ্ৰেপ্তাৰ কৰি জেললৈ প্ৰেৰণ কৰে। লগতে মামণিৰ মৃতদেহ মৰণোত্তৰ পৰীক্ষাৰ বাবে নগাঁৱলৈ প্ৰেৰণ কৰা হয়।

মামণিক নিৰ্যাতন চলাই হত্যা কৰা হ'ল বুলি সন্দেহ কৰাৰ পিছতো স্থানীয় বা জিলাৰ কোনো এটা মহিলা সংগঠনে বিষয়টোত গুৰুত্ব নিদিয়াৰ অভিযোগ উত্থাপিত হৈছে।

বাতৰিটো পঢ়ি শেষ কৰাৰ পিছত কিছুপৰ সকলো মৌন হৈ পৰিল।

এনেকুৱা বাতৰি আজিকালি ক'ত ওলাই আছে নিতৌ ইমান চিন্তা কৰাৰ কি কথা আছে বুলি অপৰাজিতে কথাটো লুকুৱাই দিবলৈ চেষ্টা কৰোঁতেই দেখিলে যে মৈৰাণীয়েক আৰু মাকৰ চকুত চকু পানী। চকু ঢুলঢুলীয়া। আচলতে

এনেকুৱা খবৰে ঘৰখনক শংকিত নকৰিলেহেঁতেন যদিহে জযাই আহি ৰুমাই কোৱা কথাবোৰৰ কিছু আভাস নিদিলেহেঁতেন। জযাই ৰুমাই কোৱা সকলোবোৰ কথা হুবহু বৰ্ণনাৰে কোৱা নাই। তাযো সম্পাদনা কৰি বহুতখিনি সামৰি থৈছে কৈছে। সেইদিনাৰে পৰা ঘৰখনৰ পৰিৱেশ টান নৰীযা থকা পৰিযালৰ ঘৰৰ দৰে হৈছে। সেইদিনাৰে পৰা যাদৱ ডেকাই বাতৰি কাকতত এনেকুৱা খবৰ পঢ়িলেই আতুৰত চিঞৰাদি কে'বাদিনো চিঞৰি ভেকাহি খাইছে। অকল মানুহটোৱেই নহয় মেনকাযো মনে মনে কঁপি উঠে এনে খবৰ পঢ়ি। তাকে দেখি অপৰাজিতে বাতৰি কাকত বন্ধহে কৰি দিব নেকি বুলি মনে মনে নভবাও নহয।

—হেৰি কৰাচোন জযা, বুলি শহুৰেকে বোৱাৰীযেকৰ ফালে কিছুপৰ থৰ হৈ চাই থাকি বিবেকৰ ফালে চকু ঘূৰাই সুধিলে, "সিহঁতে কোৱা মটৰ চাইকেলখনৰ দাম কিমান অ'?

—সাতচল্লিশ হেজাৰ। বিবেকে ক'লে।

—কিয? মটৰ চাইকেলৰ দাম কিয? "বিভূতিযে টান মাতেৰে ক'লে। কিয লাগে মটৰ চাইকেলৰ দাম? চাৰিখন চিলিং ফেন বিচাৰিছিল—বাৰ হেজাৰ টকা দি কিনি দিলো। এতিযা মটৰ চাইকেল বিচাৰিছে। আঢৈশ লিটাৰৰ ফ্ৰীজ বিচাৰিছে। ধাৰে বান্ধে যেনিবা দিলোঁহক, কাইলৈ যদি মাৰুতী বিচাৰে-তেতিযা?" বিভূতিৰ টান মাতৰ কথাত সকলো কিছুপৰ নীৰৱ হ'ল।

—বিভূৱে ঠিকেই কৈছে দেউতা—এনেকুৱা মানুহৰ লোভৰ সীমা নাই। অপৰাজিতে কৈ নিজৰ কোঠালৈ গ'ল।

—এইবোৰ যৌনসন্ত্ৰাস। অপৰাজিতে স্বগতোক্তি কৰাদি কৰিলে।

—একেটা কথাকে তুমি কেনেকৈ ক'লা? জযাই সুধিলে।

—কি একেটা কথাকে? কোনে কৈছিলনো?

—ৰুমাই কৈছিল সিদিনা। জযাৰ কথাত অপৰাজিতে ঘৈণীযেকৰ ফালে থৰ হৈ চাই ৰ'ল।

—জযা, মা জযা।

—দেউতা, গৈছো দেউতা।

—এটা কাম কৰাচোন মা বুলি শহুৰেক সিহঁতৰ কোঠাৰ মুখত ৰ'লহি।

—দেউতা।

—তুমি এবাৰ সিহঁতৰ ঘৰলৈ ফোন কৰাচোন। খা-খবৰ লোৱা। আৰু নৃপেনক এবাৰ মাতি দিযাচোন।

—কৰিম দেউতা কৰিম। কিন্তু নৃপেন যে আহিব—বাৰু ৰ'ব মই ফোন কৰিম। শহুৰেক আঁতৰি গ'ল। তেওঁ বাৰাণ্ডাৰ পুনৰ নিজৰ চকীখনত বহিলগৈ। চকীত বহোঁতেই বেল মাৰি হকাৰটোৱে কাকতখন দলি মাৰি থৈ গ'ল। এইখন কাকত অলপ পলমকৈ দিলে। বেল মৰা শুনিযেই লৰালৰিকৈ অপৰাজিত বাহিৰলৈ ওলাই গৈ গেটৰ মুখৰ পৰা কাকতখন বাপেকতকৈ আগেয়ে হাতত ল'লেগৈ। কাকতখন লৈ অপৰাজিতে স্বগতোক্তি কৰাদি বাপেকক শুনাই কৈ আহিল, তুমি সেইখন পঢ়াচোন, মই কিবা এটা চাওঁ।

বিছনাৰ ৰেলিঙত মূৰটো আঁওজাই অপৰাজিতে কাকতখনৰ প্ৰথম পৃষ্ঠাৰ পৰা চকু ফুৰাই যাওঁতে মাজৰ তিনি নম্বৰ পৃষ্ঠাটোত চকু থৰ হৈ গ'ল। আলনাত কাপোৰ জাপি থকা জযাক ওচৰলৈ ইংগিতেৰে মাতি ফুচ্‌ফুচাই ক'লে, "এই কাকতখনৰ পুৰণা তাৰিখৰ মাজৰ পৃষ্ঠা এটা বিচাৰি আনাচোন সাউতকৈ।

—কিয বুলি জযাই সোধাৰ লগে লগেই অপৰাজিতে বাতৰিৰ শিৰোনামাটোলৈ আঙুলিযাই দিলে,"কবিতাৰ মৃত্যুৰ আঁৰৰ ৰহস্য কি?" অ' মা বুলি জযাই গিৰিযেকে লৈ থকা কাকতখনৰ পৃষ্ঠাটোৰ ওচৰলৈ মূৰটো দোঁৱাই নি অস্ফুট স্বৰে ক'লে, "একেদিনাই দুখন কাকতত দুটা বেলেগ খবৰ। গিৰিযেক ঘৈণীয়েক হালেই বাতৰিটো পঢ়িবলৈ [illegible] ল মনে মনে।

গোৰেশ্বৰ ঃ ১ জুলাই ঃ একমাত্ৰ যৌতুকৰ বাবেই মৃত্যুৰ মুখত পৰিবলগীযা হ'ল ১- বছৰীযা এগৰাকী বোৱাৰী। এই ঘটনা যোৱা ২২ জুনত ৰঙিযাথানাৰ অন্তৰ্গত বিহদিযা কলমনি গাঁৱৰ শিঙিমাৰীত। জানিব পৰা মতে বিহদিযা কলমনি গাঁৱৰ শিঙিমাৰীৰ যুৱক পদ্ম ডেকাই ২ নং গোৰেশ্বৰ (বেঙেনামাটি) নিবাসী হাস্যনাথ ডেকাৰ জীযৰী কবিতা ডেকাক যোৱা '৯৮ চনত সামাজিকভাৱে বিযা কৰায। পিছে বিযাৰ দিন ধৰি এটাৰ পিছত এটাকৈ যৌতুক দাবী কৰা পদ্মই যেতিযা কবিতাৰ পৰিযালৰ পৰা বিচৰামতে বৰ বিশেষ একো নাপালে তেতিযা তেওঁ ক্ৰমান্বয়ে পত্নী কবিতাৰ ওপৰত শাৰীৰিক আৰু মানসিকভাৱে অত্যাচাৰ আৰম্ভ কৰিবলৈ ধৰিলে। উল্লেখযোগ্য যে পদ্মই কবিতাৰ লগত চাৰিবছৰ দিন প্ৰেম কৰাৰ পিছতহে প্ৰণয় সূত্ৰে বিয়া হৈছিল।

জানিব পৰা মতে কবিতা যিমানবাৰ পিতৃ-মাতৃৰ ঘৰলৈ আহিছিল সিমানবাৰেই হয চাকৰি নহয় পাঁচ-দহ হেজাৰ টকা দাবী কৰিছিল। আৰু প্ৰতিবাৰেই লঘু হৈ উভতি যাবলগীয়া হোৱাত স্বামী তথা শহুৰ শাহুৰেকৰ পৰা শাৰীৰিক অত্যাচাৰ সহিবলগীয়া হৈছিল। আনকি কবিতাই টকা বা স্বামীৰ বাবে চাকৰি যোগাৰ কৰি

দিব নোৱাৰিলে স্বামীৰ ঘৰলৈ নাযাওঁ বুলি কেবাবাৰো আপত্তি কৰিছিল। কিন্তু সামাজিক বান্ধোন আৰু আৰ্থিক দুৰৱস্থাৰ পৰিয়ালে কেনেকৈনো সহায় কৰিব তাকে ভাবি পুনৰ স্বামীৰ ঘৰলৈ গৈছিল।

এনেকুৱাকৈ আজি তিনিবছৰ অতিবাহিত হৈ যোৱাৰ পিছত যোৱা বাইশ জুনত স্বামী শহুৰ আৰু শাহুৱেকে লাঠীৰে কোবাই নাটকৰ শেষ যৱনিকা সামৰে বুলি কবিতাৰ পৰিযালৰ লোকে অভিযোগ কৰিছে। ইতিমধ্যে এই ঘটনাৰ উচিত তদন্তৰ বাবে কবিতাৰ পৰিযালে ৰঙিয়া থানাত এটি গোচৰ ৰুজু কৰিছে।

অপৰাজিততকৈ কেইছেকেণ্ডমান পিছতহে জযাৰ বাতৰিটো পঢ়ি শেষ হ'ল। কিছুপৰ দুযো মনে মনে ৰ'ল। তাৰ মাজতে অপৰাজিতে প্ৰায তাৰ গাৰ ওপৰত উবুৰি খাই পৰি থকা জযাক হেঁচুকি সৰুকৈ ক'লে,"দেউতাই কাগজখন বিচাৰিবই নহয এতিয়া--পুৰণা মাজৰ পৃষ্ঠা এটা বিচাৰি আনা।"

—কিন্তু তাঁৰিখটো—

—নাই , বুঢাই ভিতৰৰ পৃষ্ঠাৰ তাৰিখ নাচায, এমাহমানৰ আগৰ আজিৰ ছয তাৰিখৰ কাকত এখন আনা। আৰু আজিৰ পৰা সাৱধান দেউতাই কাগজ অনাৰ আগেযে আমি আনিব লাগিব। গৰমৰ বন্ধ বাবে এই কামটো বাৰু মযেই কৰিম। যোৱা পুৰণা ছয তাৰিখৰ কাকত এখন আনা। জযা উঠোতেই টেলিফোন বাজিল। বাপেকে ধৰাৰ আগেযেই বিছনাৰ পৰা নামি অপৰাজিতে দৌৰি যোৱাদি মাজৰ কোঠাত থকা টেলিফোনটো দাঙি ল'লে, হেল্ল।

—দাদা নেকি?

—ওঁ কৈছো—ৰুমা—ক।

—দাদা--বুলি ৰুমাই ফোনতে কান্দিবলৈ ধৰিলে। অপৰাজিতে ৰুমা ৰুমা বুলি ফোনতে মাতিবলৈ ধৰিলে যদিও সিফালৰ পৰা কিছুমান অসংলগ্ন কথা তাৰ কাণত পৰিল। ৰুমা—ৰুমা—ক কি হৈছে ক। কি হৈছে? থৈ দিলে ৰুমাই। ওচৰতে বৈ থকা বাপেক মাকৰ ফালে চাই অপৰাজিতে সাধৰণভাৱে ক'লে, কাট হৈ গ'ল।

—কাট হৈ গ'ল—কি হ'ল ক'লে তাই? মাকে ব্যগ্ৰতাৰে সুধিলে।

—মা তুমি আকৌ ফোনটো লগোৱাচোন বুলি শহুৰেকে ক'লত জযাই ওচৰতে বৈ থকা গিৰিযেকলৈ চালে। গিৰিয়েকে নকৰিবৰ বাবে ইংগিত দিছিল যদিও শহুৰেকে আহি ফোনটো দাঙি জযাৰ হাতত দি লগাবলৈ কোৱাত জযাৰ আৰু উপায় নোহোৱা হ'ল। জযাই ডাযেল কৰিলে। বাজি বাজি ফোন বন্ধ হৈ

গ'ল। আকৌ ডায়েল কৰিলে। বহুতবাৰ বজাৰ পিছত কৰ্কশ মাতেৰে বৃন্দাই ক'লে, "হেল্ল অ' মই জয়াই কৈছো। ৰুমাক দিয়কচোন।

—ৰুমা নাই।

—অলপতে তাই ফোন লগাইছিল নহয়।

—মই কৈছো নহয় ৰুমা নাই বুলি। আৰু শুনক—মটৰ চাইকেলখন কেতিয়া দিব? সোনকালে দিয়ক বুলি ফোন থৈ দিলে। জয়াই শহুৰেকৰ ফালে চাই ভৰা মাতেৰে ক'লে—বোলে ৰুমা নাই।"

নিজৰ কোঠাত সোমাই ৰুমাই কান্দিবলৈ ধৰিলে। তাই মাজে মাজে নিজৰ তলপেটটোত ভুকুৱাবলৈ ধৰিলে। শহুৰেকটো শাহুৱেকৰ ওচৰত পানীত তিতা মেকুৰী। কিবা এটা ক'ব খুজিলেই ওপৰতে পৰি গঢা মাৰি ধৰে। তাইৰ কাৰণে নন্দেক ঈশাভায়ো কেবাদিনো মাক আৰু ককায়েকৰ পৰা চুলি জোকৰা আৰু চৰ খাইছে। এই ঘৰখনলৈ ওচৰ চুবুৰীয়া কোনো নাহে। ঘৰত কান্দি কান্দি কোনোবা মৰিলেও বা কটা কটি লাগিলেও কোনো নাহে। ঘৰত হুলস্থূল লাগিলে বৃন্দাই ডাঙৰকৈ ভলিউম দি মিউজিক ছিচষ্টেম লগাই দিয়ে। বিপৰীতে কেতিয়াবা সিহঁতৰ ঘৰতো কাজিয়া লাগিলে ওচৰ চুবুৰীয়াইহে ডেক্ লগাই কাজিয়া চিঞৰ বাখৰ নুশুনাৰ ব্যৱস্থা কৰে। কালিয়েই মৃদুতৃষ্ণা আহিছে। তাই ৰুমাক কাট মাৰি থাকে। এই লৈ কাণসমনীয়া মাহীয়েক ঈশাভাই তাইক ককৰ্থনাও কৰিছে। জয়াই ঘৰত বহু কথা কোৱা নাই লাজতে। মাৰপিত খাই বেয়া ব্যৱহাৰ পাই থাকিলেও নৃপেন যে তাইৰ স্বামী সেইবাবে লাজতে ঘৰত বহু কথা কোৱা নাই। জয়া নবৌকো দুবাৰ তিনিবাৰ লগ পাইছে যদিও গোটেইবোৰ কথা মুকলিকৈ কোৱা নাই। ঘৰতে থকা কাম কৰা ছোৱালী গাভৰু চিলিৰ লগত ককায়েক ভায়েক হালৰে যৌন সম্পৰ্ক আছে। ৰুমাই নিজ চকুৰেই দুবাৰ নৃপেনৰ লগত তাইক বেয়া অৱস্থাত দেখিছে। তাকে কলত মদাহী গিৰিয়েকে তাইকহে ওভোতাই টাউকি দিয়ে,"ঘৰত ভাত নাপালে ভোক পলুৱাবলৈ অইনত ভাত খাবই লাগিব। কি কৰিবি তই মোক?" আজিকালি নৃপেনে ৰুমাক তই সম্বোধন কৰে। সি যেন দিনে ৰাতিয়ে মদকে খাই থাকে। চিলিৰ লগত নৃপতিৰো একেই সম্পৰ্ক। এদিন সন্ধ্যা কোনো নথকাত নৃপতিয়ে ৰুমাকো হাতত ধৰি তাৰ বিছনালৈ টানিছিল। ৰুমাই তাক চৰ মাৰি দিছিল। নৃপেনৰ অফিচৰ বয়সীয়া মানুহ এটাৰ লগত সঞ্জীৱৰ লগত বৃন্দাৰো যৌন সম্পৰ্ক আছে। বোধহয় এইবোৰ কাৰণতেই স্বামীৰ

ঘৰৰ পৰা তাই খেদা খালে। কিন্তু সেই লৈ গিৰিযেকৰ পৰিয়ালটোক অশ্লীল গালি পৰাৰ বাহিৰে বৃন্দাৰ অন্য অসন্তোষ নাই। নৃপতি বোলে যুৱ কংগ্ৰেছৰ নেতা। আৰু এখন বিলাতী মদৰ দোকানৰ পাৰ্মিটৰ বাবে লাগি আছে।পাঁচলাখ লাগে। তিনি লাখ নৃপেনে দিছে। এক লাখ সি নিজে যোগাৰ কৰিছে। আৰু এক লাখ লাগে। সেই এক লাখ টকা দাবী কৰিছে ৰুমাৰ পৰিযালৰ পৰা।। এক লাখ একেকোবেই নোৱাৰিলেও এতিয়া পঞ্চাশ হেজাৰ বা হিৰ'হুণ্ডা মটৰ চাইকেলখনৰ দাম দিব লাগে। তাকে কালি ৰাতি ভাত খোৱাৰ পিছৰে পৰাই ৰুমাক ঘৰত ফোন কৰি ক'বলৈ দাবী কৰি আছে। নোকোৱা দেখি শাহুৱেকে হাতত ধৰি চোচোৰাই আনি ফোনটোৰ ওচৰত থিয কৰাই দিলেহি। তাই কিন্তু ফোনত কথা ক'ব নোৱাৰিলে। কান্দোন আহিল। তাৰ পিছত গালি। নৃপেনে চিঞৰি চিঞৰি গালি পাৰিলে—চালা, তাই বিযাৰ এমাহৰ পিছৰ পৰাই মোক ভাডাঘৰ ল'বলৈ উচটাই আছে, তাই বেলেগে থাকে বোলে। মাকৰ ঘৰতে এইবোৰ শিকি আহিছে-গতিকে তাই ক'ত ক'ব নৃপতিৰ বাবে টকা লাগে বুলি। নৃপেনে মুকলিকৈযে ক'লে—গোটেইখিনি টকাকে মযেই দিব পাৰিলোহেঁতেন কিন্তু এই মাহত মই ডেৰলাখমান টকা ঘূৰাই দিবলগীযা হ'ল। তিনিটা চাকৰিৰ বাবে দুবছৰমান আগতেই সিটো গৰমেণ্ট থাকোঁতেই তিনিটাৰ পৰা লোৱা আছিল। এতিয়া সিহঁতে দাবী কৰি ঘূৰাই নিলে। নিদিযা হ'লে মাৰিবলৈকে লৈছিল। লগত তিনিটা ছালফা লৈ আহিছিল।

ৰুমাই কান্দি আছে বহি বহি। বাহিৰত তাইক চাৰিওটাই সমানে গালি পাৰিছে। মৃদুতৃষ্ণাই মাজে মাজে কাট মাৰিছে। ঠিক তাৰ পাছতে পাছফালৰ দুৱাৰেদি হাতত সাৰে ভৰিত সাৰে ঈশাভা আহি তাইৰ কাণৰ কাষত ফুচফুচাই ক'লে, "তুমি বৌ কিছুদিনৰ কাৰণে ঘৰলৈকে যোৱা। আজি আবেলি সোণাপুৰৰ খুৰাৰ শহুৰেকৰ ঘৰত বাকীবোৰ বিযা খাবলৈ যাব। দেউতা আৰু মই নাযাওঁ। বোধহয তোমাকো লগ নলয। লগ ল'লে গা বেযা বুলি নাযাবা। সিহঁত যোৱাৰ পিছত টেক্সী এখন লৈ ঘৰলৈ যাবাগৈ। এতিয়া যোৱা উঠা। স্বাভাৱিকভাৱে কামত লাগাগৈ।" ঈশাভাৰ কথাকেইটাই যেন শাওণমহীযা পথাৰত কাম কৰা মানুহ এটাৰ গাতহে একলহ চেঁচা পানী ঢালি দিলে—ৰুমাৰ তেনে লাগিল। চকু মুখ মোহাৰি তাই বহাৰ পৰা উঠিল।

—নাই, তাইক যেনে তেনে এবাৰ ঘৰলৈ আনিব লাগিব। ছোৱালীজনী ইমান নৰক যন্ত্ৰণাত পৰিব বুলি ভবা নাছিলো। জ্ঞান বিশ্বাসত একো দেখোন পাপ

কৰা নাই। লোকক একো অপকাৰ কৰা নাই। অথচ ঈশ্বৰে বুলি যাদৱ ডেকাই কথা ক'ব নোৱাৰিলে।

—ময়ো তাকে ভাবিছো, তাইক লৈযেই অহা যাওক। মাই কি কোঁৱা?

—মইতো কেতিযাবাৰে পৰা কৈ আছো। ইমানকেইটা মানুহে খাব পাৰিছো যেতিয়া তায়ো খাব পাৰিব। যেনিবা তাই— বুলি মাকে জিভা সংযত কৰিলে বাবে 'যেনিবা তাই বিধৱাই হ'ল' বুলি ক'ব খোজা বাক্যটো সম্পূৰ্ণ নকৰিলে।

—নাই, তাইক এইবাৰ আনিব পাৰিলে আৰু পঠোৱাত নাই—বিবেকে জোৰ দি ক'লে, নে তই কি কৱ বিভূদা?

—ময়ো তাকে বহুত দিনৰ আগৰে পৰায়েই কৈ আছো। বিভূতিয়ে ক'লে। জয়াই একো কোৱা নাই। কাৰণ ঠিকে ঠাকে থাকিলে ডাক্তৰে দিয়া তাৰিখ সঠিক হ'লে দুমাহৰ পিছত তাই মা হ'ব। ঘৰখনলৈ এটি শিশু আহিব। ছোৱালীৰ আজিকালি নিৰ্যাতন দেখি দেখি জয়াই মনতে ভাবিছে যেন সন্তানটো ল'ৰা হয।

## । আঠ।

সন্ধ্যা ছাৰে ছয বজা মানত ৰুমা অট'ৰিক্সা এখনত আহি ঘৰ পোৱাৰ পিছতেই পৰিযালটোত সকলোৱেই যেন শক নোহোৱাকৈযেহে কান্দিবলৈ ধৰিলে। বিশেষকৈ ভাৰালৈ অনা অট'খনৰ ভাৰাৰ পইচাকেইটাও যেতিযা অপৰাজিতেহে দিবলগীযা হ'ল তেতিযাই ৰুমাৰ ঘৰখনে আৰু এটা কথাত দৃঢ হ'ল যে ৰুমাৰ হাতত টকা এটাও নাই অথচ বিযাৰ দিনা উপহাৰ হিচাপে আপোন মানুহে দিয়া নগদ টকা আৰু ঘৰৰ পৰা বেলেগে তাইৰ হাতত দিযা টকা মুঠ কুৰি হেজাৰ দুশ আছিল। ঘৰ পাযেই প্ৰথমে ৰুমাই মাকৰ বুকুত সোমাই হুকহুককৈ কান্দিবলৈ ধৰিলে। ওচৰতে নিঃসহায বাপেকটো বৈ তাইৰ মূৰত কান্দি থকা শিশুৰ মূৰত হাত ফুৰাই দিয়াৰ দৰে মোহাৰিবলৈ ধৰিলে। ৰুমাই কান্দি থকা কোঠাটোতে আটাইবোৰ জুম বান্ধিলে। তাই কান্দি কান্দি যোৱা ছমাহে পোৱা তাইৰ অত্যাচাৰৰ কথা ক'বলৈ ধৰিলে। তাৰ মাজতো কাম কৰা ছোৱালী চিলিৰ লগত থকা নৃপেনৰ গোপন যৌন সম্পৰ্কৰ কথা, নৃপেনৰ ব্ৰীফকেছত পোৱা ছোৱালীৰ লগত উঠা যুগ্ম ফটোৰ কথা কিন্তু কোৱা নাছিল। তাই কোৱা নাছিল যে তাইক আঁতৰাব পাৰিলেই মনৰ মতন ছোৱালী এজনী নৃপেনলৈ বিয়া কৰাই অনাৰ কথা

মাক-বায়েকে আলোচনা কৰা তাই নিজেই কেবাদিনো শুনাৰ কথা। অৱশ্যে দেওৰেক নৃপতিয়ে যে মদৰ জালত তাইক কেবাদিনো অশালীন ব্যবহাৰ কৰিছে সেই কথা কিন্তু ক'লে।

তাই কান্দি কান্দি কথাবোৰ কৈ থাকোঁতেই বিবেক আৰু বিভূতিও সোমালহি। সিহঁত দুটাই সম্পূৰ্ণ বিৱৰণ আগৰে পৰা শুনিবলৈ নাপালে যদিও যিখিনি কাণত পৰিল তাতে দাঁত মুখ কামুৰি বিবেকে বাৰে বাৰে টেলিফোনটোৰ ওচৰলৈ গৈছিল যদিও জযাই আঁতৰাই আনিছিল। বিভূতিয়ে খং আৰু বেজাৰত ফটককৈ কৈ দিব খোজা বাক্যটোৰ ডিঙিত ধৰিহে যেন নোকোৱাকৈ ৰখাই দিলে। সি ক'ব খুজিছিল যে ভাল হৈছে, ঘৰৰ ইমান অমতত তাৰ লগত বিয়া হৈছিলি নহয় পাইছ এতিয়া সুখটো। নক'লে। ৰুমাই পানী এঢোকো খাব পৰা নাই কেৱল কান্দিছে আৰু কৈছে। নৃপেনে জুৱাত যিদিনাই বেছিকৈ হাৰে সেইদিনাই তাইৰ ওপৰত বেছি অত্যাচাৰ কৰে আৰু টকা বিচাৰি তাইক ঘৰলৈ ফোন কৰিবলৈ কয়। তাই ঘৰত কান্দি কান্দি চুবুৰীয়াৰ পৰা জনা ঘটনাটোও ক'লে। গণেশ মন্দিৰত পূজা দিবলৈ যাওঁতে এগৰাকী মানুহৰ লগত তাইৰ চিনাকি হৈছিল। মানুহজনী সিহঁতৰ চুবুৰীৰে তাই চাৰিমাহৰ মূৰত সেইদিনাহে গম পালে। মৰমীয়াল মানুহজনীয়ে তাইৰ মূৰে গাযে হাত ফুৰাই বৰ লক্ষ্মী ছোৱালী বুলি মৰম কৰিলে। তাৰ কেইদিনমানৰ পিছত আকৌ গণেশ মন্দিৰত লগ পাই তাইৰ নাকৰ আগত পোৰা দাগ এটা দেখি সুধিলে, কেনেকৈ পুৰিলে বুলি। ৰুমাইনো কেনেকৈ কয় যে মাতাল গিৰিয়েকে তাইক হেঁচা মাৰি নাকৰ আগত জ্বলা চিগাৰেটটো লগাই পুৰিছিল বুলি। তথাপি মানুহজনীয়ে কিবা অনুমান কৰি ক'লে যে দুবছৰমানৰ আগেযে সেইখন ঘৰৰপৰা অন নামৰ কাম কৰা গাভৰু ছোৱালী এজনী নিখোজ হ'ল। বহুতে কয় ভায়েকে শিলিগুৰিত বেচিলেগৈ, বহুতে কয় গৰ্ভধাৰণ কৰিছিল বাবে নাৰ্ছিং হোমত সাতমহীয়া গুচাওঁতে মৰিল আৰু শটো নদীত পেলাই দিলে, আন বহুতে কয় বোলে তাইক তেওঁলোকে নিজেই মাৰি ক'ৰবাত পুতি থ'লে। ৰঙিয়াৰ ফালৰ কোনোবা গাঁৱৰ মাক বাপেকহালে যে চোতালত কিমান হিয়া ভুকুৱাই ভুকুৱাই কান্দিলে আৰু কি ক'বা—শিলৰ মূৰ্তিৰো চকুপানী ওলাব। দুবাৰমান পুলিচ আহিল যদিও টকা খুৱালে। কাকো গ্ৰেপ্তাৰ নকৰিলে।

সেইদিনা ৰাতি সোধো নোসোধোকৈ ৰুমাই নৃপেনক ঘটনাটোৰ কথা সুধিলেহে সি খাওঁ খাওঁ মূৰ্তি ধৰিলে। কোনে কৈছিল বুলি বাৰে বাৰে সুধিলতো তাই উত্তৰ নিদিয়াত বগৰাই বগৰাই পিটিলে, ঘুচিয়ালে। আৰু সেইদিনাৰে পৰা

গণেশ মন্দিৰলৈ যোৱা বন্ধ কৰি দিলে। তাই কান্দি কান্দি কথাবোৰ অনৰ্গল কৈ থাকোঁতেই বিবেকে ক'লে,"বচ্ বচ্ বন্ধ কৰ। তই নক'লেও আমি জানো। এতিয়া খাই-বৈ শুই থাক। তই আৰু সেইখন ঘৰলৈ যাব নালাগে। আৰু তোক নপঠাওঁ।

মই আৰু তালৈ নাযাওঁ।

—নালাগে নালাগে।

—তইনো ইমানবোৰ কথা ইমানদিনে কোৱা নাছিলি কিয়? আগতে কোৱা হ'লে ইমান কষ্ট খাব নালাগে নহয়। অপৰাজিতে ক'লে।

তোমালোকে কষ্ট পোৱা বুলি মা-দেউতাই কষ্ট পায় বুলি। ঠিক তেনেতে ফোনটো বাজিবলৈ ধৰিলে। বেৰৰ ঘড়ীটোৱে চালে ছাৰে দহ। ফোনটোৰ ওচৰলৈ বিবেক বিভূতি চোঁ মাৰি গৈছিল যদিও বাটতে অপৰাজিতে বাধা দি নিজে গ'ল। কাৰণ ধৈৰ্যচ্যুত হৈ সিহঁত দুটাই যি টি ক'ব বুলি অপৰাজিতে ধৰি লৈছিল।

ফোনটো লৈ অপৰাজিতে হেল্ল' বুলি ক'বলৈহে পালে সিফালে ঘৰখনৰ যেন আটাইকেউটাই একলগেহে সমস্বৰে কোৱা বচনৰ দৰে ক'বলৈ ধৰিলে। তেওঁলোকে যে ইমান ডাঙৰকৈ কৈছিল অপৰাজিতে কাণখনৰ পৰা ৰিচিভাৰটো চাৰি আঙুলমান আঁতৰাই ল'লে আৰু ঘৰৰ সকলোৱেই স্পষ্টকৈ শুনিলে। আপোনালোকৰ ছোৱালী পলাই গ'ল। ইমান ডাংকাটি বোৱাৰী আমাৰ বংশতেই নাই। বিয়াৰ পৰা তাই গোটেই ঘৰখন জ্বলাই মাৰিলে। আমি নাথাকোঁতে পলাল। এই মাত্ৰ আমি ঘৰ সোমায়েই গম পাইছো বোলে তেওঁ পলাল। আগতে কাৰোবাৰ লগত লেটিপেটি আছিল যদি ক'ব লাগিছিল এই নিৰীহ ল'ৰাটোৰ মূৰ খাব নাপায নহয়। ইমান দন্দুৰী, ইমান অসভ্য, ইমান মদগৰ্বী, বদমাইচ ছোৱালী দেখা নাই। আমাৰো তিনিজনী ছোৱালী আছে। তাই পলাই যাওঁতে সোণৰ অলঙ্কাৰবোৰ লৈ গৈছে। সেই বোৱাৰী আৰু আমাক নালাগে। চৌবিশ ঘণ্টাৰ মূৰত আমাৰ বিয়াৰ খৰচ দুই লাখ টকা দি দিব। নহ'লে কাইলৈ আমি পুলিচত দিম। আজিয়েই দিলোহেঁতেন কিন্তু মান-সন্মান থকা ঘৰ আমাৰ—পুলিচ আহিলে লাজ লাগিব বাবে সময় দিলো বুলি আৰু কিবা ক'ব খোজোতেই সি ৰিচিভাৰটো ঠেকেচা মাৰি থৈ দিলে। অপৰাজিতে খঙত কঁপিবলৈ ধৰিলে। ৰুমাই পুনৰ কান্দিবলৈ ধৰিলে। বিবেকে ক'লে, "চালা এতিয়াই ঘৰতে এখুন্দা দি আহো ব'ল বিভূতি বুলি উঠোতেই জয়াই আগচি ধৰিলে।" যাদব ডেকাই ক'লে, "বিপদত মানুহে ধৈৰ্যহে ধৰিব লাগে। সেইবোৰ কৰিলে বিপদ বাঢ়িবহে।

ৰহচোন মই তাইৰ শহুৰেকৰ লগত কথা পাতো। মানুহটো ভাল বুলি কোৱাৰ লগে লগেই ৰুমাই কান্দি থকাৰ পৰাই ক'লে,"সেইজন মানুহ আৰু ঈশাভা নথকা হ'লে সিহঁতে মোক কেতিযাবাই মাৰি পেলালেহেঁতেন। আটাইতকৈ বদ্‌জাত এই খেদাখোৱা বৃন্দা যখিনীজনী।

—সেয়া তায়ো কৈছে শহুৰেক মানুহটো ভাল বুলি। ময়ো পাইছো মানুহটো ঠাণ্ডা আৰু অহা কাইলৈ মই ফোনতে তেওঁক মাতি কথাটো আলোচনা কৰো।

—আলোচনা কৰিবলৈ কিটো আছে। যি বুজিছো সেইটো এটা কাপুৰুষ বুঢ়া, কাৰোৰে ওপৰতেকোনো কথা ৰজাব নোৱাৰে। বিবেকে ক'লে।

—ৰুমাক নপঠালেই হ'ল। পুলিচত দিব। দিয়ক। পলিটিক্স কৰে, কৰক বুলি বিভূতিয়ে ক'লত মাকে মুখতে ধৰি ক'লে, "ৰহচোন ইমান বলিযা নহ'বি। উলিয়াই দিয়া ছোৱালী এজনীৰ কথা। বহুত জঞ্জাল আছে। আইন কানুনৰ কথা আছে।"কোনেও একো নক'লে যদিও মনে মনে কিন্তু বিবেক আৰু ক্ষান্ত নহ'ল।

ক'বলৈ গ'লে ৰাতিটো কাৰোৰে টোপনি নাহিল। যাদৱ ডেকাই কেবাবাৰো বাহিৰলৈ উঠি বাৰাণ্ডাত বহিছে। মহৰ কামোৰত বহিব নোৱাৰি ভিতৰলৈ আহিছে। তেওঁৰ মূৰটোৰ ভিতৰত সাম্ভাব্য বিপদ কিছুমানে যেন এখন ঘূৰণীযা মেজমেল পাতি বহিছে। এইটো কৰিলে সেইটো হ'ব। সেইটো কৰিলে এইটো হ'ব। ছোৱালীজনীয়ে যিবোৰ কথা ক'লে পঠাযো দিব নোৱাৰি। নপঠালেও পুলিচ-তুলিচ, মামলা মকৰ্দমা, বদনাম নানান বিপদ। তাই শুদা মানুহজনী আহোঁতেও সেয়া কৈ দিলে বোলে জোৰোণত দিযা সোণৰ মালখিনি লৈ আহিছে। অথচ ডিঙিযে কাণে ঘৰৰ পৰা দিযা অলঙ্কাৰ কেপদো নাই। ডিঙিত মিহি চেইন এডাল আৰু কাণত দুল এযোৰ। কিন্তু তাইক পঠাই দিলেও যাদৱ ডেকাই ভাবিব নোৱাৰিলে। এই কিছুদিন ধৰি মানুহটোৱে বাতৰি কাকতত পঢ়া খবৰবোৰেৰে নিজৰ মনতেই নিজেই আৰক্ষী থানা এখন পাতি লোৱাৰ নিচিনা হৈছে। যেন তাত আহি সংসাৰৰ নিৰ্যাতিতা বোৱাৰীবোৰে গোচৰ তৰিছেহি স্বামী-শাহুৰ পৰিযালৰ বিৰুদ্ধে। মানুহটো পেপুৱা লাগি আছে। লাইটৰ পোহৰতেই ছোৱালীজনীৰ গাল মুখত কেবাটাও ক'লা দাগ দেখা পাইছে। কমখন অত্যাচাৰ কৰা নাই। ইমান ধুনীয়া চৰিত্ৰৱতী ছোৱালী এজনীৰ ওপৰত কিহৰ বাবে ইমান অত্যাচাৰ। তেওঁলোকো মানুহহে। শিক্ষকৰ চাকৰি হিচাপে তেওঁ নিজৰ ল'ৰা-ছোৱালী কেইটিক একো বিশেষ সম্পত্তি দিব পৰা নাই যদিও স্বভাৱ চৰিত্ৰ আৰু মানুহৰ প্ৰতি থাকিবলগীয়া আচাৰ-বিচাৰত সমৃদ্ধ কৰি থৈছে। আজিৰ দিনতো তেওঁৰ

ল'ৰা-ছোৱালীৰ ওপৰত কোনেও আঙুলি টোঁৱাব পৰা নাই।

পুৱা দিনৰ পোহৰতহে দেখা গ'ল যে ৰুমাৰ গাৰ ওলাই থকা অংশৰ য'তে ত'তে ক'লা ক'লা, গোল গোল, বৰকেৰেলুৱাটোমান দাগ। কথাটো সকলোৱেই দেখিছে যদিও কোনেও মুখ খুলি শব্দ কৰি কোৱা নাই। সাধাৰণতে ঘৰত থাকোঁতে ৰুমা আগতে ছটা বজাৰ আগেয়ে বিছনাৰ পৰা নুঠে। কিন্তু আজি ছাৰে চাৰি বজাতে উঠিল। মাকে তাইক দেখি ভয় খাইছে বিবেকলৈহে। সি চিধাই তাইক প্ৰশ্ন কৰিব এইবোৰ তোৰ গাত কিহৰ দাগ। টেলিফোনটো বাজিল। যাদব ডেকাই ৰিচিভাৰটো দাঙি কাণত লগাই 'হেল্লো' বুলি ক'লে। ৰুমা, জয়া, অপৰাজিত আৰু মেনকা থুপ খালেহি।

"অ' কওক, মই আপোনালৈ ফোন কৰাৰ কথা আছিলহে কওক। নাই নাই আপুনি তেনেকৈ নক'ব কৈছে কৈছে তাই আপোনাৰ আৰু সৰু ছোৱালীজনীৰ কথা কৈছে হয় হয় আহকচোন অলপ কথা পাতো আহক দুপৰীয়াই আহক ভাল বাৰু হয় হয় থৈছো।" মানুহজন কিমান ভাল দেখিলানে? কালিৰ ঘটনাটোৰ বাবে তেওঁহে ক্ষমা খুজিছে। বৰ অসহায় বোলে। আজি দুপৰীয়া আহিব বুলি কৈছে। ছিৰিযাছ মৰিবলগীযা বেমাৰী চোৱাৰ পিছত যদি ডাক্তৰে এনেয়েও বোলে চাওকচোন কি কৰিব পাৰো বুলি তেতিয়া আপোন মানুহবোৰৰ মনত যেনেকৈ খীণকৈ হ'লেও আশা এটাই দোলা দি যায় ঠিক তেনেকৈ ৰুমাৰ শহুৰেকৰ ফোনত কোৱা কথাকেইটাৰ পিছতো পৰিয়ালটোৰ তেনে এটা জান-নাজান আশাৰ ভাব এটাই খেলা কৰি গ'ল। ৰুমাই শহুৰেকৰ গুণ গাবলৈ ধৰিলে। শাহুৰেকজনীযে যে মানুহটোক গিৰিয়েক বুলি অকণো গুৰুত্বকে নিদিযে তাকো ক'লে।

যাদব ডেকাই ঘনে ঘনে বাৰাণ্ডাৰ পৰা গেটৰ ফালে চাবলৈ ধৰিলে। আজি দুদিনমান হকাৰ ল'ৰাটোৱে কাকত দুখন দলিযাই পেলোৱা নাই। মানুহজনে নাজানে যে পুৱাই কাকতখন লৈ হুলস্থূল কৰি থাকে বাবে অপৰাজিতে কাগজৰ দোকানত কৈ দিছে হকাৰৰ হাতত কাগজ নিদিবলৈ। দোকানত সি কৈ দিছে, "আমাৰ কাগজ হকাৰৰ হাতত দিব নালাগে—মই বা কোনোবাই দোকানৰ পৰা নিজেই লৈ যাম। দোকানীয়ে কিয় বুলি সুধিলত বাহিৰত মানুহ নাথাকিলে সাউৎকৈ কোনোবাই লৈ যায় বুলি কৈছে। ঘৰত বাপেকক হকাৰ ল'ৰাটোৰ মেলেৰিয়া হৈছে বাবে কিছুদিন কাগজ দিব নোৱাৰে বুলি কৈছে। অপৰাজিতে কোনোবা এটা সময়ত নিজেই দোকানলৈ গৈ কাগজ দুখন ওপৰে ওপৰে চাই

যৌতুকৰ কোনো দুৰ্ঘটনাৰ খবৰ নাথাকিলেহে আনে। নিৰ্দিষ্ট কাকত দুখনত তেনেকুৱা খবৰ থাকিলে অপৰাজিতে চাই চাই সেই দুখনৰ বদলি অন্য দুখন কাকত আনি ঘৰত বাপেকক কয়, "আজি কাকত দোকানলৈ অহাই নাই। কাগজ পঢ়িবলৈ নাপালে আপোনাৰ মূৰটো টিংটিঙায় বাবে তাৰ সলনি এই দুখনকে লৈ আহিলো।" মানুহজনে মনোযোগেৰে পঢ়ে। কিন্তু পুৱাই তেওঁ গেটৰ মুখলৈ চাই থাকে ঘনে ঘনে। অপৰাজিতে ভয় খায় কিজানিবা সেই ৰবীন নামৰ হকাৰ ল'ৰাটোক দেখে!

বহুত বছৰৰ মূৰতহে যেন টান নৰীয়াৰ পৰা বাহি হাস্পতালৰ পৰা ঘৰলৈ আহি বা বহুত বছৰ অযথা দোষত জেইল খাটিহে ঘৰলৈআহি ৰুমাই হাঁহিছে। তাইৰ আজি মনটো মুকলি। কিমান সৰল, ছোৱালীজনী। জঁয়াই ভাবিলে। ইমান কষ্ট পোৱাৰ পিছতো আৰু সম্ভাব্য কষ্টই খাপ লৈ থকাৰ মুহূৰ্ততো তাই হাঁহিছে। নবৌৱেকক হ'বলগীয়া কেঁচুৱাটোৰ বাবে জোকাইছে। জযাযো তাইকো জোকাব বুলি ভাবি থমকি ৰৈছে। ইমান ধুনীয়া চালে চাই থাকিব পৰা চেহেৰাৰ ছোৱালীজনীৰ এয়া কি ৰূপ! চকুৰ গুৰি কাজল সনাৰ দৰে ক'লা পৰা। মুখৰ হনুও ওলাইছে। গাৰ পকা কলৰ ৰংটো মোলান পৰিল দৰব দি পকোৱা কলৰ দুদিনৰ পিছৰ দৰে হৈছে। কোনেও একো সিদ্ধান্ত নকৰাকৈ বিবেক-বিভূতিও আজি পুৱাই ওলাই যোৱা নাই। আচলতে সিহঁতেও ভয় খাইছে। দুমাহমান আগৰ দেওবাৰৰ ঘটনাটোলৈ মনত পৰিছে সিহঁতৰ। সেইবাৰ নবৌৱেকে কৈ মেলিয়েই দুদিনৰ বাবে ৰুমাক ঘৰলৈ আনিছিল। বহুত কথা লুকাই কিছুমান অত্যাচাৰৰ কথা কওঁতেই বিবেকহঁত খঙত জাঙুল খাই উঠিছিল। ছোৱালীজনীক অত্যাচাৰ কৰিবলৈকে বিয়া কৰাইছিল নেকি সিহঁতে? ৰুমাই আৰু দুদিন বেছিকৈ থাকিবলৈ বিচাৰিলে। মাকেহে তাৰিখ মতে যাবলৈ ক'লত বিবেকহঁতেই জোৰ কৰি ৰাখিলে। চতুৰ্থদিনা সন্ধ্যা নৃপেনে লগত দুটা লৈ আহি ঘৰখনত তাণ্ডৱৰ সৃষ্টি কৰিলে। সকলোৰে আগত ৰুমাক তযা-হুয়া কৰি কদৰ্থনা কৰিবলৈ ধৰিলে, গালি-গালাজ দিবলৈ ধৰিলে। বিবেকে খেদা মাৰি আহি ক'লে, "ক'ত তুমি গুণ্ডামি কৰিবলৈ আহিছা?" কাৰ ঘৰত অসভ্যালি কৰিবলৈ আহিছা? পিঠি ফাল ফাল কৰি দিম চিনি পোৱা নাই। ক'বলৈহে পালে নৃপেনে গৰ্জন কৰিবলৈ ধৰিলে। ক'লে, "মই মানুহ মাৰি থৈছো জান। চম্পত হৈ যাবি গমেই নাপাবি।" ভাগ্যে নবৌৱেক আৰু লগত অহা দুটা নথকা হ'লে সেইদিনাই বিবেকৰ ভাবাত হেস্ত-নেস্ত কিবা এটা হৈয়েই গ'লহেঁতেন। ফোঁ ফোঁৱাই বিবেক ওলাই গ'ল।

তাৰ দোকানৰ মুখতে ধৰাৰ আঁচনি কৰি লগৰ কেইটামানক সাজু কৰি থৈছিল। কিন্তু মাক আৰু নবৌয়েকে ৰুমাক বঢ়াই-বুজাই ঠাণ্ডা কৰাৰ দৰে নৃপেনকো বুজাবলৈ ধৰিলে। মুখত মদৰ গোন্ধ থকা নৃপেনে কি বুজিলে কি নুবুজিলে জনা নগ'ল যদিও ঠাণ্ডা হৈ বহিল। বোধহয় বিবেকৰ কথাই তাৰ নিচা ফালি দিলে।

অৱশেষত নৃপেনৰ গাড়ীতে ৰুমাক পঠাই দিলে। পিছে কান্দি কান্দি ৰুমা যোৱাৰ পিছতেই জয়া আৰু মাকেও কান্দিছিল। যাদৱ ডেকাই বাৰাণ্ডাত বহি ৰুমালেৰে মাজে মাজে চকু মোহাৰিছিল।

আজিও বিবেকেই নহয় ঘৰৰ সকলোৱে তেনে এটা ভয়াবহ পৰিস্থিতিলৈকে ভয় খাই আছে। সেযেহে কোনেও কথাটো আলচ নাই কৰা যদিও বিবেকে দোকানৰ চাবিটো ছেলচ্‌মেন ল'ৰা হাফিজৰ হাতত দি যোৱাত দেৰী হ'ব বুলি কৈ পঠালে। বিভূতিৰো অফিচ এটাত বিল এখনৰ তাগিদাত যাবলগীয়া আছিল যদিও ফোনতে জনাব বুলি ভাবি আছিল। বহুত দিনৰ মূৰত ৰুমা আহিছে তাইৰ ওচৰলৈ। ৰেবেকা ৰাংঢালী ছোৱালী। তাইৰ সামান্য ওখ হোৱা পেটটোলৈ আঙুলিয়াই তাই জোকাইছে। জয়াৰ বেয়া লাগিল সৰল এই ৰুমাই সিহঁতৰ লগত যেনেদৰে কথা পাতিছে যেন তাই সবাতোকৈ সুখী বোৱাৰী। যাদৱ ডেকাই গভীৰভাৱে আশা কৰি আছে বলোৰাম সাউদ আহিব। কথাটোৰ এটা মীমাংসা কৰিব পৰা হ'ব। মানুহজন সাধু আৰু তেওঁৰ দৰেই অৱসৰপ্ৰাপ্ত শিক্ষক।

বাট চাই থাকোঁতেই গেট খুলি কফি ৰঙৰ মাৰুতী গাড়ীখন সোমাই আহিল। গাড়ীখন দেখিয়েই ৰুমাৰ মেলেৰিয়া জ্বৰীযাৰ দৰে কঁপনি উঠিল। তাই সকলোকে শুনাই কৈ গ'ল—মই কিন্তু আৰু তালৈ নাযাওঁ বুলি তাই নবৌয়েকৰ বিছনাত বাগৰ দি পৰিলগৈ।

গাড়ীৰ পৰা হাঁহি হাঁহি নামি আহিল বলোৰাম সাউদ, তেওঁৰ পৰিবাৰ, নৃপেন আৰু ঈশাভা। বাকীবোৰৰ অবাক হোৱাৰ পাল। গাড়ীৰপৰা নামিয়েই বাৰাণ্ডাত ভৰি থৈয়েই ৰুমাৰ শাহুৱেকে "বিয়েনী ক'ত আছে বুলি পাকঘৰত ৰুমাৰ মাকৰ ওচৰ পালেগৈ। যাদৱ ডেকা আৰু বলোৰাম সাউদ বাহিৰতে বহিল। নৃপেনে নবৌ নবৌ বুলি জয়াক বিচাৰিলে। ঈশাভাই নবৌয়েকক বিচাৰি ভিতৰ সোমাল। ঘৰখন আচৰিত হ'ল এনেদৰে ফেঁটীসাপ এটা আছে বুলি টেকেলীটোত হাত সুমাবলৈ ভয় কৰি থকাৰ মূৰত টেকেলীটোৰ পৰা ওলাই আহিল এটা মস্তহাল ভাতৰ মাগুৰ মাছহে।

—বিয়েনী পিছে তাত কিহেৰে খুৱাব বুলি ৰুমাৰ শাহুৱেকে ড্ৰয়িং ৰুমৰ

পৰা ৰিং মাৰি কওঁতেই ৰুমা ওলাই অহা দেখি শাহুৱেকে কোনো প্ৰস্তাৱ নকৰি পোনে পোনেই ক'লে, "কিবা কথাত চুপতা চুপতি লাগিলে বুলিয়েই তুমিনো উচাট মাৰি আমি নাথাকোঁতেই ওলাই গুচি আহিব লাগেনে? জীয়ৰী থাকোঁতেও তোমাৰ মাই জানো কিবা কথাত দাবি-ধমক দিয়া নাছিল। মই জানো তোমাৰ এজনী মা নহয়।" ৰুমা মুধাচফুট দিলে। যোৱা ছমাহে এইটো ৰূপ তাই শাহুৱেকৰ নেদেখিলে। এইটো কি নতুন কৌশল! কিন্তু লগত শহুৰেক আৰু ঈশাভাও আহিছে বাবে তাই পিছত ভাবি ল'লে যে নিশ্চয় তেওঁলোকে ঘৰখনক বুজালে। তথাপিতো তাইৰ সন্দেহ হ'ল।

হাঁহি মাতি বিয়াৰ আগতে খোৱাদি দুপৰীয়া ভাত-পানী খাই জিৰাই শঁতাই চাহ খাই তেওঁলোক যাবলৈ ওলাল। নৃপেনে বিয়াৰ আগত তামাচা কৰাৰ দৰে ৰুমাক সকলোৰে আগতে তামাচা কৰিলে। ৰুমাই কিন্তু একোকে ধৰিব নোৱাৰিলে। শাহুৱেক আৰু গিৰিয়েকৰ মুখত হাঁহি-তামাচা দেখি ফণা তোলা ফেটী সাপৰ মুখৰ হাঁহি যেনহে লাগিল মনে মনে। তাই দোধোৰ-মোধোৰত পৰিল। নিৰলে নবৌৱেকে আৰু মাকে বুজালে যে মানুহৰ বিবেক আছে। সেযেহে মানুহ সলনি হৈ যাব পাৰে। পেটত ৰোষ থকা মানুহে কেতিয়াও হঠাতে এনেদৰে ব্যৱহাৰ কৰিব নোৱাৰে। বিবেক আৰু বিভূতিয়েও ৰুমাক পাছফালৰ টিউৱেলটোৰ ওচৰত অকলে বুজালে বোলে তই যা। সিহঁতে আচলতে ভযো খাব পাৰে বা সলনিও হ'ব পাৰে। আমি তোৰ প্ৰতিদিনেই খবৰ লৈ থাকিম। ওচৰতে মৃগাঙ্ক আছে তাক চোৰাংচোৱাগিৰি কৰিবলৈ লগাম। তই টেলিফোন কৰিব নালাগে— "আমি ফোন কৰিম। কিবা গোপন কথা থাকিলে দুৱাৰমুখত থকা মৃগাঙ্কৰ পি চি অ'ৰ পৰা কৰি দিবি। তই চিন্তাই নকৰিবি এইবাৰ যদি তোক সিহঁতে কিবা কষ্ট দিয়ে পুলিচ লৈ গৈ লৈ আহিম।" জযাযো ক'লে, যোৱা। লগত শহুৰ আৰু ঈশাভাও আহিছে যেতিয়া—মই ভবাত সিহঁতে কোনো ষড়যন্ত্ৰ কৰা নাই। ষড়যন্ত্ৰ কৰা হ'লে তেখেতসকল নাহে। দৰকাৰ হ'লে এইবাৰ আমি পুলিচ লগাই তোমাক লৈ আহিম। বিয়া দিয়া ছোৱালীৰ সেইখনেই আচল ঘৰ।

সন্ধ্যা ছাৰে ছয় বজাত ৰুমাহঁত গ'ল। বৰ খুচি মনেৰে সাত বজাত ফোন কৰিলে।

# শেষ অধ্যায়

সাঁচাকৈয়ে লগত পুলিচ লৈযেই গ'ল বিবেকহঁত।

সন্ধ্যা ছাৰে পাঁচ বজাত কেবাবাৰো ৰিং হৈ থকা ফোনটো ভয়ে ভয়ে জযাই ধৰি কাণত লগাই কথা শুনি থাকোঁতেই আপোনা-আপুনি হাতৰ পৰা ফোনটোও তললৈ ওলমি আৰু মানুহজনীও ঠাইতে পোৱা চকীখনত বহি পৰিল।

সেইবাৰ শাহুৰেক আৰু শহুৰেকে নিজে আহি লৈ যোৱা চাৰি মাহ হ'ল। তাৰ পিছত দুদিনমানৰ পিছত এদিন মৃগাঙ্কই বিবেকক ক'লেহি কালি ৰাতি খুব চিঞৰ-বাখৰ শুনিছিল বুলি মৃগাঙ্কক কৈছিল। বিবেকে লগে লগে ফোন কৰি ৰুমাকে পালে। তাই ঠিকেই আছে বুলি বৰ সেমেকা মাতেৰে ক'লে। বিবেকে বাৰে বাৰে সোধোতেও সেই একেটা কথাকে ক'লে। ওপৰাউপৰিকৈ এনেকুৱা বহুত কথা শুনি আছিল যদিও মাজে মাজে বিবেকহঁতো গৈ মেলি আছিল অকলে পোৱা নাছিল। অৱশ্যে ককাযেক এটাকো ৰুমাৰ শাহু-জেশাহু আৰু গিৰিযেক দেওৰেকে বৰ ভাল ব্যৱহাৰ কৰা নাছিল বাবে যি হয় হওক ভাবত সিহঁতো যাবলৈ এৰিলে। মাজে মাজে টকাৰ তাগিদা দিয়া ফোনবোৰ আহিবলৈ ধৰিলে।

—কি হ'ল? কি হ'ল জযা? ফোনত কোনে কি ক'লে? কি ক'লে বুলি মেনকাই বোৱাৰীয়েকক বাহুত ধৰি জোকাৰি দিলত জযাই মাত্ৰ এটা কথাই ক'লে বোলে পুৱাৰে পৰা ৰুমা ঘৰত নাই।

—ঘৰত নাই—বুলি মেনকাও ঠাইতে মূৰত হাত দি বহি দিলে।

সন্ধ্যা ছয় বজাত বিবেক, অপৰাজিত, বিভূতি আৰু সিহঁতৰ লগৰ ল'ৰা কেইটামানে থানালৈ যাবলৈ সাজু হওঁতেই আকৌ ফোন আহিল বোলে ৰুমাৰ মৃতদেহ পুখুৰীত পোৱা গৈছে। পুখুৰীত। যিজনী ছোৱালীৰ কোঠাৰ লগত সংলগ্ন বাথৰুম আছে তাই বাৰীৰ চুকৰ মাছ জীউৱা সৰু পুখুৰীটোলৈ পুৱাই কি কাৰণত যাব। কিয় যাব।

চোতালত মাটিত ওপৰলৈ মুখ কৰি ৰুমাক পেলাই থোৱা হৈছিল। পুলিচে মানুহবোৰ আঁতৰাই পঠালে। নৃপেনে ৰুমাৰ মূৰৰ ফালে বহি শটোৰ মূৰতে বিচি আছিল। তেতিয়াও শাহুৰেক আৰু জেশাহুৰেক ঘৰত নাছিল বোলে অসমীয়া

চিনেমা এখন চলিছে বাবে বহুত দিনৰ মূৰত চাবলৈ গৈছে। এই বুলি ক'লে নৃপেনৰ ভাযেক নৃপতিয়ে। বাপেক আৰু ভনীযেক কালিযেই সোণাপুৰৰ বাযেকৰ ঘৰলৈ গ'ল আজি অহাৰ কথা। অৱশ্যে মাক বাযেক ককাযেক আৰু সিযেই যে বাপেক ভনীয়েকক এক প্ৰকাৰ জোৰকৈয়ে ভদ্ৰা বায়েকৰ ঘৰলৈ পঠাই দিলে, নকলে।

বিভূতি আৰু অপৰাজিত পৰি থকা আধা মেল খাই থকা চকুৰ কমাৰ কাষত লেপেটা কাটি বহিল। বিবেকে থিয় হৈ আছে যদিও খুটি থকা বৰশীৰ পুঙাৰ দৰে সি থৰে থৰে কঁপি আছিল। পুলিচে মানুহবোৰ আঁতৰাই দিলে শটোৰ ওচৰৰপৰা। কমাইঁতৰ ঘৰৰ আগতে ৰাস্তাটোৰ সিপাৰে থকা পি চি অ'ৰ মালিক বিবেকৰ লগৰ মৃগাঙ্কই বিবেকক বাহুত ধৰি তাৰপৰা উলিযাই লৈ গৈ সিহঁতৰ ঘৰত বহুৱালেগৈ। ৰছী টনা পুতলাৰ দৰে বিবেকে একোৱে নকৈ বা একোতে বিৰোধ নকৰি মৃগাঙ্কৰ লগত গৈ সিহঁতৰ ছোফাখনতে মূৰে কপালে হাত দি বহিল। তাৰ দুচকু স্থিৰ হৈ আছে মুখৰ আগত থকা টেবুলখনৰ ওপৰৰ ফুলদানীটোত। চকুৰীটোত অস্থিৰ হৈ পৰিছে। কাহানিও সেই মানুহ ঘৰলৈ নোযোৱা মানুহবোৰো মতাই মাইকীয়ে চোতাললৈ ঢাপলি মেলি গোট খাইছে। কোনোবাই গেছ লাইট তিনিটাও জ্বলাই লৈ গৈছে।

মৃগাঙ্কও বিবেকৰ ওচৰতে বহি আছে। মৃগাঙ্কৰ মাক ওলাই আহি বিবেকৰ নিচেই গাৰ কাষতে বহি তাৰ মূৰত হাত থৈ মানুহজনীযে নাটকৰ স্বগতোক্তি কৰাদি কৈ গ'ল।

ঃ আমি আগতে গম নাপালো। নহ'লে এইঘৰ মানুহলৈ ছোৱালী দিবলৈ নিদিলোহেঁতেন। মৃগাঙ্কক কৈছিলো। সিও কোলে তোমাক কৈছিল। তাই নামানিলে। তাইৰ ভাগ্যত আছিল এই বিপৰ্যয়। মই তাইক প্ৰথম লগ পাইছিলো গণেশ মন্দিৰত। ইমান মৰমলগা ছোৱালী। গণেশ মন্দিৰত তাইক কেবাবাৰো লগ পালো। আজি কিছুদিন ধৰি মানুহ ঘৰত ৰাতি চিঞৰ-বাথৰ লাগে। তাইক অত্যাচাৰ কৰে। আমি শুনো। কিন্তু কি কৰিবা দুৱাৰ-ঘৰ মাৰি চিঞৰ কাণত নপৰাৰ ব্যৱস্থা কৰো। কেইসাজ তাই নোখোৱাকৈ থাকে। শাহুৱেক জেশাহুৱেক বেছি দেখাঁলৈ ওলাই যোৱা যেন দেখিলেই মই তাইক ফোন কৰি আনি জোৰ-জবৰদস্তি বুজাই মেলি খুৱাওঁ। এদিন সেই লৈয়ো কাজিয়া। কেনেবাকৈ গম পালে চাকৰণীজনীৰপৰা। তাইক মৰিয়ালে। ঘৰত খাবলৈ নাই যে তই আমাৰ লগত বেয়া মানুহৰ ঘৰত ভাত খুজি খাইছগৈ। এইবোৰ চব বদজাত মানুহ। তই কিয়

তেনে মানুহৰ ঘৰত খাবিগৈ বুলি খুব মৰিযালে। মোৰ ইযাতেই কান্দোন আহিল। বাতিটো শুবই নোৱাৰিলো। তাৰ পিছৰপৰা মই তাইক মতা নাই। অৱশ্যে মই তাইক বাৰে বাৰে ঘৰলৈ গৈ ডাইভোৰ্ছ কৰাৰ ব্যৱস্থা কৰিবলৈ কৈছিলো। কি ক'বা কেতিয়াবা তাই ভিতৰৰ পৰা ওলাই আহি মাজ নিশাখন চোতালত বাগৰি বাগৰি কান্দে। বাৰাণ্ডাৰ লাইট নুমাই দি তাতে তাইক কোবায়। শহুৰেকটো ভাল মানুহ। মানুহজন ওলাই আহি বাধা দিলে গতিয়াই ভিতৰত সুমাই দিয়ে। সৰু ছোৱালীজনীও ভাল। তাই নবৌয়েকৰ কাৰণে বহুত দিন মাক-বায়েকৰপৰা মাৰ খাইছে। মই বাৰাণ্ডাৰ পৰাই দেখিছো নন্দেকে তাইক গবা মাৰি ধৰি নিজে মাৰ খাযো ভিতৰলৈ লৈ যায। মাজে মাজে তোমালোকৰ লগত তৰ্ক কৰাও দেখিছো। সিনো চৰকাৰী অফিচৰ কেৰাণী কৰি ইমান টকা ক'ত পায? মানুহে কোৱা মতে দালালী কৰে। যি চৰকাৰেই বহে, সেই চৰকাৰৰে সি দালাল হয়। তাৰ ভাযেকটোও কম বদ্‌মাচ নহয। সি বোলে ছোৱালীৰ ব্যৱসায কৰে। শিলিগুৰিনে দাৰ্জিলিঙত বেচেগৈ ফুচুলাই ফুচুলাই নি। সিহঁতৰ ঘৰত থকা গাভৰু ছোৱালী এজনীৰ যে কি হ'ল তাৰ খবৰেই নোলাল দুবছৰ, তিনি বছৰ ধৰি। নৃপেনে মাজে মাজে দালালী কৰি ঘটা টকা ভৰেও। জুৱাও খেলে। মদাহী। শুনামতে বেযা স্বভাৱৰ বিধবা বাঙালী মানুহ এজনীৰ লগত লেটি-পেটি কৰি থাকোতে পিছত মানুহজনী ঘৰ সোমাবলৈ ভাবুকি দিলত বিয়া পাতি অনাৰ কথা কৈছিল। পিছত তাই গম নোপোৱাকৈ লৰালৰিকৈ তোমালোকৰ ভনীযেৰাক বিয়া পাতিলে। গোটেই পৰিযালটোৱেই লোভী। ইমান লোভ মানুহৰ ভাল নহয। আমি আগেয়েই অনুমান কৰিছিলো তোমালোকক যৌতুকৰ বস্তু দাবী কৰি কৰি শেষত অতিষ্ঠ হৈ তোমালোকে ছোৱালীজনী লৈ গ'লেই আকৌ নতুনকৈ বিয়া পাতিব। কমাক কৈছিল বোলে মাৰ পিত কৰোতে। সেইবাবেহে তাই ঘৰলৈ যোৱা নাছিল। হিন্দু পৰিয়ালৰ বোৱাৰী নহয়। স্বামীৰ সকলো অত্যাচাৰ তাই সহি গৈছিল। স্বামী গুৰু, দেৱতা।.ওৱালখনৰ ইপাৰে থকা নৃপেনৰ দদায়েকৰ ঘৰৰ লগতো সিহঁতৰ বেয়া। সেই দদায়েকৰে আঠ বছৰীয়া ল'ৰা ৰিংকু নামৰ নাতিনীটোৱে গোটেই ঘটনাটো দেখিছে। সি বোলে পশ্চিম ফালৰ চুকৰ আধাভগা ওৱালখনৰ ওপৰত উঠি মধুৰি হাকুটিয়াই আছিল। হঠাতে নৃপেনহঁতৰ পাছফালে চিঞৰ-বাখৰ, কথা-বতৰা শুনি সি গছৰ আঁৰতে তাপ মাৰি চেপেটা লাগি চাই আছিল। এই চাৰি বজাৰ ঘটনা। সি গোটেই ঘটনাটো দেখি ওৱালৰ পৰা জাপ মাৰি নামি দৌৰি দৌৰি ঘৰ সোমাই কোঁপাই কোঁপাই আইতাকক গোটেই ঘটনাটোৰ কথা ক'লে।

বুঢীমাকে ভয়তে তাক লৰালৰিকৈ জালুকবাৰীত থকা মোমায়েকৰ ঘৰলৈ পঠাই দিলে সৰুটো পুতেকৰ স্কুটাৰত। কি ক'বা—বুকুখন ভাগি যায, আমাৰো ষ্টেৱালী আছে নহয়। তাইৰ শৌচদ্বাৰেদি বোলে লোহাৰ ৰ'দ ভৰাই দিছিল বুলি বাক্যটো শেষ কৰিবলৈ নাপালেই হঠাৎ বহাৰ পৰা উঠি ৰুমাইঁতৰ চোতালৈলৈ দৌৰ মাৰিলে। পাছে পাছে মৃগাঙ্ক আৰু মাক।

চোতালখন লোকাৰণ্য যদিও পুলিচে শটোৰ কাষ চাপিবলৈ দিয়া নাই। নৃপতিয়ে তাৰ মাজতে কোনে পুলিচক খবৰ দি জঞ্জাল কৰিলে তাক গুৱাল গালি পাৰি আছে। বিবেকে পুলিচৰ হকা-বাধা নামানি মৰাশটোৰ ওচৰত বৈ টান মাতেৰে ক'লে, "চাওকচোন। এইটো এটা হত্যাকাণ্ড। তাইৰ এনাচত লোহাৰ ৰ'ড ভৰাই দিয়া হৈছে বুলি সি দুযোখন হাতেৰে মুখ ঢাকি কান্দিবলৈ ধৰিলে। নৃপতিযে বিবেকক কিবা ঢমক দিবলৈ ধৰোতেই অ' চি ইছলামে ক'লে, "মুখ বন্ধ কৰক। যতমানে যৌতুকৰ বাবে এনেকুৱা ভদ্ৰমুখাধাৰী পৰিয়ালত বোৱাৰী হত্যা কৰিছে। সেই এজনী ইযাৰে গীতিমা বোলা বোৱাৰীজনী মাৰি ক'ত পেলাই দিলে আজিলৈকে আমিয়েই পাত্তা পোৱা নাই। টকা খাই বিচৰা নাই বুলি আমাৰ বদ্‌নাম হৈছে। ইপিনে গোচৰত ধৰিছে আমাক। যোৱা সাত মাহৰ ভিতৰত আমাৰ থানাত এনেকুৱা বাৰটা কেছ আছে। হত্যাৰ কেছেই বাৰটা। খেদাই দিযাবোৰৰ কথা কোৱাই নাই। দপ্‌দপ্‌াবলৈ আহিছ। চুপ চালা নাৰী ব্যৱসাযী দালাল। তোৰ কথা নাজানো বুলি ভাবিছ। বাকীবোৰক টকা দি মুখ বন্ধ কৰিব পাৰিলেও মোক নোৱাৰ চালা ৰাছকেল বাষ্টাৰ্ড। মই ইযাত জইন কৰা ডেৰ বছৰেই হোৱা নাই ট্ৰেন্সফাৰৰ বাবে লাগিলেই।

—নাই ছাৰ আপুনি মোক বুলি বৰ সৰু হৈ কাওঁবাওঁকৈ নৃপতিযে কিবা ক'বলৈ লওঁতেই অ' চি ইছলামে লাঠীডাল জোকাৰি ক'লে, চুপ। কথা নকবি। যি সোধো তাক ক'বি।

—কি নাম আপোনাৰ?

—নৃপেন বৈশ্য।

—ক'ত চাকৰি কৰে?

—ডি টি অ' অফিচত ছাৰ।

—কি কৰে।

—ইউ ডি।

-ঘৰত কোন কোন আছে?

—মা-দেউতা, বাইদেউ, ভণ্টী, ই মোৰ ভাইটো, মই আৰু মোৰ পৰিবাৰ।

—মা-দেউতা কেনি গ'ল?

—দেউতা আৰু ভনীজনী কালিযেই সোণাপুৰৰ মামাইঁতৰ ঘৰলৈ গ'ল।

—মা আৰু বাইদেউ?

আবেলি গ'ল। অসমীয়া চিনেমা এখন আহিছে।

চুপ। ৰাতিপুৱা সাত বজাত ঘৰৰ বোৱাৰীজনী নোহোৱা হৈছে আৰু মাক-জীয়েকে আবেলি চিনেমা চাবলৈ গৈছে। ঐ শইকীয়া।

—ছাৰ।

—কাপোৰ এখনেৰে আঁৰ কৰি মানুহজনীৰ এনাচটো চাওকচোন। কোৱাৰ লগে লগে তিনিজন কনিষ্টবলে বেডকভাৰ দুখনেৰে শটো আঁৰ কৰি দিলে। মহিলা কনিষ্টবল দুজনীয়ে শটো উবুৰিযাই লৈ পেটিকোটত তেজৰ দাগ। কৰঙনৰ চুকত ঘা। বোধহয যৌনাঙ্গতো লোহাৰ ৰড ভৰোৱা হৈছিল। অ' চি ইছলামে বেডকভাৰৰ ওপৰেদি চাই ঢাকি দিবলৈ ক'লে। বিবেকেও চাব খুজিলত ইছলামে হাতেৰে আঁতৰাই দিলে।

—পুৱাই মানুহজনী নোহোৱা হৈছে আপোনালোকে বিচাৰ খোচাৰতো নকৰিলেই পুলি॰তে খবৰ নিদিলে। আপোনালোকক কেতিয়া খবৰ দিছে বুলি ইছলামে অপৰাজিত॰॰ চালে।

—ছাৰে পাঁচ ॰জাত ছাৰ।

—নহয মানে ছা'ৰ আগতেও কেতিযাবা আমাৰ লগত কাজিযা কৰি তাই মাকৰ ঘৰলৈ গুচি যায বাবে আজিও—বুলি কৈ থাকোতেই নৃপেনক ইছলামে গোজৰণি মাৰি ক'লে, "ঘৰত তেতিযাই ফোন কৰি নুসুধিলে কিয? ব'লক, আহক আপোনালোকো কেইজনমান আহক পুখুৰীলৈ যাওঁ। সকলোবোৰ ইছলামৰ পাছে পাছে প্ৰায দহ ফুট দীঘল, আঠ ফুটমান বহল বাৰীৰ চুকত থকা পুখুৰীটোৰ ওচৰত ৰ'লগৈ। তেতিয়াও মূঢ়া এটাৰ ওপৰত শাৰী পেটিকোট, ব্লাউজ আৰু চাবোনৰ কেছ এটা পৰি আছিল।"

আপোনাৰ মিছেছে ইমান ধুনীয়া মোজাইক কৰা বাথৰুম থাকোঁতে ইয়াত গা ধুবলৈ আহিছিল কিয়? ইছলামে সুধিলে।

—নহয মানে ছাৰ তেওঁ বৰ খেয়ালী। মাজে মাজে ইয়াতো নামি গা ধোৱে। আচলতে ছাৰ ৰুমাই আত্মহত্যা কৰা নাই পিছলিহে দলৈ সোমাল।

পিছলিহে দলৈ সোমাল। এই মহন্ত পুখুৰীটোৰ দটো জোখকচোন বুলি

ইছলামে মহন্ত কনিষ্টবলক কৈ নৃপেনৰ ফালে চাই ক'লে, "আপোনাৰ মিছেছৰ নামত কিমান লাইফ ইন্সিওৰ আছিল?

—পাঁচ লাখৰ ছাৰ। ছাৰ মই আপোনাক লগ কৰিম বুলি কোৱাৰ লগে লগেই ইছলামে হাতৰ লাঠীডালেৰে নৃপেনৰ পিঠিত ইমান জোৰেৰে এমাৰ দিলে যে সি কৰ্ফাল খাই পৰিল। সকলো পুনৰ চোতাললৈ আহিল।

ঠিক তেনেতে হৰমূৰকৈ ৰুমাৰ শাহুৱেক আৰু জেশাহুৱেক ৰাস্তাৰ পৰা চোতাললৈ আহি কিছুপৰ শটোৰ ওচৰত বৈ দুযোজনীয়ে ৰুমাৰ গাত পৰি কিবা কিবি বকি বকি কান্দিবলৈ ধৰিলে। অ' চি ইছলামে বজ্রপাত পৰাৰ শব্দৰে ধমক দি ক'লে, "মুখ বন্ধ কৰক। ভিতৰলৈ গৈ অসমীয়া চিনেমাৰ কথা আলোচনা কৰক যাওক বুলি কওঁতে সেই মুহূর্ততো জমা হৈ থকা কিছুমান মানুহৰ মুখত হাঁহি ওলাল। মহিলা কনিষ্টবল দুগৰাকীয়ে মানুহ দুজনীক টানি ভিতৰলৈ চোঁচোৰাই লৈ গ'ল।

অ' চি ইছলাম পুনৰ চোতাললৈ অহাৰ লগে লগেই মানুহবোৰে আগুৰি ল'লে আৰু নানাজনে ওপৰা উপৰিকৈ কথা ক'বলৈ ধৰিলে। কিন্তু হঠাতে পৰিৱেশটো ইমান নিস্তব্ধ আৰু গহীন হৈ পৰিল যেন হাই উৰুমি কৰি থকা শিক্ষক নথকা শ্ৰেণীটোৰ কোঠালৈহে হাতত বেত এডাল লৈ কঢা প্ৰধান শিক্ষকজন সোমাই আহিল। অট'খনৰ পৰা নামি আহিল যাদৱ ডেকা, তেওঁৰ পত্নী মেনকা ডেকা আৰু সন্তান সম্ভৱা ওখ পেটটোৰে জয়া ডেকা। আহিয়েই মেনকা ৰুমাৰ দেহটোলৈ চাই ভয়ত কুচিমুচি সোমোৱা শিশুৰ দৰে তেওঁৰ দুবাহুত ধৰি থকা অপৰাজিতৰ বুকুৰ চোলাত দুযোটা হাতেৰে খামুচ মাৰি ধৰি কিছুপৰ চাই থাকি কোনেও টলকিব নোৱাৰোতেই জীয়েকৰ গাৰ ওপৰত হামখুৰি খাই বাগৰি পৰি হিয়া ভুকুৱাই ভুকুৱাই কান্দিবলৈ ধৰিলে। মানুহজনীৰ কান্দোন দেখি বহুতপৰ ধৈৰ্য্য ধৰি থকা বাপেক যাদৱ ডেকায়ো থপচকৈ ৰুমাৰ মূৰৰ ফালে বহি মূৰটো কোলাত লৈ বিৰ বিৰাই কিবাবোৰ কৈ কৈ কান্দিবলৈ ধৰিলে। চিঞৰি চিঞৰি নহয় নীৰৱে। আৰু সেইবাবেই দুডাল কাৰ্শলা সাপ বগাই যোৱাৰ দৰে মানুহজনৰ চকুৰ পৰা ধাৰাসাৰে পানী ওলাই আহিল। জয়াক কেইজনীমান মানুহে প্ৰায় গৱা মাৰি ধৰাদি ধৰি আছিল। মানুহজনীৰ অৱস্থাটো দেখি অৰ্থাৎ আৰু কেইদিনমানৰ পিছতে সন্তান প্ৰসৱ কৰিবলগীয়া অৱস্থাটো গোট খাই থকা মাইকী মানুহবোৰে বুজি পাইছিল বাবে শাহুৱেকৰ দৰেই ঢাচকৈ পৰে বুলি সকলোৱে ভয় খাইছিল। মৃগাঙ্কৰ মাকে জয়াক গাৰ জোৰেৰে সাবটি বৰ জোৰকৈ হেঁচা

মাৰি মূঢ়া এটাত বহুৱাই ধৰি আছে উঠি যাব নোৱাৰাকৈ। জয়াৰ বুকুৰ ভিতৰত যে বৰজকা এটাত জীয়াই থোৱা শলমাছ এটাৰ দৰে কান্দোনটোৱে খুন্দিয়াই আছিল সেই কথা তেওঁক ধৰি থকা মাইকী মানুহ কেইগৰাকীয়ে বুজি পাইছিল। কাৰণ বৈ বৈ মানুহজনীৰ জোকাৰ খাই উঠা গাটোৱে তেওঁলোককো খুন্দিয়াই আছিল। বিবেক আৰু বিভূতিয়ে অলপ আঁতৰৰ চোতালতে লেপেটা কাঢ়ি বহি গছৰ মূঢ়াৰ দৰে নিথৰ হৈ ৰুমাৰ শটোৰ ফালে চাই আছিল। বিবেকৰ মুৰত যেন শুকান খৰিৰ চৌকাৰ জুইৰ দৰে একুৰা জুই জ্বলিছে।

মাকক কোনেও ৰুমাৰ গাৰ ওপৰৰ পৰা এৰুৱাই নিব পৰা নাই আঁজুৰি। তেওঁ ৰুমাৰ সৰুৰেপৰা গুণ গাই গাই ঘৰৰ পৰা পঠাই দিযালৈকে,তাইক যৌতুক বিচাৰি বিচাৰি হায়ৰাণ কৰা কাহিনীটোলৈকে এফালৰ পৰা কান্দি কান্দি গাই গৈছে। তেওঁৰ কথনটো বা বিননিটো এনে এটা স্বতঃস্ফূৰ্ত সুৰত ওলাইছে যেন বাঁহী এটাত করুণ সুৰৰ হৃদয় বিদাৰক গীত এটাহে বাজিব ধৰিছে। গোট খাই থকা ডেৰশমান মানুহৰ চকুবোৰ চকুৰ পানীৰে পূৰ। অ' চি ইছলামে মূৰৰ টুপীটো খুলি পেলালে। মহিলা কনিষ্টবল কেইগৰাকীৰো চকুবোৰ চলচলীযা হৈ গ'ল।

হুলস্থূল লাগি গ'ল। গোট খোৱা মানুহবোৰে চিঞৰি অ' চি ইছলামৰ ওচৰত বৈ আঙুলি জোকাৰি ক'লে, "ছাৰ, ইযাৰ বিচাৰ হ'বনে নাই? ইযাৰ বিচাৰ লাগিবই। এনেকুৱা অপৰাধী সদায় টকাৰ জোৰত, ৰাজনৈতিক নেতাৰ জোৰত বাছি গৈ সমাজত টিঘিল ঘিলাই থাকে। ছাৰ ইযাৰ উচিত বিচাৰ হ'বনে নাই? ছাৰ আপুনি এইটো হত্যাকাণ্ড বুলি ভাবেনে নে আত্মহত্যা বুলি ভাবে? আমাক ছাৰ এতিযাই কৈ যাওক এইটো হত্যাকাণ্ড হয় নে নহয়? এইটো দেখ দেখ হত্যাকাণ্ড। আমি সাক্ষী দিম ছাৰ। আমাৰ সৰু ল'ৰা এটাই মধুৰি আমৰ গছত উঠি সকলো দেখি আছে। মানুহজনীৰ মুখত সোপা দি চাৰিটা মানুহে ভিতৰৰ পৰা চোঁচোৰাই আনিছে। এই গুণ্ডাটোৱে চোতালৰ পৰা নবৌৱেকক ডাং কোলাকৈ নি অৰ্থাৎ মৰাশটো নি পুখুৰীটোত পেলাই দিছে। বাযেকে মূঢ়া এটা নি তাৰ ওপৰত এই কাপোৰবোৰ থৈ দিছে। ছাৰ আৰু বহুত কথা আছে। ছাৰ এইটো হত্যাকাণ্ড হয় নে নহয় বুলি ওপৰাউপৰিকৈ গোট খোৱা মাইকী মতা সকলোৱে অ' চি ইছলামৰ চাৰিওফালে বৈ হাত দাঙি দাঙি চিঞৰি চিঞৰি কথাবোৰ ক'বলৈ ধৰিলে। ইছলাম বিবুধিত পৰিল যেন।

—আপোনালোকে ঠিকেই কৈছে এইটো হত্যাকাণ্ড হয আৰু মানুহগৰাকীক

আবেলিহে হত্যা কৰা হৈছে। ইছলামে ক'লে।

—ছাৰ, ইহঁতক লৈ যাওক ছাৰ। ইহঁতক জামিন ল'ব নেৱাৰাকৈ আমি ব্যৱস্থা কৰিম। আমাৰো ঘৰে ঘৰে ছোৱালী আছে। আমি উকীলক বাধ্য কৰিম কেছ নলবৰ বাবে বুলি চিঞৰি থাকোঁতেই প্ৰায গেটৰ মুখত ৰোৱা অটৰিক্সাখনৰ পৰা দৌৰি দৌৰি নামি আহিল ঈশাভা। তাইৰ পাছে পাছে বাপেক অৰ্থাৎ কমাৰ শহুৰেক বলোৰাম সাউদ। ঈশাভাই কমাৰ হাতখন খামোচ মাৰি ধৰি চকু দুটা মুদি বতাহত কঁপা আগলি কলপাতৰ দৰে যেন কঁপিবলৈ ধৰিলে। বলোৰাম সাউদ আহি কমাৰ মূৰৰ ফালে কুঁজা হৈ বহি মুখৰ কাপোৰখন গুচাই একেথৰে কিছুপৰ চাই হাতখনেৰে শটোৰ মুখখন মোহাৰি দিলে। তেওঁ কন্দা নাই যদিও চকুৰেও একো দেখা নাই। হঠাতে ঈশাভা বহাৰ পৰা উঠি অ' চি ইছলামৰ ফালে চাই মাইক্ৰফোনত ঘোষণা কৰাৰ দৰে চিঞৰি চিঞৰি ক'লে,"ছাৰ এইটো ঘটনা নহয়। এইটো দুৰ্ঘটনা নহয। এইটো হত্যাকাণ্ড ছাৰ। ইহঁতে এই মানুহজনীক মাৰি পেলালে। এইটো এইটো হত্যাকাণ্ড। ইহঁতে, ইহঁতে এই মানুহজনীক মাৰিবৰ কাৰণে দেউতাকে-মোকে কালিযেই জোৰকৈ বাইদেউৰ ঘৰলৈ পঠাই দিছে। এইটো এইটো হত্যাকাণ্ড। ইহঁতক এৰেষ্ট কৰি লৈ গৈ থানাত ভালকৈ খুন্দিলেই আচল কথাবোৰ ওলাই পৰিব। ছাৰ এইটো হত্যাকাণ্ড, এইটো হত্যাকাণ্ড বুলি অ' চি লৈ আঙুলি টোঁৱাই থাকোঁতেই ঈশাভা তামোল পুলি এটাৰ দৰে থৰ হৈ গ'ল।

আচৰিত কথা কান্দিবও নোৱাৰা আৰু কথাও ক'ব নোৱাৰা হোৱা ঈশাভা নামৰ কুৰি বছৰীয়া ছোৱালীজনীৰ চকু দুটা ৰাতি গাড়ীৰ লাইটৰ পোহৰ পৰা জন্তুৰ চকুৰ দৰে জ্বলি উঠিছিল।



[উপন্যাসখনৰ উৎস : দৈনিক অসম, অগ্ৰদূত, অসমীয়া খবৰ আৰু সাদিন কাকতত প্ৰকাশিত হৈ থকা বাতৰিবোৰ আৰু দেখা আৰু শুনা ঘটনাবোৰ। কাকতকেইখনৰ ওচৰত কৃতজ্ঞ—লেখক]

(এই উপন্যাসখন "অগ্নিবৃষ্টি" নামকৰণেৰে বোলছবি নিৰ্মাণ হ'ল কৃপাল কলিতাৰ পৰিচালনাত)